**TIWĀ (Lālung) SĀNSKRITIK SHABDAKOSH :-** A Cultural Etymology of the Tiwa (Lalung) Comminity writen by Shri Maneswar Deuri, with monetary assistance from Lalung Antonomony Council, Morigaon.

---

তিৱা (লালুং) সাংস্কৃতিক শব্দকোষ

**শ্ৰীমনেশ্বৰ দেউৰী**

মৰি-বুঢ়াগাঁও। ৱাৰ্ড নং - ৬

ডাকঘৰ - মৰিগাঁও

জিলা - মৰিগাঁও ঃ অসম।

**প্ৰথম প্ৰকাশ** - ২০০৫/জুন

**আখৰ সংযোজনা** - হিমাদ্ৰী-ৰমেন-উজ্জ্বল

**অংগসজ্জা** - বুবু

**প্ৰচ্ছদ** - হিমাদ্ৰী-খনিন্দ্ৰ

মূল্য - ৭০.০০ টকা।

**মুদ্ৰণ - হিমাদ্ৰী অফছেট প্ৰিন্টাৰ্ছ**

ৱাৰ্ড নং - ৬ (উদয় নগৰ)

মৰিগাঁও (দূৰভাষ - ২৪১০৮৩)

# উচৰ্গা



যি দুগৰাকী গুৰুৰ কৃপাত
এই বিনন্দীয়া পৃথিৱীৰ মুখ
দেখিবলৈ পালোঁ; যি দুগৰাকীয়ে
চেনেহৰ দেউকাৰে আবৰি মোক
মানুহ কৰিলে ; সেই পৰম
পূজনীয় পৰলোকগত পিতৃ-বিহুসিং দেউৰী
পৰলোকগতা মাতৃ নিশামতী দেউৰীৰ
পবিত্ৰ স্মৃতিত এই গ্ৰন্থখনি
শ্ৰদ্ধাৰে চানেকিৰূপে উচৰ্গা কৰিলোঁ।

শ্ৰীমনেশ্বৰ দেউৰী

# লেখকৰ একাষাৰ

অনাখৰী হ'লেও তিৱা লৌকিক-সংস্কৃতিৰ মূল ধাৰক-বাহকসকলৰ সিংহভাগেই এই পৃথিৱীৰ পৰা বিদায় মাগিলে। আজিৰে পৰা প্ৰায় দেৰকুৰি বছৰমান আগৰে পৰাই তিৱা সংস্কৃতিৰ অনুসন্ধানত আত্মনিয়োগ কৰি যিসকল বয়োবৃদ্ধ পুৰুষ-মহিলাৰ পৰা নানা কথা শুনিছিলো— সেইখিনিকে সমল কৰি লৈ, ভালেমান দিন আগৰে পৰাই বিশ্লেষণাত্মক তিৱা সাংস্কৃতিক শব্দ সম্ভাৰ নামেৰে এখন বৰ্ণানুক্ৰমিক কিতাপ লেখাৰ আঁচনি মনতে পুহি ৰাখিছিলোঁ। বিভিন্ন লেঠাত লাগি থাকি, বিশেষকৈ দুখন অন্য কিতাপৰ পাণ্ডুলিপি প্ৰস্তুত কৰাৰ বাবে ব্যস্ত থাকিব লগা হোৱাত সেই চিন্তা মনতে দমাই ৰাখিব লগা হ'ল। দুহেজাৰ বৰ্ষৰ প্ৰাৰম্ভতে প্ৰাগজ্যোতিষ মহাবিদ্যালয়ৰ স্নাতকোত্তৰ অসমীয়া অধ্যয়ন কেন্দ্ৰ, অসমীয়া বিভাগৰ প্ৰকাশন গোটে প্ৰকাশ কৰা 'অসমীয়া সংস্কৃতিৰ কণিকা' নামৰ গ্ৰন্থখন দোকানত পাই কিনি আনি পঢ়িলোঁ। কিতাপখন পঢ়ি তাত তিৱা (লালুং) সংস্কৃতিৰ কোনো তথ্য বিচাৰি নেপাই কিছু ক্ষুণ্ণ হ'লো। অসমীয়া সংস্কৃতিৰ কণিকাত তিৱা সংস্কৃতিৰ এটাও কণিকা দেখা নেপাই সিদ্ধান্ত ল'লো— আমাৰ আয়ত্বত থকা তিৱা সম্প্ৰদায়ৰ সাংস্কৃতিক সম্পদসমূহৰ বিৱৰণ কিতাপৰ আকাৰত প্ৰকাশ কৰিম। যেনে ইচ্ছা তেনে কাম। ইংৰাজী দুহেজাৰ বৰ্ষৰ এপ্ৰিল মাহৰ পহিলা তাৰিখৰ দিনাই কলম হাতত তুলি ল'লোঁ আৰু বৰ্ণানুক্ৰমিকভাবে তিৱা সাংস্কৃতিক শব্দ সম্ভাৰৰ জন্ম দিয়াৰ মানসেৰে একানপতীয়াকৈ লেখাত ধৰিলোঁ।

বিভিন্ন দায়িত্বৰ মাজতো অৰ্থাৎ শ্ৰেণীত পাঠদানৰে পৰা আৰম্ভ কৰি কেইবাটাও ফাইনেল পৰীক্ষা পৰিচালনা কৰাৰ লগতে জৰুৰী কালীনভাবে স্মৃতিগ্ৰন্থ আদিত প্ৰবন্ধ পাতি লিখি দিব লগা হোৱাৰ মাজেৰেও, কিতাপখন সম্পূৰ্ণ কৰাৰ স্বাৰ্থত আজৰি সময়ত কলম এৰা নাছিলো। সৰহখিনি লেখাৰ কাম পুৱাৰ ভাগত আৰু ৰাতিহে কৰিব লগা হৈছিল। সৌভাগ্যৰ কথা দুহেজাৰ এক বৰ্ষৰ ত্ৰিশ জুনত ফাইনেল পাণ্ডুলিপি প্ৰস্তুত হ'ল, লগতে মূৰৰ পৰা এটি ডাঙৰ বোজা আঁতৰা যেন লাগিল। কিতাপখনিৰ নামটো সলনি কৰি 'তিৱা (লালুং) সাংস্কৃতিক শব্দকোষ' ৰখা ভাল হ'ব বুলি আমাৰ প্ৰিয় ছাত্ৰ মৈৰাবাৰী মহাবিদ্যালয়ৰ প্ৰবক্তা শ্ৰীমান অংশুমান দাস, এম.এ, (ডবল) এম.ফিল- তেৱেঁই পৰামৰ্শ আগবঢ়ালে। তেওঁৰ পৰামৰ্শ সাৰোগত কৰি গুৰু ছাত্ৰ উভয়ৰে মত সাপেক্ষে কিতাপখনিৰ নাম 'তিৱা (লালুং) সাংস্কৃতিক শব্দকোষ' ৰখা হ'ল। তাৰ বাবে তেওঁক অশেষ ধন্যবাদ জনালোঁ আৰু কিতাপখন সম্পূৰ্ণ কৰাত উৎসাহ যোগোৱা বাবেও শলাগ ল'লোঁ। ঘৰুৱা কামৰ

বেমেজালিত সোমাবলৈ নিদি, লেখামেলা কামত পূৰ্ণ সহাঁৰি আগবঢ়োৱা আমাৰ সহধৰ্মিনী শ্ৰীমতী দময়ন্তী দেউৰীৰ বৰঙণি স্বীকাৰ কৰিবই লাগিব। প্ৰতিখন কিতাপৰ পাণ্ডুলিপিৰ আঁৰত আছে তেওঁৰ মৰমৰ শপনি আৰু উদগনি। সম্পূৰ্ণ পোন্ধৰ মাহৰ পৰিশ্ৰমৰ ফলত ৰচনা কৰা এই কিতাপখনে লোক-সংস্কৃতিৰ ছাত্ৰ-গৱেষক লগতে সংস্কৃতি সন্ধানী পাঠকক, হেৰাই যাব খোজা তিৱা সাংস্কৃতিক সম্পদসমূহৰ সন্ধান দিব বুলি ভবা হৈছে। গ্ৰন্থখনিত উল্লেখ কৰা সম্পদৰ বাদেও আৰু কিবা নতুন সম্পদ যদি অজানিতে ৰৈ গৈছে সদাশয় কোনো ব্যক্তিয়ে দেখুৱাই দিলে পৰৱৰ্তী সংস্কৰণত তাক সংযোজন কৰাত আমাৰ আপত্তি নেথাকিব। বিশেষ এটা সম্প্ৰদায়ৰ কৃষ্টি সংস্কৃতিৰ ওপৰত লেখা গ্ৰন্থবুলি অৱজ্ঞাৰচকুৰে নেচাই সুদৃষ্টি দিলে আমি কৃতাৰ্থ হম। উপনিষদে ৰিঙিয়াই ক'বৰ দৰে —

অয়ং নিজঃ পৰো বেতি গণনা লঘূ চেতসাম্।

উদাৰ চৰিতানাং তু বসুধৈব কুটুম্বকম্।।

অৰ্থাৎ -- "এইটো মোৰ, এইটো আনৰ - এনে মনোভাৱ নিম্ন মানসিকতাসম্পন্ন ব্যক্তিৰহে। উদাৰ চৰিত ব্যক্তিসকলৰ বাবে পৃথিৱীখনেই আত্মীয়ৰ দৰে।"

গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত লালুং স্বায়ত্ব পৰিষদত কৰা আবেদন মৰ্মে প্ৰয়োজনীয় ধনৰ যোগান ধৰাত; পৰিষদৰ মুখ্য কাৰ্য্যবাহী সদস্যৰ লগতে কাৰ্য্যনিৰ্বাহকৰ সকলো সদস্য আৰু মুখ্য সচিবলৈ আমাৰ কৃতজ্ঞতা থাকিল। লগতে ধন্যবাদ যাচিলোঁ হিমাদ্ৰী অফছেট প্ৰিন্টাৰ্চৰ কৰ্মকৰ্তাসকললৈ, যিসকলৰ শ্ৰমৰ বিনিময়ত গ্ৰন্থখনে পাঠকৰ সন্মুখত ধৰা দিবলৈ সক্ষম হ'ল।

[signature]
১৫/১/২০০১

# বিষয়সূচী

৬১। কাণ-বিন্ধনি প্ৰথা
৬২। কালিখা কামাইখা
৬৩। কাছদি
৬৪। কাঁহলী আই
৬৫। কাকৈচিৰা ধান
৬৬। কাটি বন্ধা
৬৭। কাকৈ
৬৮। কাঢ়নি
৬৯। কাজ্ঞী
৭০। কুশছিঙা
৭১। কুমাৰ-কুমাৰনীৰ পাত
৭২। কুকুৰীকনা
৭৩। কুঁকি/কৰনি
৭৪। কিস্বাত
৭৫। কোমোৰা
৭৬। কোমোৰা খেল
৭৭। কেকোঁৰা/খেংগৰা
৭৮। কেচাইখাইতী ভগৱতী
৭৯। খৰং
৮০। খমা
৮১। খদা
৮২। খন্তি
৮৩। খৰাহি
৮৪। খৰিকা
৮৫। খৰিচা
৮৬। খৰলা
৮৭। খৰমযুৰীয়া ভৰি
৮৮। খলিহনা মাছ
৮৯। খখলাপ/ডাংখালাপ
৯০। খৰৈবুৰি/কঠালগুটীয়া পোক
৯১। খালৈ
৯২। খাং
৯৩। খাৰলি খোৱা
৯৪। খাৰণি-সতা
৯৫। খাজি খোৱা
৯৬। খালোং/খালোন
৯৭। খাপ্‌লাং ৰাৱা
৯৮। খ্ৰাম
৯৯। খুতুৰা
১০০। খুন্দনা
১০১। খুটা
১০২। খোৱা-খুবুনী
১০৩। খোৱা-খুউৱা
১০৪। খোলাচাপৰি পিঠা
১০৫। খোজাবঢ়া কৰা
১০৬। গমনা/গগনা
১০৭। গঠীয়া
১০৮। গজলীয়া ডেকা
১০৯। গজত খোৱা
১১০। গৰখীয়া
১১১। গৰখীয়া গীত
১১২। গৰখীয়া ভাৱ
১১৩। গৰখীয়া সোধা সকাম
১১৪। গা-খটা
১১৫। গাম-খাৰু
১১৬। গামোচা
১১৭। গুইচালনি
১১৮। গুলৈ
১১৯। গুণ লোৱা
১২০। গিয়াতি
১২১। গেনালগা পদ্ধতি
১২২। গোভাৰাজ্য
১২৩। গৈদ/বংশলতা
১২৪। ঘৰ

১২৫। ঘৰবুঢ়া/ঘৰজেলা
১২৬। ঘৰজিয়া/ঘৰজোঁৱাই/গোভীয়া
১২৭। ঘিলাখেল
১২৮। ঙা-ফ্লাং/শুকতি
১২৯। চৰাই কণীয়া
১৩০। চটাই পাখৰী
১৩১। চপনীয়া
১৩২। চাপনী তিৰোতা
১৩৩। চামাদি/ডেকাচাং
১৩৪। চাংদলৈ
১৩৫। চাংমাজি
১৩৬। চা-জেলা
১৩৭। চাকনি
১৩৮। চালনি
১৩৯। চাঙী
১৪০। চুঙা
১৪১। চেংমাছ
১৪২। চেঙেলীমাছ
১৪৩। চেপাত থোৱা
১৪৪। চেনাফলা মাছ
১৪৫। চুৰা
১৪৬। ছংখং/জংকং পূজা
১৪৭। ছগ্রামিছাৱা
১৪৮। ছংদেউ/ছোং
১৪৯। ছঠাল/জেঠাল
১৫০। ছক্
১৫১। জঁ
১৫২। জঁক উঠা/জকা
১৫৩। জহা
১৫৪। জখাৰ/ছখাৰ
১৫৫। জচ্‌কাই
১৫৬। জপা
১৫৭। জাত/জাতি
১৫৮। জাপ
১৫৯। জাপি
১৬০। জাল
১৬১। জাকৈ
১৬২। জাখৰ
১৬৩। জাঁলিগাত
১৬৪। জাঁজমৰা/জাঁজভঙা
১৬৫। জেলা
১৬৬। জেঙা/জেঙালগা/জেঙাভঙা
১৬৭। জু/ছু/লাউপানী
১৬৮। জুমখেতি
১৬৯। জুগুলি
১৭০। জুমাই লাউ/লাউপে
১৭১। জোলা
১৭২। ঝুনাগীত
১৭৩। টকা
১৭৪। টংখ্রুং
১৭৫। টঙি
১৭৬। টপা
১৭৭। টোকাৰী
১৭৮। টোকোৰা
১৭৯। ঠাট্
১৮০। ঠুহা
১৮১। ডং/ডোং
১৮২। ডাফলী
১৮৩। ডাংকাটী
১৮৪। ডাব-কটাৰী
১৮৫। ডাহী
১৮৬। ডাৰণ
১৮৭। ডিঙা দিয়া
১৮৮। ডুলি

১৮৯। ডেগ
১৯০। ডেৰাছালি
১৯১। ডেৱা দিয়া
১৯২। ঢ'ৰা
১৯৩। ঢাৰি
১৯৪। ঢোপখেল
১৯৫। ঢোল
১৯৬। তন্ত্ৰ
১৯৭। তাও
১৯৮। তাপলি মাৰা
১৯৯। তাবিজ
২০০। তামোল
২০১। তাঁতশাল
২০২। তিতা
২০৩। থল
২০৪। থলপূজা
২০৫। থান-থলি
২০৬। থুৰিওৱা তামোল
২০৭। থোলা/থলা
২০৮। থেৰেকা
২০৯। দাঁতিয়াল
২১০। দাঁতিপাৰ
২১১। দুপৰ টেঙা
২১২। দুৰুণি
২১৩। দোণ/দোণমূৰীয়া
২১৪। দেওশাল/মহাদেউশাল
২১৫। ধৰাবুৰি মদ
২১৬। ধৰাগুদু
২১৭। নখাছুওৱাগীত/বৰফুল মতা গীত
২১৮। ন-জনীয়া সেঁৱা
২১৯। ন-খোৱা
২২০। ন-জমাই
২২১। নৰাছিগা
২২২। নিয়াৰি
২২৩। নুনাই খৰলেৱাগীত/নিচুকনিগীত
২২৪। নেওচা দিয়া
২২৫। পচলা
২২৬। পহন মদ
২২৭। পদুমনী পূজা
২২৮। পাঁজি
২২৯। পাতত/পোটোকাত দিয়া মাছ
২৩০। পাভতি চাং
২৩১। পাতিঢোল
২৩২। প্ৰাগ্‌জ্যোতিষ
২৩৩। পিঠা
২৩৪। পিঠাখোৱা ৰোগ
২৩৫। পুনচ্‌ হোৱা
২৩৬। পেংবাৰি/পেংমাৰি
২৩৭। পেঁপা
২৩৮। ফকৰা
২৩৯। ফটিকা
২৪০। ফামাৰী
২৪১। ফা-মাহাদেউ
২৪২। ফাচ্‌কাই
২৪৩। ফালি/ফাগা
২৪৪। বহাগ বিহু
২৪৫। বৰতি
২৪৬। বতি-বংশ
২৪৭। বৰত
২৪৮। বাঁহকা তিতা
২৪৯। বাখৰ
২৫০। বান্ধ
২৫১। বাঘঢাল
২৫২। বিহুগীত

২৫৩। বিহুনাচ
২৫৪। বিৰিখ পূজা
২৫৫। বুঢ়া ডাঙৰীয়া
২৫৬। বুঢ়ীগোঁসানী/ভগৱতী
২৫৭। ভকএৱা
২৫৮। ভটাগুটি খেল
২৫৯। ভেদাইলতা
২৬০। ভাজনী
২৬১। ভাৰভেটী সধোৱা/সোধনীভাৰ
২৬২। ভূঁই আমলখি
২৬৩। মহযুঁজ
২৬৪। মাঘবিহু
২৬৫। মালঠাকুৰ পূজা
২৬৬। মাইৰাৱা
২৬৭। মাইৰথালা
২৬৮। মাহাৰি
২৬৯। মুখলগা
২৭০। মুখভঙ্গা
২৭১। মুগাছোঙ্গ/মুগাচুঙীয়া
২৭২। মেলা/গোঁসাই উলিওৱা উৎসৱ
২৭৩। মৈদং
২৭৪। মোহিনীবান/মোহিনী মন্ত্ৰ
২৭৫। যতঁৰ
২৭৬। যমলাখুটি
২৭৭। যোৰাই দিয়া
২৭৮। যোৰানাম
২৭৯। লাংখুন পূজা
২৮০। লাহনি/লেহেতী
২৮১। লুকালুকি/লুকাভাকু খেল
২৮২। ৰইনা
২৮৩। ৰচকী
২৮৪। ৰাও
২৮৫। ৰাতিসেৰাঁ
২৮৬। ৱান ঝুৱা/পিঠাগুৰি খুন্দা উৎসৱ
২৮৭। শিঙাল পূজা
২৮৮। শিঙিমূৰীয়া ৰোগ
২৮৯। শুকুতা
২৯০। শুকতি (ঙায়ৗাং দ্ৰষ্টব্য)
২৯১। শুকলতি
২৯২। সচং
২৯৩। সজাতি
২৯৪। সৰিয়হ জৰা মন্ত্ৰ
২৯৫। সাঁজ/সাঁজপানী
২৯৬। সাতশাকী
২৯৭। সৈয়া
২৯৮। হাঁচতি
২৯৯। হাঁচকালি
৩০০। হাথাম/মৰিশালি
৩০১। হাজোৱালি
৩০২। হুচৰি
৩০৩। হোৰা

# তিৱা (লালুং) সাংস্কৃতিক শব্দকোশ

## ১। অকলশ্বৰ নিৰঞ্জন ঃ

তিৱা লোকসকলে তেওঁলোকৰ কুলৰ বৰঘৰত (ইষ্টদেৱতা পূজিবলৈ নিয়ম নীতিৰে সাজি লোৱা ঘৰ) সৃষ্টি-স্থিতি-অন্তকাৰী দেৱতা ফা-মাহাদেউক পূজা কৰে। এই ফা-মহাদেউৰ পৰা সৃষ্টিখন হৈছে; তেওঁ তাক পালন কৰে; আৰু সংহাৰো কৰে। তেওঁত বাদে অন্য কোনো দেৱতা নাই বুলি তিৱাসকলে ভাবে। সেয়েহে মহাদেউ গোঁসাইক তেওঁলোকে অকলশ্বৰ নিৰঞ্জন বুলি তুতি কৰোঁতে প্ৰথমেই নাম লয়। বৰঘৰত ফা-মাহাদেউ ওৰফে অকলশ্বৰ নিৰঞ্জনক থলুৱা তিৱাসকলে কৰা স্তুতিৰ নমুনা এনে ধৰণৰ – ঐ ফা মাহাদেউ, অকলশ্বৰ নিৰঞ্জন প্ৰভু, তোমাক কি বুলি তুতি কৰিম। “ কি দিওঁ কি থওঁ মনে নেপাওঁ শুনি; যি বস্তু দিব লাগে সমস্তে আপুনি।” হে প্ৰভু, পথালি চকুৱা নৰ মানিচ, খোজে পতি অপৰাধ; কেৰ্কেটুৰাই খোৱা তামোল, মকৰাই ছাতা পাণ, এগছি বন্তি, এটুপি অমৃত তাকে আগবঢ়াই তুতি কৰিছোঁ – তাতে নিজগুণে সন্তুষ্ট হই, মোৰ অকলশ্বৰ নিৰঞ্জন প্ৰভু মহাদেৱে আপোনাৰহে নোৱা, আপোনাৰহে জোৱা, আপোনাৰ গো-গাই, নালি-পুলি সকলোৰে কুশল মঙ্গল কৰিব লাগে, আপোনাৰ নালি পুলি দিহিঙে-দিপাঙে ফুৰে, হাবিয়ে ফুৰে, জঙ্ঘলে ফুৰে, নৈয়ে ফুৰে নদ্‌গাৰে ফুৰে, সিবিলাকক আগুৰি-সামৰি, নিলগৰ ঢৌ বজাৰ নিলগত দূৰ কৰি, জল যেন চেচাঁ কৰি পৃথিৱী যেন শান্ত কৰি কৃপা দৃষ্টিৰে চাই ৰক্ষা কৰিব লাগে – ঐ মোৰ প্ৰভু ফা- মাহাদেউ, হুই মোৰ দেউ অকলশ্বৰ নিৰঞ্জন প্ৰভু।”

## ২। অপদেৱতা ঃ

মহাদেউ - পাৰ্বতী, কালিখা-কামাখ্যা, শিঙাল, বুঢ়া ডাঙৰীয়া, বদলমাজি, চাৰিভাই - চাৰিকৰা, শনি বা মালঠাকুৰ, কুবেৰ, বিহকৰমী, লুখুমী আদি দেৱ-দেৱীৰ বাদে বাকীসকল দেৱ-দেৱীক অপদেৱতাৰ শাৰীত ধৰে। ইবোৰক দেও-ভূত, যখ-যখিনি, পিশাচ-পিশাচিনী, ঘোৰাপাক-কন্ধমূঢ়াই আদি নামেৰে মাতে আৰু ইবোৰ দেৱতাৰ চোক কম।

## ৩। অপেচৰা সবাহ ঃ

পুষ্পিতা নোহোৱা অকুলন ছোৱালীকে অপেচৰা বুলি কোৱা হয়। সংস্কৃতত অপসৰস্ শব্দৰ বুৎপত্তি ভাঙিলে হয় হ্ৰদ বা সৰোবৰৰ নিৰ্মল পানী। অপেচৰাসকলো নিৰ্মল, নিস্কলূষ। অন্যান্য দেৱ-দেৱী সকলৰ পিছতে আপেচৰাসকলৰ স্থান,

এওঁলোকো দেৱীয়েই। পাহাৰৰ নির্জন জুৰি বা ঘাটত, ভৰ-দুপৰীয়া অপেচৰাসকলে স্নান কৰিবলৈ আহে বুলি মানুহে বিশ্বাস কৰে। লগতে উপবন, পুখুৰী, বটগছ অথবা আঁহত আদি গছতো দুপৰীয়া ভাগৰ জুৰাবলৈ অপেচৰাসকলে থিতাপি লয় বুলি মানুহে বিশ্বাস কৰে। সেই সময়ত কোনো মানুহে অপেচৰাৰ ছাঁ চেৰাই গ'লে কুপিত হৈ গাত লম্ভে বুলি বিশ্বাস জনসমাজত প্রচলিত। সৰু সৰু ল'ৰা-ছোৱালীৰ কোনো ধৰণৰ অসুখ-বিসুখ নোহোৱাকৈ শুকাই-খীণাই গ'লে, ডিঙি-মূৰ বেঁকা কৰি ওপৰলৈ ট-ট কৈ চাই থাকিলে, হাত-ভৰি বিকল হোৱা নিচিনাকৈ থাকিলে অপেচৰাৰ লেঠা-লগা বুলি ভাবে। তেতিয়া কোনো বেজ বা ওজাক এমুঠি কড়ি মাৰি মঙ্গল চাবলৈ কোৱা হয়। বেজে অপেচৰাৰ লেঠা-লগা বুলি কি কি উপচাৰেৰে অপেচৰাসকলক সন্তুষ্ট কৰিব পাৰি তাৰ বিধান দিয়ে। পিঠাগুৰি, সেন্দুৰ, ফুল আৰু গাখীৰেৰে মড়ল পাতি পাঁচ, সাত অথবা ন-গৰাকী অকুলন ছোৱালীক মাতি আনি চোতালত কলপাত পাৰি বহুৱাই অপচৰাৰ নাম গোৱাই দিলে, অপচৰা সন্তুষ্ট হৈ লগ এৰা দিয়ে বুলি বিশ্বাসৰ প্রচলন আছে। অপেচৰা নামৰ উদাহৰণ যেনে —

সোণৰে এডালি জৰি এ
ৰূপৰে এডালি জৰি;
আকাশৰে পৰা নামে অপেচৰা
হাতত ধৰাধৰি কৰি। ইত্যাদি

## ৪। অগ্নিবান ঃ

উত্তম আহাৰ গ্রহণ কৰি লেও, শৰীৰ চর্চাৰ যাবতীয় বিধি বিধান মানি চলিলেও, কোনো কাৰণ নোহোৱাকৈ মানুহ ডালতে শুকাই গ'লে – তিৱাসকলে কোনো লোকে কুমন্ত্র কৰি বান মাৰি বা হৰা দিয়া বুলি বিশ্বাস কৰে। তেতিয়া তেওঁলোকে ডাক্তৰৰ ওচৰলৈ নগৈ বেজ বা ওজাৰ ওচৰ চাপে। বেজে কড়ি এঢাল মাৰি সুধিব – ৰোগীৰ গাটো পোৰণি-ডিৰণি কৰি থাকে নেকি; জ্বৰ জ্বৰ ভাব হৈ গা ইচাট-বিচাট লাগি থাকে নেকি; তালু শুকাই থাকে নেকি ইত্যাদি। যদিহে এনেধৰণৰ লক্ষণ মিলি যায় তেতিয়া বেজে ক'ব যে কোনো দুষ্ট লোকে অগ্নিবান মাৰি শক্র শালিছে। তেতিয়া ৰোগীক অথবা ৰোগীৰ ঘৰৰ মানুহক এইবান কটাব বাবে লাগতিয়াল দ্রব্যাদি যোগাৰ কৰিবলৈ ক'ব। বেজে এঁৱা টেকেলিত সাত নাদৰ বা সাত পাতালৰ পানী বিচাৰি যোগাৰ কৰি কাঁচি, কলপাতৰ ঠোৰ অথবা ঘৰৰ চালৰ বুৰুলি খেৰৰে বান কাটে। পিছত ঔষধ পাতি কৰে। বিশ্বাসৰ জোৰত কোনো কোনো লোক আৰোগ্য হোৱাও দেখা গৈছে। কাহানিবা এনে

ৰোগীক ডাক্তৰৰ ওচৰলৈ নিলেও, আচল ৰোগ ধৰা নপৰি দীৰ্ঘদিন চিকিৎসা কৰি সুফল নেপালে বেজ-কবিৰাজৰ শৰণাপন্ন হোৱা দেখা গৈছে। আজিকালি উন্নত মানৰ চিকিৎসা ব্যৱস্থা প্ৰবৰ্ত্তনৰ যুগত ডোল-ফুঁহতি, বেজ-ওজাক গুৰুত্ব দিয়া কাৰ্য্যক মানুহে অন্ধ-বিশ্বাস বুলি ছাব মাৰি দিছে। তেনেহ'লেও জনজাতীয় তিৱা সমাজত এনে বিশ্বাসৰ প্ৰচলন আছে যে শত্ৰুক হাতেৰে নেমাৰি কুমন্ত্ৰৰে অনিষ্ট সাধন কৰাৰ ই এক ঐন্দ্ৰজালিক মন্ত্ৰপুত ব্যৱস্থা।

## ৫। অকুলন/অঙা (এঁৰা) ছোৱালী ঃ

পুষ্পিতা নোহোৱা ছোৱালীক লালুং সকলে অকুলন ছোৱালী, অঙা (এঁৰা) ছোৱালী বোলে। এই অঙা বা অকুলন ছোৱালীৰ তিৱা সমাজত গুৰুত্ব অসীম। বসন্ত বা আই ওলালে, জ্বৰ-জাৰি হ'লে, অপেচৰাৰ জগৰ লাগিলে, পদুমনী দেৱীৰ জগৰ লাগিলে – অঙা ছোৱালী পাঁচ, সাত অথবা ন-গৰাকীক মাতি আনি এৰাঁ পিঠাগুৰি, এঁৰা গাখীৰ, চেনি, মৌ আৰু ৰঙা বগা ফুলেৰে সাত জাপ অথবা ন-জাপ আগলি কলপাত পাৰি, সিবিলাকক শুদ্ধ বগা বস্ত্ৰ পৰিধান কৰাই, কলপাতত বহুৱাই গৃহস্থই আশীৰ্বাদ ল'ব লাগে। কোনো মানুহক কুমন্ত্ৰ কৰিলে অথবা দেও-ভূতে লম্ভিলে, দেৱতাৰ বান বা মনুচৰ বান কাটিবলৈ বেজ বা ওজাই অকুলন ছোৱালীৰ হতুৱাই পানী তোলাই আনে। সিবিলাকক তিনিটা বা সাতোটা নাদৰ পানী অথবা কেঁকোৰাগাঁতৰ পানী অথবা বোৱতী নদীৰ পানী – বাঁহৰ অথবা নলৰ ওভোতা চুঙাত আনিবলৈ দিয়ে। তেনে কৰিলে অস্ত্ৰ-মন্ত্ৰই সোনকালে গুণদিয়ে বুলি বিশ্বাস কৰে। বিয়াবাৰু ইত্যাদিতো কন্যাক নোৱাবলৈ অকুলন ছোৱালীকহে ঘটত পানী আনিবলৈ দিয়া হয়। এনেকুৱা পৰ্য্যায়ৰ ল'ৰা-ছোৱালীক পানীৰ দৰে পবিত্ৰ বুলি জ্ঞান কৰা হয় কিয়নো সিবিলাক সাংসাৰিক কলুষতাৰ দ্বাৰা প্ৰভাৱিত নহয় বাবেই সজ কামৰ বাবে উপযুক্ত বুলি গণ্য কৰা হয়।

## ৬। অকাৰি চাউল ঃ

বাওধান, ৰূপহী ধান অথবা আহুধান ঢেঁকীত খুন্দি জৰা-ফুকা কৰি চালি কিছু ধানেৰে সৈতে ৰাখি থোৱা চাউলকে অকাৰি চাউল বা নাকাড়া চাউল বোলে। অৰ্থাৎ ঢেকীত এবাৰ বানি চালি জাৰি ৰখা চাউল। এই চাউল নাকাৰে। যদিহে কাৰি পোলোৱা হয়, তেতিয়া ই ভাতৰ বাবে প্ৰয়োজনীয় অৱস্থা পাবগৈ। এই অকাৰি চাউলৰে তিৱা সকলে লাওপানী প্ৰস্তুত কৰি খায়। অকাৰি চাউলৰ লাউপানী পৰিস্কাৰ আৰু গেদহীন হয়। ইয়াক সামান্য ৰান্ধি আধা সিজা কৰি উলিয়াব লাগে আৰু কলপাতত ভাতবোৰ বাঢ়ি, লাডুবোৰ ভাঙি .চঁচা হ'বলৈ

দিয়া হয়। পিছত চাউলৰ জোখ অনুপাতে গুড়ি কৰি ৰখা বাখৰ সানি ২৪ ঘন্টা ৰাখি কলহত ভৰোৱা হয়। তিনিদিনৰ পৰা চাৰিদিনত উৎকৃষ্ট লাওপানী প্ৰস্তুত হয়। তিৱাসকলৰ শ্ৰাদ্ধত ন-জমাইসকলে একোখন ভাৰ নিব লাগে। এই ভাৰখনত এথোক তামোল, একুৰি পাণ, ক'লা বা ৰঙা চৰাই এটা, জুমাইলাউ এটা আৰু এপাচি অকাৰি চাউলৰ লগতে এমাথি মদ নিব লাগে। গতিকে অকাৰি চাউল তিৱা সমাজৰ কৃষ্টিৰ লগত জড়িত বস্তু।

## ৭। অনাকটা কাপোৰ ঃ

অনাকটা কাপোৰ বুলি ক'লে মাৰ নিদিয়া এঁৰা সূতাৰে কোনো অস্ত্ৰ-শস্ত্ৰ নল গোৰাকৈ তাতশালত পোনে পোনে বৈ উলিয়াই অনা কাপোৰক বুজায়। ই গামোছাও হ'ব পাৰে অথবা চেলেংকাপোৰো হ'ব পাৰে। আহোমসকলে যুঁজলৈ লাওঁতে পত্নীসকলে একেৰাতিতে সূতা লই, কাপোৰ বৈ স্বামীক বিপদৰ পৰা ৰক্ষা কৰিবৰ বাবে পিন্ধাই পঠিয়ায়। ইয়াক কবচ কাপোৰ বোলে। ই তান্ত্ৰিক বিশ্বাসৰ ওপৰত নিৰ্ম্মিত আত্মৰক্ষাৰ আহিলা। এই কাপোৰ থাকিলে শত্ৰুৰ অস্ত্ৰই আঘাত কৰিব নোৱাৰে বুলি বিশ্বাস। আহোম সেনাপতি চাওফ্ৰাচেংমুঙৰ পত্নী মূলা গাভৰুৱে চুব নোৱাৰা হেতু গিৰিয়েকক কবচ কাপোৰ বৈ দিব নোৱাৰাৰ বাবেই তুৰ্ককৰ হাতত মৰা পৰিল বুলি বিশ্বাস কৰিছিল। দেও-দেৱতাৰ বান কটা, মানুহে মানুহক কু-মন্ত্ৰ কৰি অনিষ্ট সাধিলে – যেনে কালদীক্ষা, কালবান, অগ্নিবান, টেকেলিহৰা, আদিত অকুলন ছোৱালীয়ে আনি দিয়া সাতঘাটৰ জল এটা এবাঁ টেকেলিত দি অনাকটা কাপোৰ টেকেলিটোত মেৰিয়াই পানী কাটে ওজাসকলে। বৰজেলা বা চা-জেলা সকলে বিয়া-বাৰু, , অশৌচ-কৰম, আদিত জেলা গাবলৈ গ'লে অনাকটা গামোছা অথবা চেলেং গাত ওলোমাই ৰাখে, যাতে কোনেও কুমন্ত্ৰ কৰিব নোৱাৰে। এনে বিশ্বাস তিৱা সমাজত আজিও প্ৰচলিত।

## ৮। অলংকাৰ ঃ

অকল তিৱা সমাজেই নহয়, কিৰাত - মঙ্গোলইদ্ লোকসকলে নিজক শাৰীৰিকভাৱে দেখনিয়াৰ কৰি তুলিবলৈ পুৰুষ-মহিলা নিৰ্বিশেষে সোণ আৰু ৰূপৰ অলঙ্কাৰ পৰিধান কৰিছিল। ইয়াৰ বাদেও মহিলা সকলে আঁচু কাঠৰ পৰা অথবা নল বা ইকৰাৰ পৰা তৈয়াৰ কৰা কেৰু কাণত পিন্ধিছিল। মতা মানুহেও কাণ ফুটাই সোণ বা ৰূপৰ শিহা পিন্ধিছিল। পুৰুষ মহিলা উভয়ে বিভিন্ন আকাৰৰ আঙুঠি, কাণফুল, কৰিয়া, জাংফাই, কেৰু, লংকেৰু, থুৰীয়া, লোকাপাৰ, খাৰু, গামখাৰু, খচৰুৱা খাৰু, মুঠিখাৰু, জোনবিৰি, ঢোলবিৰি, ডুগ্ডুগী, মাদুলি, বাখৰাম,

মালামণি, সাতসৰি হাৰ, নাকফুলি, আদি পিন্ধি নিজকে সজাইছিল। সোণ, ৰূপ, আৰু তামক পবিত্ৰ ধাতু বুলি ভাবিছিল। অপবিত্ৰ ঠাইলৈ গ'লে অথবা শৰীৰ চুৱা লগা বুলি জানিলে শোধন কৰিবলৈ গিলাছ্ অথবা ঘাটিত এঁৱা গাখীৰ, আঁৰৈ চাউল, তুলসী. দুবৰি আৰু সোণ, ৰূপ লগতে তামৰ পইচা বা আঙুঠি দি মন্ত্ৰপূত কৰি তাৰে গা ধূলে মানুহৰ শৰীৰ পবিত্ৰ হয় বুলি বিশ্বাস কৰে আৰু তেনে কৰে। মন্ত্ৰপূত তাবিজ আদিও চুৱা লগা বুলি জানিলে ওপৰত উল্লেখ কৰা ধৰণেৰে শোধন কৰি লোৱা নিয়মৰ প্ৰচলন তিৱা সমাজত আছে।

## ৯। আই সবাহ ঃ

সৰু বা ডাঙৰ মানুহৰ শৰীৰত বসন্ত ওলালে তাকে আই সকল ওলোৱা বোলে। বসন্ত ৰোগ, এগৰাকী মাতৃদেৱীৰ ৰোষৰ প্ৰতিভূ। সেই আই হ'ল জগদ্ধাত্ৰী মাতৃ দুৰ্গা, পাৰ্বতী ওৰফে কালিখা-কামাখ্যা। মাহাদেউ গোঁসাইৰ যিদৰে ১০৮ টা নাম আছে; সেইদৰে শক্তিৰূপিনি দুৰ্গা বা পাৰ্বতী দেৱীৰো ১০৮ টা নাম আছে। আই শব্দৰে জগতৰ মাতা পাৰ্বতীকে বুজায়। জনজাতীয় লালুং সমাজত আইৰ স্থান মহাদেউ গোঁসাইৰ পিছতে। বসন্ত, বিস্ফোটিক, গলগত, কলেৰা আদি ৰোগ দেৱী দুৰ্গা ৰুষ্ট হোৱাৰ ফলতে মানুহৰ শৰীৰত অৱস্থান কৰি জ্বৰ, বসন্ত, কাঁহ, বিহফোহোৰা, আদিৰ ৰূপত প্ৰকট হয় বুলি বিশ্বাস কৰে। সেইবাবে বসন্ত নিবাৰণাৰ্থে বসন্ত ওলোৱা ৰোগী থকা ঘৰ লিপা-মচা কৰি ধূপ-ধূনা জ্বলাই পবিত্ৰ কৰি ৰাখে। ঘৰত মাছ-মঙহ, জ্বলা-টেঙা, ভজা-পোৰা খোৱা নিষিদ্ধ। এই আইসকলক তিনিভনী, সাতভনী, ন-ভনী আৰু বাৰভনী আখ্যা দিয়া হয়। এওঁলোকে উল্লেখ কৰা সংখ্যাৰে দলবদ্ধভাৱে পৃথিৱী পৰ্য্যটন কৰি ফুৰে বুলি বিশ্বাসৰ প্ৰচলন আছে। ৰোগ হিছাপেও বৰ আই, মাজুআই, আৰু সৰু আই এই তিনিপ্ৰকাৰে চিকিৎসা শাস্ত্ৰত প্ৰসিদ্ধি লাভ কৰিছে। সংস্কৃতত আই ওৰফে দুৰ্গাৰ দহোটা নাম আছে –

ওঁ - জয়ন্তী মঙ্গলা কালী ভদ্ৰকালী কপালিনী।
দুৰ্গা শিৱা-ক্ষমা ধাত্ৰী স্বধা স্বাহা নমস্তুতে।।

আই ওলালে ঔষধ নকৰে; জুৰনিহে খুৱায়। ঔষধ কৰিলে আইৰ ঘাতী লাগে; মানুহ কণা, অন্ধ, কলা-বোবা পৰ্যন্ত হ'ব পাৰে বুলি ভবা হয়। কোনো কোনো ক্ষেত্ৰত মানুহৰ মৃত্যুও হ'ব পাৰে। বসন্ত ওলালে শৰীৰত খজুৱতী হ'লে নখেৰে আঁচোৰাৰ পৰিবৰ্তে মহানিমৰ পাতেৰে গা' খজুৱাই দিলে খজুৱতী মৰে। বসন্ত আবিৰ্ভাবৰ তিনিদিন পিছতে ঘৰ-ধূৱাৰ লিপামচা কৰি সাত খন অথবা ন-খন শৰাই স্থাপন কৰি অথবা সাতজাপ বা ন-জাপ আগলি কলপাত পাৰি তাত চিত্ৰ

বিচিত্ৰ ফুলেৰে ওপচাই, গাখীৰ, আৰৈ- চাউল, পিঠাগুৰি, চেনি আৰু সেন্দুৰ সনা বগা পাৰ' চৰাই এযোৰ দি; সাত গৰাকী বা ন-গৰাকী আয়তী মাতি আনি আইনাম গোৱাই দিয়া হয়। এই আইনামৰ সংখ্যা ১০০ আধ্যা। প্ৰত্যেক আধ্যা নামৰে সুৰো সুকীয়া। যেনে –

মূৰত ফুল এ চকু লই
আইকে আদৰোঁ গই
আহিছে বৰ আই, জগত জুৰণি, সংসাৰ তাৰিবলৈ।
নিচিন সোমালোঁ আইৰে ফুলবাৰী এ
নেজানি ছিঙিলো কলি;
ইবাৰৰ দোষকে খেমিবা সোঁসানী
মাতো চৰণতে ধৰি।। ইত্যাদি।

## ১০। আই মঠ ঃ

মৰিগাঁও জিলাৰ পশ্চিমাঞ্চলত ঘগুৱা পাহাৰ নামেৰে এটা পাহাৰ আছে। এই পাহাৰৰ শিখৰ এটাত ভগবতী কালিকাৰ এখন থান আছে। থানখন এতিয়াও জাগ্ৰত; মানুহে সমীহ কৰি চলে। একালত এই থানত নৰবলি পৰ্য্যন্ত হৈছিল। আজিকালিও ছাগলি, হাঁহ-পাৰ', মুৰ্গী আদি উচৰ্গা কৰা হয়। এই মঠৰ কাষতে ঘৰৰ ছাঁদৰ দৰে প্ৰায় পাঁচশমান মানুহৰ আশ্ৰয় দিব পৰা শিলৰ চাল আছে; তল ডোখৰ গুহাৰ সদৃশ। ইয়াক ঘগুৱা ৰজাই বিপদৰ কালত গোপনে আশ্ৰয় লোৱা ঠাই বুলি বহুতে কয়।

## ১১। আহুদি ঃ

ঈৰ্ষাৰ বশবৰ্তী হৈ শত্ৰু ভাৱাপন্ন লোকৰ অনিষ্ট সাধিবলৈ, শাস্তি দিবলৈ, তিল্ তিল্কৈ, মৰণৰ মুখৰ ফালে ঠেলি পঠোৱা ই এক গুপুত তান্ত্ৰিক আৰু ঔষধি ব্যৱস্থা। লগতে যুৱক-যুৱতীৰ মাজত প্ৰণয়ৰ ভাৱ জগাবলৈকো তন্ত্ৰ-মন্ত্ৰ, ডোল-ফুঁহতি অথবা আহুদিৰ আশ্ৰয় লোৱা ব্যৱস্থাতো কেৱল তিৱা সকলৰ মাজতেহে যে আছে এনে নহয়; অসমৰ সকলো সম্প্ৰদায়ৰ মাজতে ই ব্যাপকভাৱে প্ৰচলিত। তান্ত্ৰিক বেজবিলাকে সম্মোহন মন্ত্ৰেৰে তামোল-পাণ জাৰি-ফুকি খুৱাই দিলে ল'ৰা বা ছোৱালী যাক নিৰ্দ্দিষ্ট কৰা হয় সিবিলাকৰ মনত মনস্তাত্বিক প্ৰভাৱ পৰি পৰস্পৰৰ প্ৰতি আকৰ্ষণ অথবা বিকৰ্ষণ দুয়োটাই ঘটিব পাৰে। সেইটো কবোঁতাজনৰ ওপৰত নিৰ্ভৰ কৰে। অন্যহাতে কোনো জাতশত্ৰুক শাস্তি দবলৈকো মন্ত্ৰপুত বস্তু খাদ্য, পানীয় অথবা মুখ্‌দি বা অনুপানৰ লগত মিহলাই খুৱাব পাৰে। এই আহুদিয়ে

মানুহক তিলে তিলে কষ্ট ভোগাই মৃত্যু পৰ্য্যন্ত ঘটাব পাৰে – যদিহে প্ৰতিষেধক ব্যৱস্থা গ্ৰহণ কৰা নহয়। এনে বিশ্বাস তিৱা সমাজত বৰ্ত্তমানেও বিৰাজমান।

## ১২। আলষনী ঃ

এগৰাকী মহিলা অপদেৱতা। এই অপদেৱতা বা খেতৰণী গৰাকীয়ে সৰু সৰু ল'ৰা-ছোৱালীৰ পেট কামোৰণি তুলি অসহ্য বেদনাত ভোগায়। সময়মতে চিকিৎসা নকৰিলে ল'ৰা-ছোৱালীৰ মৃত্যুও হ'ব পাৰে। সাধাৰণতে গধূলি সাজ-লগা সময়ত এইবিধ অপদেৱতাই কেচুঁৱাক লম্ভে। ইহঁত ঘৰৰ পানীপোছাত , চুৱা-পাতনি, তিনিমুনি বাট, সৌৰা গছ, আঁহতগছ – এনেবিলাকত বাস কৰে হেনো। ইবোৰে লম্ভিলে ল'ৰা-ছোৱালীয়ে বিৰাম নোহোৱাকৈ চেৰেউ-চেৰেউকৈ কান্দে। বেজে আঁৰে চাউল জাৰি এই অপদেৱতা খেদে আৰু ওচৰ চাপিব নোৱাৰাকৈ বগা সৰিয়হ মন্ত্ৰপুত কৰি ঘৰৰ চাৰিওফালে ছটিয়ায়। চিকিৎসা বিজ্ঞানমতে মাকৰ গাখীৰ খোৱা পিছত অথবা লুথুৰী আদি খাব পৰা হোৱাৰ পিছত অজীৰ্ণ হৈ হোৱা পেটৰ কামোৰনি অসুখহে। ঔষধ প্ৰয়োগ কৰিলে নিৰাময় হয়। আলষনী ৰোগক সেই বাবে তিৱা বা অন্য লোকেও [illegible]ও বা ভূত বুলি বিশ্বাস কৰে।

## ১৩। আগঅনা ঃ

সাধাৰণতে শালি আৰু বাওধান কটা সময়তে ধানৰ আগ অনা পৰ্ব আৰম্ভ হয়। কৃষি চপোৱাৰ প্ৰথম মাঙ্গলিক কামফেৰাই হ'ল ধানৰ আগ অনা আৰু ই আঘোণ মাহৰ পৰাই আৰম্ভ হয়। পথাৰত ধান পকিলে খেতিয়কে ধান কাটিবৰ উপযুক্ত হৈছেনে নাই চাই-চিতি লয়। ধান কটাৰ উপযুক্ত সময় হোৱাৰ লগে লগে অৰ্থাৎ গুটি পুৰঠ হ'লে সোম, বুধ অথবা বৃহস্পতিবাৰে আগ অনাৰ আগতে যিদিনা ধানৰ আগঅনা হ'ব সেইদিনা ভড়ালৰ গাধৈ লিপি মচি, লগতে ঘৰ-দুৱাৰো লিপি মচি পৰিস্কাৰ কৰে। ঘৰৰ মূল গৃহস্থনীয়ে গা-পা ধুই পৰিস্কাৰ কানি কাপোৰ পিন্ধি, এখন অনাকটা গামোছা বা চেলেং, দুজাপ আগলি কলপাত, এখন কাচি, তামোল পাণ এযোৰ, চাকি শলিতা আৰু তেল লই ঈশ্বৰক স্মৰণ কৰি, ধানৰ আগ আনিব খোজা পথাৰ খনলৈ খোজ লয়। পথাৰ পোৱাৰ পূব দিশত আগলি কলপাত এজাপ পাৰি, তাতে তামোল-পাণযোৰ দি, চাকি শলিতাৰে বন্তি এগছি জ্বলাই দিয়ে। অন্যজাপ কলপাতত কাচিখন থই বছৰৰ কষ্টৰ ফলস্বৰূপ শস্য ঘৰলৈ নিবলৈ আই লখিমীৰ অনুমতি বিচাৰি প্ৰাৰ্থনা কৰে। পিছত ভাৱভক্তিৰে হাতত কাচিখন লই একাচি ধান আগ, অৰ্থাৎ ধানৰ থোক আৰু পাতেৰে সৈতে ছয়-সাত জোপামান ধান কাটি আগলি কলপাত খনত দি লগত নিয়া কাপোৰখনেৰে মেৰিয়াই

মূৰত লই ঘৰলৈ আহে। ঘৰ পাওঁতেই ঘৰৰ গৃহস্থই তুলসী পানী গালে ছটিয়াই ধানৰ আগঅনা গৃহস্থনীক ভড়ালৰ ওচৰলৈ নিয়ে। ভড়ালৰ গাঁধেত কাটি অনা ধানৰ আগবোৰ থৈ ধুপ-ধুনা জ্বলাই সেঁৱা কৰে। লগতে মাহপ্ৰসাদো আগবঢ়ায় কোনো কোনোৱে। তিৱা সকলে ওচৰৰ দুই-এজন জেলা-চা-জেলাক মাতি আনি লাউপানী খুৱায়। পিছদিনা সেই ধানৰ আগ ভৰালৰ ছটিত বান্ধি ভালদৰে বান্ধি ওলোমাই ৰাখে। ধানৰ আগআনোতে পিছফিৰি চাবলৈ নেপায়। মূল গৃহস্থই "টোকোৱাই খোৱা, বান্দৰে খোৱা চকলব' মাই ফৈ অ' ফৈ" বুলি মাজে মাজে বৈ উকিয়াই আহে।

## ১৪। আজ'/আতা ঃ

কোনো ব্যক্তিৰ পো-বোৱাৰী অথবা জী-জোঁৱাইৰ পুত্ৰ-কন্যাসকলে তেওঁক আজ' বা আতা বুলি সম্বোধন কৰে। সেই ব্যক্তিয়ে তেওঁ পো-বোৱাৰীৰ ল'ৰা-ছোৱালীক নাতি-নাতিনী বুলি সম্বোধন কৰে। একেদৰে জী-জোঁৱাইৰ সতি-সন্ততিকো নাতি-নাতিনী বোলে। ভতিজা সম্বন্ধীয় ব্যক্তিৰ ল'ৰা-ছোৱালীয়েও বাপেকৰ দদায়েকক আতা বোলে। সেইদৰে ভাগিন সম্বন্ধীয় ব্যক্তিৰ ল'ৰা-ছোৱালীয়েও মোমায়েকক আজ' বা আতা বোলে। কিন্তু বৰ্ণ হিন্দু গোঁসাই-মহন্ত সকলে নিজৰ পিতৃকে আতা বুলি সম্বোধন কৰে। লগতে বৈষ্ণৱ ধৰ্ম প্ৰচাৰক – মহাপুৰুষ দুজনা শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ বাহিৰে বাকীসকল ধৰ্ম্ম প্ৰচাৰককো আতা সম্বোধন কৰে। দামোদৰ দেৱ আতা পুৰুষ, ভদ্ৰদেউ আতা, বলোৰাম আতা ইয়াৰ উদাহৰণ। অজনজাতি অসমীয়া সকলে আতায়েকক ককা বা ককাদেউতা বোলে।

## ১৫। আবি/আবু/আইতা ঃ

পো-বোৱাৰী আৰু জী-জোঁৱাইৰ ল'ৰা ছোৱালীসকল সিবিলাকৰ মাক-দেউতাকৰ মাকক আবি বা আবু বোলে। সেইদৰে ভতিজা সম্বন্ধীয়ব্যক্তিৰ ল'ৰা-ছোৱালীয়ে বাপেকৰ খুৰীয়েকক আবু বুলি সম্বোধঘন কৰে। ভাগিন সম্বন্ধীয় ব্যক্তিৰ ল'ৰা-ছোৱালীয়ে বাপেকৰ বা মাকৰ মামীয়েকক আবি বা আবু বুলি সম্বোধন কৰে। অজনজাতি অসমীয়াই উক্ত সম্বন্ধীয় মহিলাক আইতা বুলিহে সম্বোধন দৰে।

## ১৬। আলমুতাৱা/আলপৈচান ঃ

দুয়োটা শব্দই সমাৰ্থক যদিও দুয়োৰে মাজত পাৰ্থক্য আছে। আল্-শব্দে যত্ন লোৱা বুজায়। আনমুতাৱা শব্দই মৰম চেনেহৰে ওমলোৱা, তদাৰক কৰা বুজায়।

ঘৰৰ সৰু সৰু ল'ৰা-ছোৱালী কান্দি-কাতি থেন্ থেন্ মেন্ মেন কৰিলে, সিহঁতৰ ঠেহ্ পেচ্ ভাগিবলৈ কৰা প্ৰচেষ্টা, কান্দি-কাতি থাকিলে মৰমেৰে ভুৰুকিয়াই ওমলাই শান্ত কৰা এনে অৰ্থত আলমুলতাৱা শব্দৰ প্ৰয়োগ কৰা হয়। অসুখ-বিসুখ হ'লে, টোপনি যাবলৈ কৰা আমনি মাকে গাখীৰ মুখত দি বুকুত সাবটি লই জোকাৰি নামগুণ গাই মৰম কৰাকো আলমুতাৱা বোলে। ঘৰৰ অন্য ডাঙৰ মানুহেও এনেদৰে আমনি কৰা সৰু ল'ৰা-ছোৱালীক নিচুকনি গীত গাই, সাধুকথা কৈ নিচুকাই শান্ত কৰিবলৈ লোৱা ব্যৱস্থাক আলমুতোৱা বোলে। আসপৈছান শব্দটোৱে সৰু-ডাঙৰ উভয়বিধ ব্যক্তিৰ তদাৰক কৰা অৰ্থত ব্যৱহাৰ হয়। অসুখ-বিসুখত ভোগা ল'ৰা-ছোৱালী বা ডাঙৰ মানুহৰ যা-যোগাৰ যত্ন লোৱা, ঘৰ ঘৰোৱাৰ খোৱা-বোৱাৰ পৰা পিন্ধা-উৰা সকলোৰে যতন লোৱাকে আলপৈছান ধৰা বুলি কোৱা হয়।

## ১৭। আলগ ঃ

না-লগ্ = আলগ অৰ্থাৎ বেলেগ। সম্পৰ্ক ৰহিত অৱস্থাই আলগ্ হোৱা বা বেলেগ হোৱা অৰ্থ কৰে। ভাই-ককাই, দদাই-ভতিজা, আদিৰে একান্নভাৱে বসবাস কৰা পৰিয়ালৰ মানুহৰ মাজত মনৰ অমিল হৈ কাজিয়া-পেচাল হ'লে – যাৰ দ্বাৰা ঘৰখনত অশান্তিৰ সৃষ্টি হয় সেইজনক পিতৃ-সম্পত্তিৰ ভাগ দি যৌথ পৰিয়ালটাৰ পৰা বেলেগাই দিয়া হয়। তেওঁক সুকীয়াকৈ চৰু - জুৰি খাবলৈ দিয়া হয়। সেই ঘৰৰ লগত সংশ্লিষ্ট ব্যক্তিৰ সম্পৰ্ক ৰহিত হয়। এনেদৰেই বেলেগাই দিয়া ব্যৱস্থাকে আলগ্ কৰি দিয়া বোলে। গাঁৱৰ কোনো ব্যক্তিয়ে কিবা অসামাজিক কাম-কাজ কৰিলে, অথবা কোনোবাই গাঁৱৰ ৰাইজৰ স্বাৰ্থৰ বিপৰীতে গ'লে, সমাজবিৰুদ্ধ কামত লিপ্ত হ'লে তেনে ব্যক্তিক ৰাইজে ফটুৱা জাৰি কৰি 'নাদে-ঘাটে, জুই-পানীয়ে" আলগ্ কৰে। তেনে ব্যক্তিৰ লগত সংশ্ৰৱ কৰাজনো ৰাইজৰ দণ্ডনীয় হয়। ই হ'ল সামাজিক ভাৱে চাপ সৃষ্টি কৰি ৰাইজৰ অনুকূলে থাকি সমাজত মিলি থাকিবলৈ লোৱা এক সামাজিক বিধি - ব্যৱস্থা।

## ১৮। আংমৰা ঃ

অঙ্গমৰা অথবা শৰীৰ নিঃশকতীয়া হৈ আমন-জিমনকৈ মন মাৰি থকা মানুহকে আংমৰা বুলি কোৱা হয়। অসুখ-অশান্তি অথবা শাৰীৰিক ভাৱে দুৰ্বল, মানসিকভাৱে হতাশাগ্ৰস্ত ব্যক্তিৰ মনত ৰং-ৰহইচৰ প্ৰভাৱ কম হয়। শৰীৰৰ সঞ্জীৱনী শক্তিৰ অভাৱৰ বাবে ৰক্তহীনতা অথবা পুষ্টিহীনতাৰ বাবেও কিছুলোকে মন মৰা অৱস্থাত থাকে। আংমৰা শব্দই মনমাৰি, আমন জিমনকৈ থকা অৰ্থ বুজায়। কিন্তু প্ৰকৃতাৰ্থত Sex-debility অৰ্থাৎ যৌনশক্তিৰহিত লোকৰ ক্ষেত্ৰতহে এই শব্দৰ

প্ৰয়োগ সাৰ্থকভাৱে কৰা হয়।

## ১৯। আঙুলি পিঠা ঃ

তিৱা সমাজতো বিহুৱে-সংক্ৰান্তিয়ে বিভিন্ন ধৰণৰ পিঠা তৈয়াৰ কৰি খোৱাৰ নিয়ম আছে। কিন্তু বিশেষ কেইটামান সামাজিক কাম-কাজত আঙুলি পিঠাৰহে প্ৰয়োজন সৰ্বাধিক। এইবিধ পিঠা তৈয়াৰ কৰাৰ ধৰণ একেবাৰে সাধাৰণ, উজু-লগতে দেখাত ইয়াৰ গুৰুত্ব নাইযেন লাগিলেও তিৱা সমাজৰ পৰম্পৰাত এইবিধ পিঠাৰহে প্ৰয়োজন সৰ্বাধিক। মানিপুৰ অঞ্চলত পালন কৰা শিঙাল পূজাৰ উৎসৱত, মূল পূজাৰ আগদিনা, ৰাইজে উপবাস ভঙ্গ কৰে। উপবাস ভঙ্গ কৰাৰ নিয়ম হ'ল—বিভিন্ন শাক-গোটাই ভাজি-আঙুলি পিঠা আৰু পানী খাই ৰাজহুৱা ভাৱে সকলোৱে বহি এই পৰ্ব সমাধা কৰে। পুৰণি কালছোৱাত তিৱা সমাজত ছোৱালী খুজিবলৈ গ'লেও লাউপানীৰ কলহ এটা, জুঠা-জুমা লাউ দুটা, এপাচি অকাৰি চাউল, এটোপোলা আঙুলি পিঠা, এথোক কেঁচা তামোল, পান একুৰিৰে এখন কইনা খোজা চেলেং কাপোৰেৰে ঢাকি নিয়াৰ প্ৰথা আছিল। সেইদৰে নতুন মিতিৰৰ ঘৰত আলহী খাবলৈ অৰ্থাৎ কইনাৰ ঘৰলৈ গ'লেও এইদৰে সজাই এখন ভাৰ নিয়া হয়। বান ঝুৰা বা পিঠাগুৰি খুন্দা উৎসৱতো ডেকাসকলে নাচি বাগি উড়লত পিঠাগুৰি খুন্দাৰ পিছত পিঠাগুৰিবোৰ গুই চালনিৰে চালি, আঙুলি পিঠা তৈয়াৰ কৰি গাহৰি মাংসৰ ভাজিৰ সৈতে লাউপানীৰ লগত পৰিৱেশন কৰে। এইবিধ পিঠা প্ৰস্তুত প্ৰণালীও তেনেই সহজ। পিঠাগুৰিবোৰ তিয়াই অলপ ৰঠুৱা কৰি লাডু এটাৰ সমানকৈ লই দুই হাতৰ তলুৱাৰে কপাহৰ পাজিৰ দৰে কৰি, পিছত তৰ্জনী আঙুলিৰে তাৰ ওপৰত হেঁচা দি অলপ চেপেটা কৰি ডলা বা চালনিত থৈ দিয়ে। পিছত কেৰাহিত পানী গৰম কৰি পিঠাবোৰ এটা এটাকৈ তাত দি অলপ নিমখ ছটিয়াই উতলোৱা হয়। পিঠাবোৰ সিজিলেই কেৰাহি এটা পাতি তাত এখন চালনি দি পিঠাবোৰ ছেঁকি পেলোৱা হয়। এইদৰেই আঙুলি পিঠা প্ৰস্তুত কৰা হয়।

## ২০। আবৈয়া সেৱা ঃ

সাধাৰণতে মাঘ আৰু ফাগুন মাহতে তিৱা সকলে থলপূজাৰ লেখিয়াকৈ শক্তিদেৱীৰসেৱা এটা কৰে মুকলি পথাৰৰ কাষৰ হাবিয়লীয়া ঠাইতে। এই সকামটিত কৰাইগুৰি, কলডিল, ক'লা চৰাই এটা আৰু এলাউ মদৰ প্ৰয়োজন। গাঁৱৰ বাহিৰৰ জঙঘল এটুকুৰা পৰিস্কাৰ কৰি তাতে তিনিটা মাটিৰ টিপ সাজি তাত আগলি কলপাত এজাপকৈ পাৰি তামোল পান, সিয়া শলিতা জ্বলাই মহাদেউ, কালিমা-কামাখ্যাক স্তুতি মিনতি কৰে মানুহৰ দুঃখ বিপত্তি, বেমাৰ-আজাৰ, মাৰি-মৰক

নোহোৱা কৰি সুখ শান্তিৰ জীৱন দিবলৈ। ক'লা চৰাইটো এওঁলোকৰ নামত উচৰ্গি পাতসমূহত তেজ আৰু পেটুবোৰ দিয়ে। পিচত চৰাইটো পুৰি, কাটি কুটি লোৱা কলডিল, কৰাইগুড়িৰ লগত তেল মাৰি শুকানে ভাজে। এইবোৰ ভাজি প্ৰস্তুত হ'লে তাৰ পৰা চৰাইৰ ডেনা, কলিজা আৰু পিথল বাছি লই দেৱতাৰ বাবে আগবঢ়োৱা পাতত দি পুনঃস্তুতি কৰে। এই কাম হ'লেই তাত থকাসকলে ভজা মাংস, মদৰ গলত খাই ঘৰলৈ গুছি আহে। ইয়াকে আৰৈয়া সেৱা বোলে।

## ২১। ইহৰমল ঃ

ইহৰমল এবিধ সৰু জোপোহা ঔষধি গছ। ই বিষঘ্ন। ইয়াৰ শিপা শৰীৰত ধাৰণ কৰিলে সৰ্পই দংশন কৰিলেও বিষ নালাগে হেনো। সাপ আৰু নেউলৰ কাজিয়া লাগিলে, নেউলৰ গাত সৰ্পই দংশন কৰিলে এইবিধ গছত গা ঘঁহাই দিলেই বিষ নোহোৱা হয় বুলি ওজাসকলে কয়। আমাৰ তিৱা সমাজত এষাৰ প্ৰবাদ বাক্য আছে এইবুলি—

চান্দো ভান্দো ইহৰমল
সৰ্প নেযায় তাঁহাৰ তল।

বহাগ মাহত খোৱা সাত শাকী আৰু কুৰিবিধ শাকৰ আঞ্জা লগতে নীলিকণ্ঠ, কঠালৰ মুচি, ইৰহমল লগতে আৰু দুবিধ ঔষধি বটি একোটাকৈ পুৰিয়া ল'ৰা-ছোৱালী আৰু ডাঙৰ মানুহকো খাবলৈ দিয়ে— দীঘলনেজীয়াৰ দংশনৰ পৰা ৰক্ষা পাবলৈ।

## ২২। ইলুটি সিলুটি জেঙৰ কান্ধুলি ঃ

এফালে এলুটি আৰু অন্যফালে বা সিফালে মৰা অন্য লুটি বা বাগৰ— তাকে ইলুটি সিলুটি বুলি কোৱা হয়। বাগৰা বাগৰি কৰা অৱস্থা। মানুহে নিজৰ কথা-বতৰাৰ ওলট-পালত কৰিলেও এই কথাষাৰ ব্যৱহাৰকৰে। মানুহে বিলত মাছ ধৰিবৰ বাবে জেং দি ৰাখে। জেঙৰ মাজে মাজে কান্ধুলি মাছে পাক দি দি লুটি বাগৰমাৰি এবাৰ দেখা দি আকৌ নোহোৱা হয়। ইয়াকে জেঙৰ কান্ধুলি মাছ ইলুটি-সিলুটি মৰা বুলি মানুহে কয়। মানুহে নিজৰ কথাৰ গুৰুত্ব নেৰাখি ওলট-পালত ভাবে আবোল তাবোল বকিলে জেঙৰ তলৰ কান্ধুলি মাছে বিহাৰ কৰা সেই দৃশ্যটোৰ লগত ৰিজায়। আমাৰ সমাজত সেইবাবে এষাৰ ফকৰাৰ প্ৰচলন আছে। যেনে-

ইলুটি-সিলুটি জেঙৰ কান্ধুলি,
ধোপ যেন কণী পাৰে চুঙাৰ বান্দুলি।

## ২৩। উৱা/উষাবৰত ঃ

তেতেলীয়া মৌজাৰ মানুহৰ মুখে মুখে প্ৰচলিত কিছু কথা এনেধৰণৰ ঃ
তেতেলীয়া গাঁওখনৰ পাহাৰৰ দাঁতিত,
তাতে বৰত পাতে পুহৰ পূৰ্ণিমা ৰাতিত।
অইন জাতিৰ মানুহতকৈ লালুং মানুহ বেছি;
বহিবলৈ ঠায়ে নুকুলায় বহে হেঁচা-হেচি!!

এয়া তেতেলীয়া মৌজাৰ তেতেলীয়া গাঁৱত উদ্যাপিত হোৱা বৰত পূজাৰ উপলক্ষে মানুহৰ মুখে মুখে প্ৰচলিত দিস্তান। বৰত পূজাৰ আকৰ্ষন ইমানেই বেছি যে মানুহৰ মন আনন্দত উখল-মাখল হয়, খোৱা লোৱা পাহৰে। কংসৰাজৰ ৰাজসভালৈ কৃষ্ণ- বলোৰামৰ আগমনত, তেওঁলোকক চাবলৈ উত্ৰাৱল হোৱা জীয়ৰী-বোৱাৰীসকলৰ কোনোৱে ফেঁটি ল'বলৈ পাহৰিলে, কোনোবাই আকৌ এখন চাদৰেই কৃষ্ণ বলোৰামক চাবলৈ ওলাই আহিল, কোনোবাই কেচুৱাক গাখীৰ খুউৱা আধৰুৱা কৰি ওলাই আহিল। বৰত উৎসৱৰ দিনাও পুৰুষ মহিলাৰ এনে ৰূপ- এনে অৱস্থা হয়। মানুহৰ মুখত বৰত সম্বন্ধে প্ৰচলিত লেচেৰি—

আজি যাং বৰতক ঐ কালি যাং বৰতক ঐ
বৰতৰনো ধেপেলা ঐ পাত।
বৰতক যাংতে ঐ চৰতেনো ডাকিলে ঐ
ৰিহা নাইকীয়া ঐ গাত।।

মানুহৰ মুখত প্ৰচলিত বনগীতে এই তথ্যৰো সন্ধান দিয়ে যে তেতেলীয়া ৰজাৰ ৰাজত্ব কালৰে পৰাই তিৱা সমাজত বৰলা আৰু বাঁৰি তিৰোতাৰ পুনৰ বিবাহৰ প্ৰচলনৰ হয়। তিৱা বা লালুং সমাজত এষাৰ ফকৰাৰ প্ৰচলন আছিল যে—লালুং মানুহ বৰলা হ'লে পুনৰ বিবাহ নহয়, যিদৰে ব্ৰাহ্মণৰ ফুলবাঁৰি মহিলাৰ পুনৰ বিবাহ নহয়। দিস্তানটো এনে ধৰণৰ—

লালুঙৰ বৰলা বামুণৰ বাঁৰি।
তাক নিনিয়ে যমেও মাৰি।

পিছে তেতেলীয়া ৰজা এইবাবেই প্ৰশংসাৰ পাত্ৰ যে তেওঁলোকৰ ৰাজত্ব কালত বাঁৰি আৰু বৰলা মানুহৰো পুনৰ বিবাহৰ সুবিদা হৈছিল। এগৰাকী বাঁৰি দুখিনী তিৰোতাৰ লেচেৰি—

ঐ হাঁহ চৰাই চিলনীয়ে নিলে মোৰ বান্ধৈ ঐ
হাঁহ চৰাই চিলনীয়ে নিলে;
তেতেলীয়া ৰজায়ে বৰতটো পাতিলে ঐ

বাঁৰি চাই বৰলাক দিলে।

তয়ে হেৰৌ খিন্দাং দাং
বৰতক মইনো যাং
বাঁৰী চাই বৰলাক পাং।।

— এয়াই বৰতৰ আকৰ্ষণ আৰু তাৎপৰ্য্য।

মৰিগাঁও জিলাৰ, তেতেলীয়া মৌজাৰ, তেতেলীয়া গাঁৱৰ একে নামৰ পাহাৰৰ দাঁতিত থকা বৃহৎ পথাৰ এখনত পুহ মাহৰ পূৰ্ণিমা ৰাতিত বৰত পূজা পালন কৰা হয়। এই বৰত পূজাত যোগাদান কৰে দমাল, এজাৰবাৰী, কড়াইগুৰি, পদুম পুখুৰী, জেৰেঙাগাঁও, যোৰগাঁও তেতেলীয়া আদি প্ৰায় বাৰ-চৈধ্যখন গাঁৱৰ মানুহে। বৰত উৎসৱ চাবলৈ জিলাখনৰ বিভিন্ন ঠাইৰ মানুহৰ সমাগম হয়। কাতিমাহৰ পূৰ্ণিমা তিথিত মাহ-প্ৰসাদ, পুৰাকল, ফুল-তুলসী আদি নৈবেদ্যৰে গাঁৱৰ পূব মূৰত এটি পঁজাঘৰ সাজি তাতে সৰস্বতী পূজা কৰি গেৰাকী সুন্দৰী (কুঁৱৰী) বৰতানি নিৰ্বাচন কৰি আয়তী-বায়তী সকলেৰে সৈতে ঢোলে-ডগৰে, কলঙৰ সাতোটা ঘাটৰ পৰা সাত ঘাট পানী তুলি নোওৱা হয়। প্ৰতি সপ্তাহে এদিনকৈ এইদৰে পানী তুলি নোৱাওতে ২০ আধ্যা নোৱনি গীত গোৱা হয়। মূল পূজাত ১০০ আধ্যা গীত গোৱা হয়।

মূল বৰতত প্ৰতিটো কুলৰে পৰা ফুলৰে একোখন কেকোঁৰা দোলা সাজি দিয়া নিয়ম আছে। কাতি মাহৰে পৰা পাকৰিত এৰাঁ সূতা কাটি ৰখা হয় ৩৫০ গছি বন্তি জ্বলাবৰ বাবে। বৰটোকোলা, ধনেশ, বান্দৰ ভালুক আদিৰ মুখা তৈয়াৰ কৰি বৰতত নচুওৱা হয়। চাৰি গৰাকী বৰতীয়া ছোৱালীৰ মাজত বৰতৰ মূল পূজাৰ থলিত, বৰতৰ উপাস্য দেৱীৰ প্ৰতিকৃতি চাৰিখুৰাযুক্ত চাম কাঠৰ পীৰা এখনক কেন্দ্ৰ কৰি পীৰা যুঁজ হয়। যি গৰাকী ছোৱালীয়ে নিজৰ শক্তিৰে বাকী তিনিজনী ছোৱালীৰ পৰা পীৰাখন হস্তগত কৰে, তেওঁ ৰজাঘৰৰ পৰা পুৰস্কাৰ পায়। বৰতৰ শেষ পৰ্ব হ'ল- জীৱ-জন্তু বিলাকৰ মুখাবোৰৰ নৃত্য কৰাৰ পিচত মহাদেৱ পাৰ্বতী আৰ্বিভাব আৰু নৃত্য। নৃত্যৰ শেহত উপাস্য দেৱতা পীৰাখন ধেউৰীৰ পূজাঘৰত থৈ দিয়েগৈ। আগদিনা বাংকা ভাঙি বিল মাৰি অনা মাছেৰে পিছদিনা পূজা ভাঙি দুপৰীয়া ৰাইজে ভোজভাত খায়।

## ২৪। উৰুলি পুঙা ঃ

বৰশীৰ পুঙাৰ দৰে উপঙি থকা। মাছ ধৰিবলৈ বৰশীত লগোৱা পুঙা সামান্য বতাহতে পানীত ঢৌ লাগি লৰি থাকে। মানুহৰ ক্ষেত্ৰত মনৰ অ শাসনহীনতা,

আনন্দ, ইচাট্-বিচাট অৱস্থাত "ক'লৈ যাওঁ— গোপাল, ক'লৈ যাওঁ কৃপাল" হোৱা ধৰণৰ অৱস্থাৰ কথা সূচাইছে। অন্যহাতে পুঙা চৰাই হ'ল শালিকা চৰাইৰ সমান ডাঙৰ মতীয়া ধৰণৰ এবিধ চৰাই। শালি বা বাওধানৰ মাজত পোক পতঙ্গ বিচাৰি চৰি ফুৰে শৰালি হাঁহৰ লেখিয়াকৈ। ইয়াক ধৰিবলৈ খেদি গ'লে শৰালি হাঁহৰ দৰে পানীত ডুব মাৰি, ধানৰ গছত কামুৰি পানীত মূৰ গুজি লুকাই থাকে। কিন্তু ডিঙিৰ ওচৰৰ পাখিলৈকে পানীত ডুব গৈ ঠেং দুটাৰে সৈতে শৰীৰৰ বাকী অংশ পানীৰ পৰা ওলাই থাকে। তাৰ ধাৰণা মানুহে তাক দেখা নাই। পিছে সেইবাবে পুঙা চৰাই সহজে ধৰিব পাৰি। মানুহৰ ক্ষেত্ৰতো এইকথাটো খাটে। কোনো ব্যক্তিয়ে মনত গোপন বাসনা পুহি আনৰ পদুলিত চালি ধৰিবলৈ গ'লে, সেইজনক কোনোবাই দেখে বুলি পুলুং পালাংকৈ থকা অৱস্থাই তেওঁৰ গোপন উদ্দেশ্য অপ্ৰকাশ্যভাৱে আনৰ আগত ধৰা পেলাই দিয়ে। সেইবাবে আমাৰসমাজত এষাৰ দিস্তানৰ প্ৰচলন আছে, বোলে— 'মৰে উৰুলি পুঙা; মৰে পদুলি শুঙা'। প্ৰেম বা ভালপোৱাৰ ক্ষেত্ৰত এই দৃষ্টান্তটো ভালকৈ খাটে।

## ২৫। উটীয়া ঃ

এলেহুৱা, দগধা মানুহ। কাম বন নকৰাকৈ এলেহুৱ মনোভাবেৰে ধোদ কোবাই ফুৰা লোকক উটীয়া বোলে। এনেলোকে কথা চোবাই, মুখ চুপতি মাৰি কাল কটাবলৈ ভাল পায়। কিবা কাম কৰিব লগা হ'লেও হাঁমিয়াই হিকতিয়াই তিনিটা লেন চেলাইহে কামত ধৰেগৈ। কাম বনবোৰো মনপুতি নকৰে।

## ২৬। উনা লোৱা ঃ

খোজ-খবৰ কৰা, গম-গতি লৈ ফুৰা। ভাল আৰু বেয়া দুয়োটা অৰ্থতে ব্যৱহাৰ হ'লেও, বেয়া অৰ্থত অধিক ৰূপে ব্যৱহাৰ হয়। গাঁৱে গাঁৱে এনে এচাম পুৰুষ-মহিলা থাকে, যিসকলে পৰৰ দোষ-গুণৰ উমান লৈ ফুৰাৰ স্বভাব। ইবিলাকৰ মুখত কোনো বিষয়ৰ তিলেই তালটো হৈ প্ৰকাশ পায়। এই সকলে কাৰ ঘৰত কি হৈছে; কোনে কি কৰিছে, কি খাইছে, কি কৈছে কি পিন্ধিছে, কাৰ ল'ৰাই কাৰ ছোৱালীক ভাল পায়, কোনো ডাঙৰক হাত দাঙি অপমান কৰিলে এনেবোৰ কথাৰ শুংসূত্ৰ লৈ ফুৰে আৰু যাৰে-তাৰে আগত এইবোৰ কথা উলিয়াই বৌজাল-বৌজাল কৰি পেলায়। আনৰ কথাবোৰ চলেৰে উলিয়াই অথবা তামোল-ছালি খোৱাৰ চলেৰে, খবৰ-খাতি লোৱাৰ ভাও কৰি কোনো ব্যক্তিৰ ঘৰত হোৱা উখনা-উখনিবোৰ কঢ়িয়াই লৈ ফুৰা ব্যক্তিক উনা লৈ ফুৰা মানুহ বুলি কোৱা হয়। এনে শ্ৰেণীৰ লোকৰ দ্বাৰা সমাজত ভাল কামকাজ বৰ কমেই হয়, বৰং অপমান, দ্বন্দ্ব খৰিয়াল,

উখনা-উখনি আদিৰহে সৃষ্টি হয়।

## ২৭। উখনা-উখনি ঃ

এজনে আনজনৰ দোষ খুচৰি তৰ্কত প্ৰবৃত্ত হোৱা। কাজিয়া-পেচাল, উচ্চবাচ্য। মৰণা মাৰোঁতে, গৰু ফুৰাই থাকোঁতে উখনিৰে নৰাবোৰ ঘূকতি জোকাৰি ওলট-পালট কৰি দিয়া হয়। ইয়াকে মৰণা উখনিওৱা বা ধান উখনিওৱা বোলে। কিন্তু উখনা-উখনি শব্দ মানুহৰ ক্ষেত্ৰত প্ৰয়োগ হয় আৰু ইপৰস্পৰৰ দোষ খুচৰি কাজিয়াত লিপ্ত হোৱা বুজায়।

## ২৮। উপাক-পাক ঃ

উলোটা পাক — উপাক; তাৰো পাক। অৰ্থাৎ উলট-পালট কথা, পাক লগা কথা। যিবোৰ কথা পোনপটীয়া নহয়। টান, কঠিন অথবা জঞ্জালেৰে ভৰা এনে অৰ্থও কৰে। বেজসকলে মন্ত্ৰ মাতোতে গাই যায়— "দেও দেৱতা, মনুষ্যৰ উপাক্-পাক গাষ্ঠি কাটি চূৰ্ণ কৰোঁ মই।" ইয়াত কোনো দুষ্ট মানুহে অনিষ্ট সাধিবৰ বাবে কৰা টান মন্ত্ৰপূত গাঁথি বা বান্ধনি বুজাইছে। আমাৰ সমাজত প্ৰচলিত ফকৰা এটি আছে উপৰোক্ত শব্দকলৈ যেনে- 'কথাৰো উপাকে পাক, গৰৈ মাছৰ সাতোটা নাক'।

## ২৯। উপাধি ঃ

তিৱা সমাজত ৬০ টা কুল পোৱা গৈছে। তেওঁলোকৰ বহুতে নিজা কুলটোকেই নামৰ পিছত উপাধি হিচাপে লিখি পৰিচয় দিয়া দেখা যায়। তিৱা সকলক যেহেতু লালুং বুলি কোৱা হয়, সেইবাবে বহুতেই 'লালুং' উপাধি লেখাও দেখা গৈছে। বহুতো লোকে নিজা কুলৰ নাম উপাধি হিচাপে নিলিখি বৃত্তিয়াল পদবীটোকে উপাধি হিচাপে লিখা দেখা যায়। দেওৰজা, ডেকাৰজা, দলৈ, ডেকাদলৈ, পাতৰ, সেনাপতি, কোঁৱৰ, খাটনিয়াৰ, লৰ, চাংমাজি, হাতাৰী, গাওঁখোৱা, দেউৰী, বৰদলৈ আদি হ'ল ৰাজকীয়া বা সামাজিক পদ মৰ্য্যাদাৰ ক্ষেত্ৰত লোৱা উপাধি যদিও তেওঁলোকৰ নিজস্ব একোটাইঁত কুলো আছে। মচৰং, হুকাই, ফাংচ', আমৃছি, কাৰ্খ, আমফিলি, দাৰ্ফাং, ছাগ্ৰা ইত্যাদি কুলৰ লোক সকলৰ ভিতৰতে সেনাপতি, দলৈ, বৰদলৈ, পাতৰ, দেউৰী, কোঁৱৰ, ডেকাৰজা, আদি উপাধি লেখা দেখা যায়। দাস, শুদ্ধি, বৈষ্ণৱ, মেধি আদি উপাধি লেখা লালুং সকল, তিৱা সমাজৰ পূৰ্বৰ নীতি-নিয়ম এৰি বৈষ্ণৱ ধৰ্ম্মত শৰণ লোৱা লোক সকলৰ উপাধি। বৰদলৈ উপাধিটো লালুং, চুতীয়া, আৰু গণক ব্ৰাহ্মণসকলে লিখে। গতিকে এই তিনিটা

সম্প্ৰদায়ভুক্ত বৰদলৈ উপাধিধাৰী কেইজনে যেতিয়ালৈকে তেওঁলোকৰ সম্প্ৰদায়ৰ নাম নক'ব, তেতিয়ালৈকে ব্ৰাহ্মণ, লালুং, চুতীয়া বুলি নিৰ্দ্দিষ্ট কৰিব পৰা নেযাব। সেইদৰে হীৰা আৰু কৈৱৰ্ত্ত সম্প্ৰদায়ে দাস উপাধি লিখে, লালুঙৰো কোনো কোনো লোকে দাস উপাধি লিখে। ইয়াতো সংশ্লিষ্ট লোক কেইজনে সম্প্ৰদায়টোৰ নাম উল্লেখ নকৰিলে উপাধিৰ জৰিয়তে সম্প্ৰদায় চিনাক্তকৰণ অসম্ভৱ। লালুংসকলৰ জাতিগত প্ৰমাণ পত্ৰ সেইবাবে ১৯৯০ চনতে মৰিগাঁও জিলা ট্ৰাইবেল সংঘৰ সভাপতি ৰূপে কাৰ্য্যনিৰ্ব্বাহ কৰি থাকোঁতে এই লেখকে প্ৰত্যেকৰে কুলৰ বিষয়ে লিখাটো বাধ্যতামূলক কৰি দিছিল। কুলৰ উল্লেখ নকৰিলে লগতে আঞ্চলিকৰ সভাপতি অথবা সম্পাদকে চীল মোহৰ মাৰি চুপাৰিশ নকৰিলে জাতিগত প্ৰমাণ পত্ৰ নিদিয়াৰ কঠোৰ ব্যৱস্থা গ্ৰহণ কৰাত – প্ৰমাণ পত্ৰৰ জলিয়াতি কৰিব পৰা নাছিল। সি যি নহওঁক, কুল আৰু পদবী অনুসাৰেই লালুং সকলে নিজৰ উপাধি লিখি আহিছে।

## ৩০। উড়ীধান ঃ

বাওধানৰ মাজত সাধাৰণতে এবিধ বনৰীয়া ধান গজে। এই ধানৰ শুং থাকে। ই একেবাৰে থুনুকা। কেকোৰা বাওধানৰ দৰে। অন্য ধানবোৰ ভালকৈ পকি উঠালৈ ইবোৰ ধান সৰি ঠাৰি ডালহে থাকেগৈ। কলপকা মৰাৰ নিচিনা হ'লেই ধানৰ গছডাল জোকাৰি দিলে ধানবোৰ সৰি যায়। এই ধানক সেইবাবে খেতিয়কসকলে 'গহৰা ধান' বোলে। এই ধানৰ চাউল বগা, তেলাল আৰু মিঠা। এইধান বেছিকৈ হ'লে খেতিয়ক সকলে ডলা লৈ ধানঠোকৰ তলত দি জোকাৰি লৈ আহে।

## ৩১। উড়ল ঃ

জুম খেতিৰ প্ৰবৰ্ত্তক কিৰাতসকলেই ধান খুন্দি চাউল উলিওৱা, পিঠাগুৰি খুন্দা, জালুক-জলকায়া, হালধি আদি গুৰি কৰা আদি কামৰ বাবে এইবিধ সজুলি প্ৰথমে তৈয়াৰ কৰা বুলি ক'ব পাৰি। এই সজুলিবিধ পাহাৰীয়া আৰু দাঁতিয়লীয়া লালুং আৰু অন্যান্য জনজাতিৰ মাজত অদ্যাপি প্ৰচলিত। পাহাৰীয়া আৰু দাঁতিকাষৰীয়া তিৱা সকলে ধানখুন্দি চাউল উলিয়াবৰ বাবে গোটা কাঠৰ টুকুৰা এটা লই, মাজ ডোখৰ অলপ চিয়াঁ কৰি এটা মুৰে গাঁতৰ দৰে খুলি পেলায়। এই গাঁতটো প্ৰয়া এ বেগেত মান দ' কৰে। পিছত পাঁচ-ছয়হাতমান দীঘল উড়লমাৰি লই দুগৰাকী মহিলাই একে সমানে চাউল বা পিঠাগুৰি খুন্দিব পাৰে। এওঁলোকে একোটা নৃত্য-ছন্দৰ তালে তালে ধান বা পিঠাগুড়ি খুন্দে বাবে উড়লমাৰিৰ লগত উড়ল মাৰিৰ

ঠেকা খোৱাৰ ভয় নেথাকে। প্ৰতিঘৰ পাহাৰীয়া তিৱাৰ ঘৰতে উড়ল বিদ্যমান। দাঁতিয়লীয়া তিৱা সকলৰো ঘৰত উড়লৰ ব্যৱহাৰ আছে। ভৈয়ামৰ তিৱা সকলৰ মাজত উড়লৰ ব্যৱহাৰ নাই বুলিবই পাৰি। ভৈয়ামত ঢেকীৰহে প্ৰচলন আছে। ঢেকী উড়লতকৈ পিছৰ উদ্ভাৱন বুলি ক'ব পাৰি।

## ৩২। উখনি ঃ

আঠৰ পৰা দহ ইঞ্চিমান দীঘল আখিৰে সৈতে ভলুকাবাঁহৰ আগ কাটি, কটলাই জুইত সেকি অলপ ভাঁজ কৰি, ৰচি লগাই বান্ধি দুদিনমান লৈ দিলে উখনি লৈ ৰূপান্তৰ হয়। পিছত কটাৰীয়ে গাঁথিবোৰ কাটি কুন্দাই, আখিটোৰ গাঁথিবোৰো কাটি কুন্দাই আগটো অলপ জোঙা কৰি লোৱা হয়। ধানৰ মৰনা মাৰোঁতে ধান উখনিয়াবলৈ আৰু খেৰ জোকাৰিবলৈ এইবিধ সৰ্জুলিৰ বৰ প্ৰয়োজন।

## ৩৩। উৱাল খোৱা ঃ

ওপৰলৈ দাং খোৱা, বা উফাল খোৱা অৰ্থত এই শব্দৰ প্ৰয়োগ হয়। গৰু-ম'হৰ গাড়ীৰ ধাম দুডাল লগ কৰি ঠিলা মৰা অংশৰ ওপৰত যুঁৱলি স্থাপন কৰা হয়। গাড়ীখনৰ এই যুঁৱলিক গৰু - ম'হৰ কান্ধৰ নিৰ্দিষ্ট জোখত ৰাখিবলৈ এডাল কেপিয়া (দুফাল বাঁহৰে ভৰ ৰাখিবলৈ কৰা যতন) দিয়া হয়। গাড়ীৰ ধুৰাৰ পৰা অলপ পিছলৈ বয়-বস্তু বেছিকৈ দিলে যুঁৱলিৰে সৈতে গাড়ীখন ওপৰলৈ উঠি যায়। এইদৰে ওপৰলৈ যোৱা অৱস্থাকে গাড়ী উৱাল খোৱা বোলে।

## ৩৪। উৰহী পিঠা ঃ

তিৱা সমাজৰ সামাজিক কাম-কাজত ব্যৱহৃত দ্বিতীয়বিধ পিঠাই হ'ল উৰহী পিঠা। এই পিঠা উৰহীটোৰ আকৃতিৰে তৈয়াৰ কৰে। পিছে ইয়াৰ ভিতৰত ভাজি গুৰি কথা তিল আৰু মিনঠে সানি ভৰাই দি সাইলাখ উৰহীটোৰ দৰে কৰি মুখখন আঙুলিৰে টিপি বন্ধ কৰা হয়। পিছত আঙুলি পিঠা কেৰাহিত উতলাই ছেকাৰ দৰে ছেকি পেলোৱা হয়। আজিকালি তেলত ভাজিও উৰহী পিঠা প্ৰস্তুত কৰি খোৱা হয়। দুয়োবিধ পিঠাই তিৱা সংস্কৃতিৰ লগত জড়িত।

## ৩৫। এটকা মহন্ত ঃ

চাৰিটা সিকিৰ সমজোখক এটকা বোলে। কুৰি শতিকাৰ ছয়ৰ দশক পৰ্য্যন্ত পুৰণি বৃটিছৰ মুদ্ৰাই ভাৰতত চলি আছিল। বৰ্ত্তমান কালতো সিকি আৰু আধলিৰ আকৃতি পূৰ্বৰ দৰেই আছে। কিন্তু পুৰণি কালচোৱাত অৰ্থাৎ ছয় দশক পৰ্যন্ত এক

অনা বা চৰতীয়া আৰু দুই অনীয়া মুদ্ৰাৰ প্ৰচলন আছিল। এক অনা টকাটোৰ ১৬ ভাগৰ এভাগ; দুৱানীটো টকাৰ ৮ ভাগৰ এভাগ। এক অনাৰ আকৃতি আজিকালিৰ দশমিক মুদ্ৰাৰ দহপইচাৰ লেখিয়া আৰু দুৱানীটো পাঁচ পইচাৰ চানেকীয়া। চাৰিটা সিকি বা চাৰিঅনীয়া একেলগ কৰিলে এটকা হয়। এটকা মহন্তই ধৰ্ম্মীয় চাৰিবিধ বস্তুৰ একত্রে গৰাকী হ'ব পৰা ব্যক্তিক বুজায়। ধৰ্ম্মৰ এই চাৰিবিধ বস্তু হ'ল – নাম, দেৱ, গুৰু আৰু ভকত। এই চাৰিবিধ তত্ত্বৰ কথা যিজনে ভালদৰে জানে তেওঁকে এটকা মহন্ত বুলি কোৱা হয়। স্বৰ্গদেব ৰুদ্ৰসিংহই শ্ৰেষ্ঠ বুলি মাটি-বাৰী দি সংস্থাপন কৰা মহন্ত সকলকেই এটকা মহন্ত বুলি কোৱা হয়।

## ৩৬। এখোৱা দণ্ড ঃ

তিৱা সমাজত ডাঙৰক হাত দাঙিলে, অপঘাত কৰিলে, অবাইচ মাত মাতি অপমান কৰিলে মুখবন্ধা এটাৰে হাজাৰ টকাৰ দণ্ড বিহে। মুখবন্ধা মানে একলহ লাউপানী – কলহটোৰ মুখত এখন আগলি কলপাত দি খেৰৰে বান্ধি ৰাইজৰ মাজত আগবঢ়োৱা। সেইদৰে হাজাৰ টকাৰ দণ্ড মানেও হ'ল – কুল আনুপাতে সাতোটা বা ন-টা তামোল, সমসংখ্যাক পাণৰে আগলি কলপাতত বঁটা বান্ধি সমসংখ্যক টকা তাত গুজি দি ৰাইজলৈ আগবঢ়োৱা। এইদৰে লাউপানী খুউৱা কাৰ্য্যকে এখোৱা দণ্ড বোলা হয়।

## ৩৭। এধাৰ মদ ঃ

কোনো সজ কাম কৰিবলৈ কোনোবা গৃহস্থই মন কৰিলে (যেনে – শ্ৰাদ্ধ, বিয়া, অশৌচ আদি) ৰাইজক ভাৰস্তিৰে মাতি আনি, সকলোকে চোতালত চক্ৰাকাৰে বহুৱাই, কলপতুৱাৰে সজাথোলা আগত দি তাত লাউপানী বাকি ৰাইজক খাবলৈ দিয়ে। ৰাইজে পৰম্পৰা অনুযায়ী – বৰজেলাৰ দ্বাৰা গৃহস্তক সোধপোছ কৰি কিয়নো এইদৰে ৰাইজক মাতি বুলি আনি অমৃত এধাৰ আগবঢ়াইছে – সোধে। গৃহস্থয়ো তেওঁৰ উদ্দেশ্য ব্যক্ত কৰে। পিছত বৰ জেলাৰ নিৰ্দ্দেশ অনুসৰি সকলোৰে লাউপানী খাই – আশীৰ্বাদ দি বিষয় বস্তুৰ আলোচনা কৰে। ইয়াকে এধাৰ মদ বুলি কোৱা হয়। এনেধৰণ কাজ-সকামত, যেনে অশৌচ, শ্ৰাদ্ধ, বিয়া আদিত ৰাইজে অপমান পোৱা কথা বা কাম কৰিলে, গৃহস্থ অথবা গৃহস্থৰ কুলৰ কোনোবা লোকেও তেনে কৰিলে, বৰ জেলা বাকী সমজুৱাৰ লগত আলোচনা কৰি হাজাৰ টকা আৰু মুখবন্ধা এটি দণ্ড কৰে। পিছত এধাৰ মদ দি দোষী ব্যক্তিক ৰাইজৰ সন্মুখতে ক্ষমা খোজাই, আগলৈ তেনে কাম নকৰিবলৈ উপদেশ দিয়ে।

## ৩৮। এলেং মাছ ঃ

এলেং মাছ হ'ল, আজিকালি ওলোৱা গ্ৰাচ্ কাৰ্প মাছটোৰ লেখিয়া এবিধ সৰু জাতৰ বগা বাকলি যুক্ত মাছ। এই প্ৰজাতিৰ মাছ এতিয়া বিল অথবা নদীত পাবলৈ নোহোৱা হৈছে। মাছবিধ মিঠা আৰু তেলাল। এলেং মাছক লৈ তিৱা সমাজত এটি খৰং বা জনশ্ৰুতিৰ প্ৰচলন আছে। যথা –

এখন গাঁৱত এজন খেতিয়কে বৰ কষ্টেৰে খেতি - বাতিৰ কাম কৰি অৱস্থা টনকিয়াল কৰি ল'লে। তেনেহ'লেও তেওঁ খেতি-বাতিত বৰকৈ মনোযোগ দি কামত ব্যস্ত থাকে। তেওঁ এগৰাকী তিৰোতা বিয়া কৰালে। পিছে তিৰোতা গৰাকী মস্ত খোদ। বাতৰ বেমাৰ বুলি বিচনাৰ পৰা উঠিবই নোখোজে। কাঁহী-বাতি ধোৱাতো এলাহ। গিৰিয়েকে খুউব পুৱাই উঠি কাঁহি - বাতিবোৰ ধুই থৈ হাল বাবলৈ যায়। হালকোৰ বাই আহি গা-পা ধুই ৰন্ধা-বঢ়া কৰি ঘৈণীয়েকক খুৱায়! এইদৰে কিছুদিন যোৱাৰ পিছত খেতিয়কজনৰ মনত কিবা সন্দেহৰ ভাব জাগিল। তাতে ওচৰ-পাজৰৰ মানুহেও ঘৈণীয়েকৰ বিপক্ষে দুই-এটা খোচ-মাৰি কোৱা কথাই সন্দেহ বেছি কৰিলে। এই মানুহজনী যদি সঁচাকৈয়ে বেমাৰী, তেনেহ'লে গাত পোটোকা এটাও নপৰাকৈ তুলতুলীয়া হৈ কিদৰে আছে? প্ৰমাণ চাবৰ মনেৰে এদিন সোনকালেই বিচনাৰ পৰা উঠি হাতত বৰশী লৈ বিললৈ গ'ল। বৰশী বাই তিনিটা এলেংমাছ পাই আনি ঘৈণীয়েকক ক'লে কষ্ট কৰি হ'লেও মাছ কেইটা ভাজি ভাত কেইটা ৰান্ধি থবি। এই বুলি গোহালিৰ পৰা গৰুহাল খুলি, নাঙলটো লৈ পথাৰ লৈ ওলাই গ'ল। কিন্তু তেওঁ গৰুহাল এৰাল দি হাল নেবাই গোপনে আহি ভড়ালৰ চাঙৰ তলত লুকাই ঘৈণীয়েকৰ ৰেহৰূপ চাবলৈ ধৰিলে।

গিৰিয়েক যোৱাৰ কিছুসময় পিছত ঘৈণীয়েকে বিচনাৰ পৰা উঠি ঘৰৰ পিছফালে থকা কলগছৰ পাত এখন কাটি আনি ধুই থলে। জহা চাউলৰে তাইৰ বাবে নিসনিযুক্ত মাৰভাত ৰান্ধি এলেংমাছ কেইটা খোলাত দি সেকিলে। পিছত নিমখ-জলকীয়া সানি এলেংমাছৰ পিতিকা কৰি, কলপাতত ভাত বাঢ়ি খাই পাতখন বাৰীত পেলাই দিলে। ভাত খোৱাৰ চিনমোকাম নোহোৱা কৰি ঘৰৰ ভিতৰতে গীত জুৰি নাচিবলৈ ধৰিলে –

এলেং এলেং তিনিটি এলেং
নিসনিকটীয়া ভাত;
খাই বই আমি তুষ্ট হ'লোঁ
কোনে পেলাবি পাত ।।

ভড়ালৰ চাঙৰ তলত লুকাই থকা গিৰিয়েকে তেতিয়াহে ঘৈণী য়কৰ আচল

বেমাৰ ধৰিব পাৰিলে। চাঙৰ তলৰ পৰা ওলাই আহি সি ক'লে "ময়ে পেলাম পাত ঐ"। ঘৈনীয়েকে কোনোবা অশৰীৰি দেৱতাই মতা বুলি ভাবি আকৌ গালে-

ঘৰ দেউ গোঁসানী লগাইছে মাত।

গায়ে কৰিছে জাত জাত।। এই বুলি নাচত ধৰিলে।

গিৰিয়েকে হালোৱা এচাৰিৰে তাইক দুকোবমানদি এলেহুৱা ভূতজাৰি খেদিলে। তেতিয়াৰ পৰা তাই এগৰাকী কাজী তিৰোতা হ'ল। দুয়ো বৰ ৰঙে আনন্দে সুখেৰে কাল কটালে।

## ৩৯। এৰাগছ/পলুগছ ঃ

এৰাগছ তিৱা সকলৰ অৰ্থনৈতিক দিশত সহায় কৰা এবিধ প্ৰধান আহিলা বুলি ক'ব পাৰি। আগৰ কালত তিৱা সকলৰ এনে এঘৰ মানুহ নাছিল – যিঘৰে পলু পুহি এড়ীয়া কাপোৰ বৈ লোৱা নাছিল। প্ৰত্যেক ঘৰ মানুহৰ বাৰীত পলুগছ বা এড়াগছ আছিল। গুটি ছটিয়াই দিছিল এৰাগছ গজিবলৈ। পিছে ব্যৱসায়ভিত্তিক এৰাগছ ৰুই, এড়ীপলু পোহা ব্যৱসায় অথবা এড়ীয়া কাপোৰ উৎপাদন কৰি ব্যৱসায় কৰাৰ মনোবৃত্তি নাছিল তেওঁলোকৰ। ঘৰৰ ঘৰোৱাহক জাৰকালি জাৰ গুছাবলৈ এখন এড়িয়া কাপোৰৰ দৰকাৰ ভালদৰে উপলব্ধি কৰি পলু পুহি, লেটা কাটি, সূতা উলিয়াই এড়ীয়া কাপোৰ বৈ লৈছিল। পলু পুহিবৰ বাবে পৰ্য্যাপ্ত পৰিমাণৰ পলুপাত বা এৰাপাত ঘৰত বা গাঁৱত নেথাকিলে – অন্য অজনজাতিৰ গাঁৱৰ পৰা পলুপাত সংগ্ৰহ কৰি হ'লেও পলু পুহি এড়ীয়া কাপোৰ বৈ লৈছিল। গতিকে এৰাগছ তিৱা সংস্কৃতিৰ লগত জড়িত এবিধ গছ।

এৰাগছ বিষনাশক। ভৰিৰ তলুৱাত শামুকীয়া অথবা শিলাধমনা ৰোগ হ'লে, শিল গৰম কৰি তাৰ ওপৰত এৰাগছৰ পাত দি তাৰ ওপৰত ভৰি সেকিলে এনেবোৰ ৰোগৰ উপশম হয় বুলি মানুহে কয়। ওজাসকলেও বিষালী বতুৱা মানুহক এৰাগছৰ পাতৰে জৰাফুকা কৰে। ই বাতবিষৰো মহৌষধ। এৰাগছৰ গুটিৰ পৰা তেল উলিয়াই গৰু মহৰ গাড়ীৰ চকাৰ ধুৰা তেলিয়াবলৈ ব্যৱহাৰ কৰা হয়। আগৰ কালত এৰাগছৰ গুটিৰে লানি সিয়াই শুকুৱাই থৈ, কেৰাচিনৰ অভাৱত পোহৰৰ ব্যৱস্থা কৰিছিল।

## ৪০। একোঁহিয়া ৰোগ ঃ

পুৰুষৰ গুপ্তৰোগ। এইৰোগ পুৰুষ মানুহৰ অণ্ডকোষত হয়। ইংৰাজীত ইয়াক Hydrosil বা পানীজমা হোৱা ৰোগ বোলে। অণ্ডকোষত কিবা বিকাৰ হৈ পানী জমা হ'লে তাৰে এটা ওপৰলৈ উঠি আহে। অন্যটো সঠিক স্থানত থাকিলেও

পানী জমা হৈ ফুলি ডাঙৰ হয়, জিলজিলিয়া হৈ পৰে লগতে অত্যন্ত বিষৰ সৃষ্টি কৰি মানুহ খোজ কাঢ়িব নোৱাৰা হয়। এনে হোৱাকে একোঁহিয়া ৰোগ বোলে। বেজ-জ্ঞানীসকলে বন-নহৰুৰ মাজৰ অংশ ধুনীয়াকৈ খুলি, তাতে ৰোগীজনক অলপ প্ৰস্ৰাব কৰিবলৈ দি, নহৰুৰ কটা অংশ তাঁতে খাপখুৱাই ঢাকোন দি ৰান্ধনি শালৰ তিনি উধানৰ মাজত পুতি ৰাখিবলৈ উপদেশ দিয়ে। নহৰুটো শুকাই গ'লে ৰোগটো নিজেই নিৰাময় হয় বুলি বিশ্বাস। কোনো কোনো বেজ বা ওজাই ঔটেঙা এটা লই ১০১ ডাল টেঙা হুল লই মন্ত্ৰপূত কৰি ঔটেঙাটোত খুচি দিয়ে। এই টেঙাটোকো ৰান্ধনিশালৰ তিনি উধানৰ মাজত পুতি থ'লে ৰোগ ভাল হয় বুলি বিশ্বাস। কোনো কবিৰাজে ৰোগীৰ যিফালৰ অণ্ড উঠি আহিছে – সেইফালৰ কাণখন পৰীক্ষা কৰি এডাল সিৰা বেজীৰে ফুঠাই দি তেনে ৰোগ ভাল কৰা দেখা গৈছে। হোমিঅ'প্যাথিত এই ৰোগৰ ভাল চিকিৎসা হয়।

## ৪১। এৰালিয়া ঘাঁ ঃ

বাও আৰু শালিধান অথবা মৰাপাট তলিৰ সীমাত গজা এবিধ ঘাঁহক এৰালি ঘাঁহ বোলে। ইয়াৰ গা-গছ ডালত ছুটী-ছুটী টান শুং থাকে আৰু পাততো শুং থাকে। ই মানুহৰ ভৰিত কাটি বখলা বখল কৰে। এই এৰালিৰ আকৃতিৰে চিৰা-চিৰাকৈ মানুহৰ শৰীৰত এবিধ ঘাঁ হয়। এই ঘাঁ হ'লে প্ৰথমতে খিচ্‌খিচ্‌কৈ ৰঙা ৰঙা ফোঁহা ওলায়, খজুৱায় আৰু বিষায়। আচুৰিলে এঠা ওলায়। ঠাই ডোখৰ ৰঙা পৰি — চিৰলা হৈ বহল হৈ যায়। ই বৰ মাৰাত্মক ব্যাধি। ইয়াক চিনি নেপালে, ৰোগীক সেইমতে দৰৱ নিদিলে মৃত্যুৰ কাৰণ হ'ব পাৰে। ইয়াতো বেজে তন্ত্ৰ-মন্ত্ৰ কৰি নাৰিকল তেল জাৰিদি – অন্য ঠাইলৈ ঘা বিয়পিব নোৱাৰাৰ ব্যৱস্থা কৰে। পিছত এৰালি গছৰ লগত অন্য দুবিধমান ঔষধ বটি লেপি দিয়ে। দুই-তিনিদিনতে চৰ্চৰীয়া হৈ ঘাঁ শুকায়।

## ৪২। ওজা/বেজ ঃ

মানুহৰ বিষ-কোব, মূৰ ঘূৰণি, মূৰ কামোৰণি, দেও-ভূত অথবা অপদেৱতাই লম্ভা বুলি হোৱা বিশ্বাসত তন্ত্ৰ-মন্ত্ৰেৰে জাৰি-ফুকি ভাল কৰা মানুহকে ওজা বা বেজ বোলে। এওঁলোকে কৰা কাম কাজক ওজালি বা বেজালি বোলে। এওঁলোকৰ হাতত থাকে কাঢ়িৰ টোপোলা এটা আৰু ঘৰকটা এখন ঢাল। বহুতে এই ঢাল মাটিত পাৰি লই তাৰ ওপৰত কড়ি মাৰি কি অসুখ হৈছে কয়। তেওঁলোকে কড়ি মাৰি দেৱ-দেৱতা, ভূত-প্ৰেত বা অপদেৱতাৰ দ্বাৰা মানুহজন প্ৰভাৱিত হৈছেনে – কোনো কু-গ্ৰহৰ দ্বাৰা প্ৰভাৱিত অথবা স্বাভাৱিক কাৰণত শৰীৰ কিবা ৰোগ হৈছে

গনি পিতি কয়। এওঁলোক হ'ল কড়িৰ ওপৰত নির্ভৰ কৰা এশ্রেণী জ্যোতিষী বুলিব পাৰি। জ্যোতিষীয়ে গ্ৰহদোষ নিবাৰণৰ বাবে বিভিন্ন ৰত্ন ধাৰণৰ উপদেশ দিয়ে, বেজে পূজা-সেৱাঁ আৰু তাবিজ-ডোল-ফুঁহতি দিয়ে।

## ৪৩। ওজালি/বেজালি ঃ

ওজা শব্দই পাৰ্গত, জ্ঞানী, অভিজ্ঞ বুজায়। তিৱা সমাজত তন্ত্ৰ-মন্ত্ৰ, ঔষধ-পাতি আৰু মহিলাৰ প্ৰসৱৰ সময়ত উপস্থিত থকা, পূৰ্বৰ অভিজ্ঞতা সম্পন্ন আদহীয়া মহিলাক ওজানী বোলে। লগতে পুৰুষ ব্যক্তিক ওজা, বেজ আৰু কবিৰাজ বোলে। এওঁলোকে তন্ত্ৰ-মন্ত্ৰ কৰে; কেচুঁৱাৰ পৰা বয়সস্থ লোক লৈকে অসুখ-অশান্তি, জ্বৰ-জাৰি, দেওঁ-ভূত আদিৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাবলৈ ডোল-ফুঁহতি দিয়ে। মনুচৰ বান কটা, দেৱতাৰ বানকটা, মূৰ ঘূৰণি, মূৰৰ বিষ, বায়ু উজাৰা ইবোৰ তন্ত্ৰ-মন্ত্ৰেৰ আঁতৰাবৰ প্ৰয়াস কৰে। তাবিজ আৰু মন্ত্ৰপূত ৰচীৰে বান্ধনি দিয়া ওজা বা বেজৰ কাম। তিৱা সমাজত ওজা বা বেজৰ কাম। এতিয়াও আছে - অন্য অজনজাতিৰ মাজতো সমান কদৰ। বেজ আৰু ওজাৰ এই কৰ্ম্মকাণ্ড বোৰকে ওজালি বা বেজালি বোলে।

## ৪৪। ওফৰা ঘাঁ ঃ

খিচ্‌কৈ খিচ্‌কৈ ফোঁহা ওলাই খজুৱাই  হোৱা ঘাঁ। আচুৰিলে ছাল গৈ আঠা ওলায়। এই আঠা নখজুৱা ঠাইত লাগিলে ক্ৰমে বহল হৈ শৰীৰ ব্যাপি ধৰা ঘাঁ। ডাক্তৰী চিকিৎসা কৰিলে সহজতে ভাল নহয়। বেজ বা ওজা-ওজানী সকলে নাৰিকল তেল জাৰি দি লগাবলৈ দিয়ে। তেনে কৰিলে লগে লগে চৰ্চৰীয়া পৰি শুকাই আহে। এই জৰা নাৰিকল তেল অসাৱধানবশতঃ মাটিত পৰি বিয়পি গ'লে ঘাঁ বেছিকৈ বহল হৈ যায় বুলি বিশ্বাস কৰে। তেনে ঘটিলে পুনঃ বেজ বা ওজানীক বিষয়টো জনালে পুনঃ তেল জাৰি লগাবলৈ দিলে সুফল পায়। এইবিধ ৰোগত কোনো ধৰণৰ ঔষধ পাতি নকৰে। হোমিঅ'পেথি আৰু এল্যুপেথি ঔষধ কৰিও ইয়াত সফল হোৱা দেখা নাযায়।

## ৪৫। কণী ঃ

জনজাতি সমাজত ঘৰচীয়া কুকুৰা আৰু হাঁহৰ কণীৰ গুৰুত্ব অপৰিসীম। এই দুবিধ জীৱৰ কণীৰ ভিতৰত মুৰ্গী চৰাইৰ কণীৰ গুৰুত্ব সৰ্বাধিক। কণী জীৱৰ প্ৰতীক বুলি তিৱা সকলে ভাৱে আৰু সেইবাবে এটা জীৱৰ কল্যাণৰ বাবে অন্য এটা জীৱ ৰূপ কণী উচৰ্গা কৰি দেৱতাক সন্তুষ্ট কৰি মনৰ কামনা পূৰণৰ অভিলাষ

কৰে। কণী খাদ্য হিচাপে ব্যৱহাৰ কৰিলেও ইয়াৰ গুৰুত্ব সামাজিক-সাংস্কৃতিক দিশতহে অধিক। বিভিন্ন পূজা উৎসৱত মুৰ্গীৰ কণীৰ বৰ প্ৰয়োজন। ছুংখং, ছাগ্ৰা, শিঙাল পূজা, জল-থল দেৱতা, কুবেৰ পূজা, বিশ্বকৰ্মা আদি পূজাত বিভিন্ন দেৱ-দেৱীৰ নামত বানকটা, তন্ত্ৰ-মন্ত্ৰৰে মানুহৰ অনিষ্ট সাধন কৰিবৰ বাবে কণী উচৰ্গা কৰা, মৰিশালিত মৃতকক দাহন কৰিবলৈ কণী চলোৱা আদি বিভিন্ন কামত মুৰ্গীৰ কণীৰ প্ৰয়োজন হয়। হাঁহৰ কণী কেৱল জল-থল দেৱতাৰ পূজা কৰিবৰ বাবেহে ব্যৱহাৰ কৰা হয়। ওখ ঠাই বিশেষকৈ গছ-গছনিৰ পৰা পৰি মাতবোল নোহোৱা মানুহক মুৰ্গী কণীৰ কুহুমৰ লগত হালধিৰ ৰস মিহলাই খুৱাই দি বিষ নিৰাময় কৰিবলৈ লগতে তেজ চলাচল কৰিবলৈ ব্যৱস্থা গ্ৰহণ কৰা হয়। তিৱা ঘৰ জেলাসকলে জীৱৰ প্ৰতীক হোৱা বাবেই কণী নেখায়।

## ৪৬। কণীযুঁজ ঃ

বহাগ বিহু আৰু মাঘ বিহুত কণীযুঁজ পতাটো অসমীয়া মানুহৰ দস্তুৰ। আজিকালি বহাগ বিহুতহে কণীযুঁজ পতা দেখা যায়। কণী যুঁজৰ বাবে এচাম মানুহ – ল'ৰা, ডেকা-বুঢ়া নিৰ্বিশেষে কণী বিচাৰি চলাথ কৰে। যুঁজাবৰ কাৰণে খেলুৱৈসকলে টান কণীৰ সন্ধান কৰে। সাধাৰণতে পাতিহাঁহৰ কণীহে যুঁজুৱা হয়। কড়ি অথবা নখেৰে টুকুৰিয়াই টুকুৰিয়াই কণী টান নে ঢিলা বাছি লয়। টান কণীক বোলা হয় সৈয়াকণী। সাতবিহুৰ 'সৈয়াকণী'ৰ অৰ্থ একোটা কণী সাতদিন পৰ্য্যন্ত যুঁজালেও নেভাগে। একে অৰ্থতে 'সাতঘাটৰ সৈয়াকণী' ৰ প্ৰবচন সমাজত বিদ্যমান। কণী যুঁজ কিদৰে পতা হয়? কণী যুঁজোৱাৰ আগতে খেলুৱৈ দুজনে দৰদাম কৰি লয়। দৰদামৰ অৰ্থ কণীৰ কোনমূৰে যুজোঁৱা হ'ব। কণীৰ জোঙা আৰু ভোটা, দুটা মূৰ আছে। সিদ্ধান্ত হ'লে অৰ্থাৎ দৰদাম ঠিক হ'লে - এজনে নিৰ্দিষ্ট ফালটো হাতেৰে ধৰি আগবঢ়াই দিয়ে আৰু অন্যজনে সেই নিৰ্দিষ্ট ফালটোৰ কণীত খুন্দা মাৰি দিব। কণীটো ভাঙিলে নভঙা কণীৰ গৰাকীজনে ভঙা কণীটো পাব।

আমাৰ আই-পিতাইহঁতৰ মুখত শুনিছিলোঁ হাতে হাতে যুঁজোৱা কণীতকৈ মন্ত্ৰপূত কণীৰ যুঁজহে তেতিয়া হেনো বৰ গুৰুত্বপূৰ্ণ আৰু আকৰ্ষণীয় আছিল। কথাটো আজিকালি অবিশ্বাস্য যেন লাগে। এই ধৰণৰ কণীযুঁজ মন্ত্ৰসিদ্ধ বেজসকলেহে যুঁজাব পাৰে। বেজ বুলি ধৰা পৰাৰ ভয়ত এনেদৰে কণীযুঁজত যিকোনো লোকে যোগদান নকৰে। যিসকল বেজবুলি পূৰ্বৰ পৰা জনাজাত তেওঁলোকেহে এনে কাম কৰিবলৈ সাহ কৰে। এই যুঁজত পাতিহাঁহৰ কণীৰ পৰিবৰ্তে মুৰ্গীৰ কণীহে যুঁজায় হেনো। দুজন বেজে পূব আৰু পশ্চিমমূৱা হৈ মাটিত আগলি কলপাত পাৰি

একোটাকৈ কণী ৰাখি সেন্দুৰ ঘঁহি মন্ত্ৰ প্ৰয়োগ কৰে। কণীদুটা প্ৰায় ৫'-৬' ফুট দূৰত্ব স্থাপন কৰে। দুই বেজে ঠিয় হৈ কণীৰ ওপৰত মন্ত্ৰ প্ৰয়োগ কৰে। মন্ত্ৰৰ প্ৰভাৱত পাত কেইখন কঁপি উঠে আৰু কণীদুটাই পৰস্পৰলৈ টোপাকাঁড় যোৱাদি খেদি গৈ খুন্দা মাৰে। এনে খেল এবাৰহে দেখুৱাব পাৰে হেনো।

## ৪৭। কড়িমাৰা ঃ

অসমত কড়িখেলৰ প্ৰচলন কেতিয়াৰ পৰা আছিল এই কথা সঠিককৈ ক'ব নোৱাৰি। তিৱা সমাজত কড়িখেলৰ প্ৰচলনৰ বিষয়ে আমি অজ্ঞাত। তিৱা সমাজত কড়ি গুটিৰ ব্যৱহাৰ জ্যোতিষ গণনাৰ বাবেহে। এই কড়িও আকৌ বেজ বা ওজাৰ হাততহে থাকে। তেওঁলোকেহে কড়িয়ে কি কথা কয়, কি নিৰ্দেশ দিয়ে বুজি পায়। কোনো মানুহৰ ঘৰত অনবৰতে দ্বন্দ-খৰিয়াল নুগুছিলে; অসুখ অশান্তি নুগুছিলে ঘৰৰ মুৰব্বী পুৰুষ বা মহিলাই এজন বেজ বা ওজাৰ ওচৰলৈ তামোল পাণ-এযোৰ আৰু সিকি এটা লই তেওঁৰ ঘৰখনৰ বিষয়ে কড়ি এঢাল মাৰি চাবলৈ বেজক মাননি আগবঢ়ায়। বেজে তেওঁৰ খান্তি মোনাৰ পৰা কড়িখিনি উলিয়াই ইষ্টদেৱতাক স্মৰণ কৰি মন্ত্ৰমাতি মাটিত মাৰি পঠিয়ায়। কড়িৰ বিভিন্ন অৱস্থান চাই গৃহস্থৰ ঘৰত ঘটি থকা প্ৰায়বোৰ ঘটনা কৈ দিয়ে। পিছত দৈৱৰ কু-দৃষ্টি নে মনুচৰ কু-দৃষ্টি এইবোৰ চাই-চিতি, কি কি কৰিলে ইবোৰ উপশম হ'ব তাৰ বিধান দিয়ে। ইয়াকে মঙল চোৱা বোলে। পিছে পুৰণি কালৰে পৰা এইদৰে মঙল চোৱা প্ৰথাটোক এচাম যুক্তিবাদী লোকে অন্ধবিশ্বাস বুলি, ওলোটা খৰ মাৰি এফাঁকি যোজোনা মৰা দেখা গৈছে যেনে —

হাল বালে উঠে দলি,
মঙল চালে খোজে বলি।

সি যি কি নহওঁক কড়িৰে মঙল চোৱা আৰু অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ বিষয়ে কড়ি চাই ঘটনাৰ বিৱৰণ দিয়া ব্যৱস্থাক শতকৰা আশীভাগ তিৱাই বিশ্বাস কৰি আহিছে। আধুনিক ফলিত জ্যোতিষৰ ৰাশিচক্ৰৰ গণনাৰ লগত কড়িৰ ঢালৰ সামঞ্জস্য আছে। কড়ি হ'ল স্ত্ৰী-জননাঙ্গৰ প্ৰতীক আৰু ই ভূমিদেৱী অৰ্থাৎ পৃথিৱী মাতৃৰ প্ৰতীক। বেজে কড়িৰ ঢাল মাটিত পেলাওঁতে শিৱ, পাৰ্বতী কালিখা-কামাখ্যা, ব্ৰহ্মা আদি দেৱতাৰ বধ শপত দি সত্য কথা ক'বলৈ কড়িক নিৰ্দ্দেশ দিয়ে।

## ৪৮। কলগছ ঃ

মানুহৰ দৈনন্দিন জীৱনত প্ৰয়োজন হোৱা ঔষধি গছৰ ভিতৰত কলগছতকৈ

লাগতিয়াল অন্য গছ নাই। ভাৰতীয় মানুহে বিশ্বাস কৰা কল্পতৰু বৃক্ষডাল, পৃথিৱীত কলগছেই। ইয়াৰ কোনোবিধ অংশই পেলনি নেযায়। বিভিন্ন জাতৰ কলগছৰ ভিতৰত ভীমকল আৰু আঠিয়া কলৰ প্ৰয়োজন সৰ্বাধিক। চিকিৎসা বিজ্ঞানৰ মতেও বুদ্ধিবৃত্তি প্ৰখৰ হ'বলৈ কল খাব লাগে; হাৰ্ট সবল কৰিবলৈ যিকোনো জাতৰ কলখোৱা ভাল, লগতে কলডিলো হাৰ্টৰ বাবে উপকাৰী। তিৱা সমাজত প্ৰচলিত "কলখোৱা ধাতু" শব্দৰ অৰ্থই হ'ল ভীমকল আৰু আঠিয়া কল ব্যৱহাৰে মানুহৰ জীৱনীশক্তি বৰ্দ্ধন কৰে। ই শৰীৰ শীতল কৰি ৰাখে আৰু Sex Debility থকা মানুহক প্ৰচুৰ শক্তি প্ৰদান কৰে। সৰু সৰু ল'ৰা-ছোৱালীক আটিল কৰিবলৈ তিৱা সকলে পিঠাগুৰি আৰু ভীমকল চালি ল'ৰা-ছোৱালীক খুৱায়। তিৱা জনজাতিৰ জীৱন পৰিক্ৰমাত এই দুবিধ কলগাছৰ কিদৰে ব্যৱহাৰ হয়, তাক আমি সংক্ষেপে তলত বৰ্ণনা কৰিছোঁ।

দেও-দেৱতা পূজাৰ কাৰণে, তিৱা লোকসকলক আগলি কলপাতৰ প্ৰয়োজন। সামাজিক কাম-কাজসমূহতো যেনে বিয়া, শ্ৰাদ্ধ অশৌচ আদিত হাজাৰ টকীয়া মানৰূপে তামোল-পানৰ বঁটা বান্ধিব লৈকো আগলি কলপাতৰ প্ৰয়োজন। আগলি কলপাত হয় ভীমকল, নহয় আঠিয়াকলৰহে দৰকাৰ। পাতৰ গাৰিডোখৰৰ পৰা মাহ-প্ৰসাদ খোৱা, ভাত-পানী খাবৰ বাবেও ব্যৱহাৰ কৰা হয়। লাওপানী তৈয়াৰ কৰিবলৈ হ'লেও কলপাত লাগে – সিজোৱা চাউলবোৰ বাঢ়ি আনি ঢাকি ৰাখিবলৈ। কলগছৰ শুকান পাতবোৰ সংগ্ৰহ কৰি, পুৰি তাৰ পৰা খাৰ উলিওৱা হয় কাপোৰ কানি ধুবৰ বাবে। কল গছ ফালি, শুকুৱাই পুৰি তৈয়াৰ কৰা খাৰ আঞ্জা খাবৰ বাবে আৰু মূৰ ধুবৰ বাবে ব্যৱহাৰ কৰা হয়। ভীমকল আৰু আঠিয়া কলগছৰ বাহিৰে অন্য কলগছৰ পৰা কলাখাৰ তৈয়াৰ নকৰে। কলগছৰ মধনা, চকলা-চকলকৈ, পাতলকৈ কাটি, মেলি শুকুৱাই তাকো জুইত পুৰি কলাখাৰ প্ৰস্তুত কৰা হয়। ভীম বা আঠীয়া কলৰ পুলিৰ পৰা বখুৱা গুছাই সৰু সৰুকৈ ডোনা সাজি তাত তেল ঢালি শলিতা জ্বলোৱা হয় – ই চাকি বন্তিৰ কাম কৰে। জা-জলপান খাবলৈ ডোনা, ভাত খাবলৈ চতিয়া এই দুবিধ কলগছৰ পৰাহে প্ৰস্তুত কৰা হয়। বাকীবোৰ কলগছ থুনুকা আৰু মচমচীয়া বাবে এনেবোৰ কামৰ অনুপযোগী।

তিৱা সকলে অশৌচ, বিবাহ, শ্ৰাদ্ধ অথবা অন্য ৰাইজ খনীয়া কাজ-সকামৰ লগত পানী খাবলৈ থোলা ব্যৱহাৰ কৰে। থোলা সজাৰ পদ্ধতিও সুকীয়া। এই কামত মজলীয়া ধৰণৰ ভীম অথবা আঠিয়া কল গছ কাটি প্ৰায় এফুট মান দীঘলকৈ ছেও দি টুকুৰা কৰে। টুকুৰা কলগছৰ বখুৱাৰ পৰা দুয়োফালৰ ১ চেণ্টিং চুৰ্চনি

আঁতৰাই পেলায়। পিছুত বখুৰাৰ পৰা ১ বা ১½ চেন্টিমিটাৰ মান ৰাখি বাকী অংশ ঠিঁয়ে ঠিঁয়ে চাঁচি পেলাই দিয়ে আৰু বুকুৰে সৈতে একোচলা চতিয়া ৰাখি যায়। অন্য এজনে বাঁহৰ পাতল চেপেটা কাঠি চাঁচি চতিয়া চলাৰ দুয়োমূৰে দুই বা আঢ়ৈ ইঞ্চিমান ৰাখি, বিপৰীত ফালে সোঁফালে আৰু বাওঁফালে মোটোকাই বাঁহৰ কাঠিৰে চিলাই দিয়ে। সেইদৰে চতিয়া চলাৰ বিপৰীত মূৰটোত পূৰ্ব্বৰ দৰে মোটোকাই চিলাই দি সজা পাত্ৰটোৰেই খোলা। ইয়াৰে কেৱল লাওপানী খোৱা কামেই নচলে, পানীও খায়। তথাপি – বিশেষ ভাৱে লাউপানী খাবৰ বাবেহে খোলা তৈয়াৰ কৰা হয়। ৰাজহুৱা কাজ-সকামত ইমানবোৰ বাতি আৰু ঘটি যোগান ধৰাৰ সামৰ্থ্য কাৰো নেথাকে বাবেই পানীচুনি খোৱা আৰু লাওপানী খোৱাৰ বাবে সহজ উপায় খোলা সাজি লোৱা। একেদৰে, ৰাইজক ভাতপানী খুৱাবলৈ পাৰ্য্যাপ্ত পৰিমাণৰ কাঁহীৰ যোগান ধৰা অসম্ভৱ বাবেই কলপাত আৰু কলগছৰ পৰা চতিয়া প্ৰস্তুত কৰি আহাৰ খাবৰ বাবে পাত্ৰ তৈয়াৰ কৰি লয়। ভাত খাবৰ বাবে কটা চতিয়াবোৰ কটাৰীৰে বখুৰাৰ বাকলিবোৰ আঁতৰাই নেপেলায়। জাতিবাঁহৰ পাৰ একোটা গাঁথিৰে সৈতে কাটি - এফুটমান দীঘলকৈ চুটি লাঠিৰ দৰে কৰি, পাবৰ ফালে এচলীয়াকৈ কাটি – আগটো পাতলকৈ ঠিয় খন্তিৰ মুখখনৰ দৰে কৰে। কলগছৰ টুকুৰাৰ বখুৰাৰ ওপৰত এই মাৰিডালৰে ধাৰে ধাৰে কোব দি দুহাতেৰে মাৰিডাল ধৰি বখুৰাৰ ওপৰেৰে হেচি কোমল কৰে। পিচত কাষৰ মজলীয়া ডাঠ অংশৰপৰা খন্তিৰ দৰে জোঙা অংশেৰে ঠিয়কৈ ফালি – পুনঃ ভিতৰে ভিতৰে বখুৰাচটাৰ সিফালৰ মজলীয়া অংশলৈকে ফালি দিয়ে। পিছুত টুকুৰাটোৰ পৰা বখুৰাচটা আঁতৰাই দিয়ে। ফালি ৰখা বখুৰাচটা ধুই মাটিত বহলাই পাৰি দিলে দুগুন ডাঙৰ হয়। ইয়াত ভাত খোৱা হয়।

দেও-দেৱতাৰ বাবে থাপনা পাতিবলৈকো সৰু সৰু কলপুলিৰ প্ৰয়োজন। বিয়াৰ বেইসজা, বিয়াঘৰৰ পদুলিমুখত কলগছ পুতি মালা আদি ওলোমোৱা, সভা-সমিতি হ'লে গেটৰ মুখত কলপুলি পুতি অতিথি আদৰা আদি কাম কৰা হয়। এনেবোৰ কামতো ভীম আৰু আঠিয়া উভয়বিধ কলগছৰ প্ৰয়োজন – সৰু ডাঙৰ নিৰ্বিশেষে। আগৰ কালত নাঁৱৰ অভাৱত ইফালে - সিপালে যাবলৈ কলগছৰ ভূৰ সাজি যাতায়ত কৰাৰ ব্যৱস্থা আছিল। তিনি/চাৰি ডাল কল গছ কাটি, টুকুৰা কৰি অথবা পাতবোৰৰ পৰা অলপ দূৰত ছেও দি দীঘলে দীঘলে ৰাখি পথালিকৈ গোটা বাঁহৰ শলখা মাৰি তাৰ ওপৰত পথালিকৈ আকৌ কলগছ দি ঠিয়কৈ বাঁহৰ জোঙেৰে শালি ভূৰ তৈয়াৰ কৰি বানপানী আদি হ'লে চলাচল কৰিবলৈ ব্যৱহাৰ কৰে। এনেকুৱা ভূৰ পানীত সহজে বুৰ নাযায়। ভীমকল আৰু আঠিয়াকলৰ ঠোক

পকাই তিৱাসকলে এনেয়ে নেখাই কাহানিবা – বাকলি গুছাই পিটিকি তাত বাখৰ সানি কলহত ভৰাই থৈ দিয়ে। চাৰিদিন মান পিছত এটা নিৰ্দ্দিষ্ট জোখত সেইকলত পানী দি লৰাই মেলি এঘন্টামানৰ পিছত ছেকি উত্তম মিঠা-চোকা লাউপানী উলিয়াই খায়। এনেধৰণৰ লাওপানী এবাৰহে চেকি খাব পাৰি। সেই একেদৰে – পকা ভীমকল আৰু আঠিয়াকল চালনিৰে চালি তাত নিৰ্দ্দিষ্ট জোখৰ পিঠাগুৰি সানি কলপাতেৰে মেৰিয়াই কেৰাহিত সেকি কলপিঠা খায়। কঠালপিঠা সজাৰো নিয়ম এনেকুৱাই। তিৱা সকলে পচলা তৰকাৰী খাই খুউব ভাল পায়। মচুৰ দাইলৰ লগত ভীমকল অথবা আঠিয়া কলৰ পুলি কাটি আনি সৰু সৰুকৈ কাটি ভালদৰে খচি মুৰ্গিৰ সাংসৰ সৈতে জাল ৰান্ধি খায়। ভীম আৰু আঠিয়া কলৰ ডিলহে আঞ্জা খাবলৈ ভাল, ইয়াত মচুৰ দাইলৰ লগত ৰান্ধিলে সুমিষ্ট ব্যঞ্জন তৈয়াৰ হয়। কিবা কাৰণত শৰীৰত ঘা হৈ বগা দাগপৰিলে কলডিলৰ লগত মাগুৰ আৰু শিঙি মাছ ৰান্ধি খাবলৈ উপদেশ দিয়ে। ই শৰীৰৰ ছালত ক্ৰিয়া কৰি দাগ আঁতৰাই পূৰ্বৰ অবস্থালৈ নিয়ে। প্ৰকৃতি বিজ্ঞানীৰ মত এয়েযে কলডিল খালে শৰীৰৰ পুষ্টিসাধন হয় লগতেই হাৰ্ট সবল কৰে।

## ৪৯। কলডিল ঃ

তিৱাসকলৰ বাবে কলডিল এবিধ প্ৰিয় খাদ্য। কলডিল শক্তিকাৰক আৰু হাৰ্টৰ অসুখৰ বাবে উপকাৰী বুলি কোৱা হয়। পিছে এই কলডিলো আকৌ ভীম আৰু আঠিয়া কলৰহে খাবলৈ ভাল আৰু খায়। মালভোগ কলৰ ডিল অলপ তিতিকি তিতিকি লাগে। ইয়াক ঔষধৰূপে ব্যৱহাৰ কৰা হয়। সাধাৰণতে আঠিয়া আৰু ভীমকলৰ বাহিৰে অন্য কলৰ ডিলৰ তৰকাৰী নেখায়।

তিৱাসকলৰ সমাজত প্ৰচলিত পৰম্পৰা অনুসৰি কেতু দেৱতাৰ ৰোষত পৰা ৰোগীৰ ৰোগ উপশমৰ বাবে বেজ বা ওজাই ক'লা মাছ আৰু ক'লা তৰকাৰীৰে ভকতক সুধিবলৈ উপদেশ দিয়ে। ক'লামাছ বুলি ক'লে – শ'ল, শাল, শিঙি, মাগুৰ গৰৈ আৰু কাৱৈ মাছ – এই কেইবিধ পৰে। গতিকে কলডিলৰ প্ৰয়োজন। ৰাতিসেৱা পূজাতো কলডিল মুৰ্গী মাংসৰ লগত ৰান্ধি সাঁজৰ লগত পৰিবেশন কৰা হয়। ছোংদেউ বা বনদেউ পূজাত, আৰৈয়া সেঁৱাতো ৰঙা মুৰ্গী, দেৱতালৈ উচৰ্গি কলডিল ঠুকি আঞ্জা ৰান্ধি দেৱতালৈ উচগি পিছত মানুহে খায়।

## ৫০। কচুশাক ঃ

তিৱা সমাজত কচুশাকৰ প্ৰাধান্য ও একেবাৰে উলামুলা নহয়। চিকিৎসা বিজ্ঞানে অন্যান্য সেউজীয়া শাকবিলাকৰ ভিতৰতে কচুশাক সৰ্ব্বাধিক ভিটামিন

যুক্ত বুলি প্ৰকাশ কৰিছে। ইয়াৰ ভিতৰতো আকৌ কচুৰঠাৰিহে অতি উত্তম বুলি কোৱা হৈছে। কচুৰ প্ৰজাতি যেনে – ওলকচু, বৰকচু, ক'লাকচু, নীলকচু, দহিকচু, মিকিৰকচু, বা পাঁচমুখীয়া কচু, আৰু নলকচু, প্ৰধান। নোখোৱা কচু যেনে – তিত্ কচু, বেজকচু, গাহৰিয়ে নোখোৱা কচু, মনাকচু ইত্যাদি।

কচুৰ সাধাৰণ বৈশিষ্ট্যই হ'ল ইয়াৰ খজুৱতি গুণ। সেইবাবে প্ৰায়বোৰ অজনজাতি লোকেই কচুশাকৰ আঞ্জা খাবলৈ কোঁচায়। কচুৰ ঔষধিগুণৰ ওপৰত থকা সীমাবদ্ধতাও হয়তো ইয়াৰ কাৰণ হ'ব পাৰে; অথবা ইয়াক কিদৰে প্ৰস্তুত কৰি খাব লাগে তাক নজনাৰ বাবেও ই ত্যক্ত খাদ্য ৰূপে চিহ্নিত হ'ব পাৰে। তিৱা লোকসকলে কচুশাকৰ ঠাৰি আৰু আলু বিভিন্ন পাৰ্য্যায়ত ৰন্ধন কৰি খায়। ৰন্ধাৰ কৌশল জানিলে কচু নখজুৱায়। সৰ্বাধিক খজুৱতিযুক্ত কচু হিচাপে মানুহে ওলকচু বুলি ভাবে। পিছে, তিৱা সকলে জাল খাবৰ বাবে এই কচুৰ লগত চেনাফালি, শুকুৱাই কন্‌কনীয়া কৰি ৰখা শ'ল আৰু শালমাছ অথবা মুৰ্গীৰ মাংসৰ লগত মিলাইহে খায়। জালুক-জলকীয়া নিদিলে কচুশাক খাই কোনো স্বাদ পাব নোৱাৰি। তিৱা সকলে মছলাৰ লগত আদা, শুকলতিৰ পাত বা নৰসিংহ গোন্ধোৱা বন পাত আৰু পাৰ্বতী শাকৰ পাত কুটি দিয়ে, সুগন্ধি কৰিবৰ বাবে লগতে আটাই কেইবিধ শাকেই ঔষধি গুণযুক্ত। পানী বন্ধ হৈ থকা জেকামাটিত হোৱা যিকোনো কচুৱেই হয়তো খজুৱাব পাৰে; পিছে ক'লা খাৰ আৰু নিমখেৰে আগেয়ে পানীত জহাই লৈ, পানীবোৰ চেকি পেলাই দিয়াৰ পিছত ৰান্ধিলেই খজুৱাব নোৱাৰে।

ক'লাকচুৰ ঠাৰি, নলকচু, নীলকচু আৰু দহিকচুৰ ঠাৰি তিৱা সকলে জাল আঞ্জা ৰান্ধি খায়। কেঁচা বা শুকান চেনাফলা শুকান শ'ল-শাল মাছ এই তৰকাৰীৰ বাবে উপযুক্ত আৰু উপাদেয়। মুৰ্গীৰ মাংসত কচুৰ ঠাৰিৰ লগত বিশেষ ভাবে ৰান্ধি খায়। মচুৰ ডাইলৰ লগতো কচুৰ ঠাৰিৰে আঞ্জা ৰান্ধি, তাত টেঙা দি সুমিষ্ট ব্যঞ্জন ৰান্ধি খাব পাৰি। কচুৰ টেপাবোৰ ধানৰ ভাপত দি বাকলি গুছাই পিটিকি খাবলৈ ভাল। তিৱা সকলে কেঁচুৱাৰ অশৌচ খেদা সকামত পাৰ্য্যাপ্ত পৰিমানে কচুৰ ঠাৰি সংগ্ৰহ কৰি মুৰ্গীৰ মাংসৰে জাল ৰান্ধি ৰাইজক খুৱায় লাউপানীৰ লগত। কচুৰ ঠাৰি তেজ সংশোধন, কোষ্ঠকাঠিন্য নাশক, কফনাশক, শক্তিবৰ্দ্ধক আৰু ই হাৰ্টৰ কাম কৰে বুলি চিকিৎসা বিজ্ঞানে নিৰ্দেশ কৰিছে। কিন্তু কচুৰ আলু বহুমুত্ৰৰোগৰ বাবে অপকাৰী বুলি চিকিৎসক সকলে কয়।

কৃষিকাৰ্য্যৰ আৰম্ভণিতো ক'লা কচুৰ অবদান আছে। শালিধানৰ পথাৰত প্ৰথম কঠিয়াৰ গোছ ল'বলৈ হ'লে শলিতা এগছি জ্বলাই তামোল-পাণ এযোৰ দি - গৃহস্থই প্ৰথমেই দুডাল কঠিয়াৰ লগত এজোপা ক'লা-কচু ঠাৰিৰে সৈতে ৰুই

লোৱা নিয়মৰ প্ৰচলন আছে। দুৰ্গাপূজাতো বিভিন্ন শাক-দেৱীৰ বেদীৰ তলত ৰখাৰ লগতে কলাকচুও ৰখা হয়। সেইবাবে কোৱা হৈছে কচুশাক তিৱা সকলৰ সংস্কৃতিৰ লগত জড়িত এবিধ শাক।

## ৫১। কৰতাল ঃ

কৰতালক কোনো কোনোৱে ৰামতাল বোলে। চাৰি চটা ফলা বাঁহেৰে বজোৱা এবিধ গাঁৱলীয়া সমাজত প্ৰচলিত বাদ্য। এখন হাতত দুচটাকৈ লৈ খটপ্ খটপ্‌কৈ বজোৱা হয়। ইয়াক অন্য এটা পৰ্য্যায়টো বজোৱা হয়। এচটা ফলা বাঁহৰ পিঠিৰ ফালে কটাৰীৰে ঘৰ্ ঘৰ্‌কৈ খাঁজ কাটি প্ৰস্তুত কৰা হয়। বজাওঁতাজনে হাতত কড়ি এটা লই তাত আগ-পিছাকৈ দিলেই কাংৰাং কাৰাং কৈ মাত দিয়ে। ইয়াক টোকাৰীৰ লগত বজোৱা দেখা যায়।

## ৫২। কৰম/শ্ৰাদ্ধ ঃ

সংস্কৃতত কৈছে "শ্ৰদ্ধয়া দীয়তে যৎ তৎ শ্ৰাদ্ধম্"। অৰ্থাৎ পিতৃ-পিতামহৰ মৃত্যুৰ পিচত সিবিলাকৰ প্ৰেতাত্মাই যুজি পাবৰ বাবে ইহলোকৰ বন্ধন ছিন্ন কৰি পৰলোকত অৱস্থান কৰাৰ সুবিধাৰ বাবে শ্ৰদ্ধাযুক্ত হৈ প্ৰেত কাৰ্য্য কৰাকে শ্ৰাদ্ধ বোল। লালুংসকলে শ্ৰাদ্ধকৰা কাৰ্য্যক কৰম কৰা বোলে।

তিৱা সকলৰ মৃতকৰ কৰম কৰা ব্যৱস্থাটোও গেনালগা পদ্ধতিৰ। এজন মানুহৰ মৃত্যু হ'লে শ্ৰাদ্ধ কৰাৰ নিয়ম নাই। একেটা কুল বা বংশৰ কেইবাজনো মানুহৰ মৃত্যু হোৱাৰ পিছত সময়-সুবিধা বুজি শ্ৰাদ্ধ কৰে। এইদৰে মানুহ মৰাৰ লগে লগে প্ৰেতকাৰ্য্য নকৰি পেলাই থোৱা ব্যৱস্থাক তুলি থোৱা ব্যৱস্থা বোলে। এই ব্যৱস্থা আৰ্থিক দুৰ্বলতাৰ কাৰণে নহয় বৰং পৰম্পৰাহে। আঢ্যৱন্ত লোকেও মৃতকৰ শ্ৰাদ্ধ লগে লগে নকৰি তুলি থয়। আজিকালি অজনজাতি লোকৰ সংশ্ৰৱত পৰি তিৱা সকলেও এমাহ অথবা এঘাৰ দিনতে মৃতকৰ শ্ৰাদ্ধ সম্পন্ন কৰা দেখা গৈছে। এইক্ষেত্ৰত পুৰণি পৰম্পৰা– যেনে লাউপানী, মুৰ্গী আৰু গাহৰীৰ অপৰিহাৰ্য্যতা এৰি পেলোৱা হৈছে; তাৰ পৰিবৰ্ত্তে নিৰামিষ আহাৰৰ ব্যৱস্থা কৰা হৈছে। কৰণীয় কিছুমান এৰি পেলোৱা হৈছে – যেনে – গিয়তীক ঢোলে দগৰে নোওৱা গাহৰী খুচা, চুণপান চিৰা আদি।

পূৰ্বাপৰ চলি অহা নিয়ম মতে মৃতকৰ ঘৰৰ মানুহে তিনিদিন উপবাসে থকাৰ পিছত তিলনি কৰি– সেইদিনা খাৰ, টেঙা, মাছ আৰু মাংস লগতে তিতা ৰান্ধি মৃতকলৈ আগবঢ়ায়। পিচত গৃহস্থ আৰু বংশৰ মানুহে আহাৰ বিহাৰত আমিষ ব্যৱস্থা ল'ব পাৰে। শ্ৰাদ্ধ কেতিয়া পাতে সেইটো গৃহস্থৰ খুচীৰ ওপৰত নিৰ্ভৰ

কৰে। কিন্তু আজিকালি তিৱাসকলে মৃতকৰ প্ৰেত কাৰ্য পূৰ্বৰদৰে পেলাই নেৰাখি তিনিদিনত তিলনি, দহদিনত দহা আৰু এঘাৰ দিনৰ দিনাখন শ্ৰাদ্ধ বা কৰম ফেৰা সমাধা কৰি অজনজাতি অসমীয়া সমাজৰ মৃতকৰ সংস্কৃতি সম্পূৰ্ণ অনুকৰণ কৰিছে। তেনেহ'লেও পূৰ্বৰ কৰম কৰা পদ্ধতিৰ বিষয়ে জনাটো অপৰিহাৰ্য বুলি ভবা হৈছে আৰু চুম্বকভাৱে তাৰ বৰ্ণনা দিয়া হৈছে।

কৰম বা শ্ৰাদ্ধ ব্যক্তিগত হ'লেও, তিৱা সমাজৰ কৰমকাৰী ব্যক্তিৰ বংশ আৰু খেলখন জড়িত হৈ পৰে পোনপটীয়াকৈ আৰু সকামটো ব্যক্তিগত নহৈ ৰাজহুৱা হৈ পৰে। কৰমকাৰী লোকজনে প্ৰথমেই বংশৰ ভাই ককাইসকলক মাতি বুলি আনি কৰম কৰাৰ সিদ্ধান্ত সদৰি কৰে। তেতিয়া ঘৰজেলাৰ পৰামৰ্শ অনুযায়ী বংশটোৰ প্ৰতিঘৰ গৃহস্থই এচৰু চাউল এচৰু লাউপানী, এটা চৰাই, এথোক তামোল আৰু পান পাঁচগুচি লগতে সকলোৰে সন্মতি সাপেক্ষে এটা নিৰ্দিষ্ট পৰিমাণৰ ধন কমেও ২০/৫০ টকা গৃহস্তক সহায় হিচাপে আগবঢ়ায়। অসমৰ্থ গৃহস্থক চান্দাৰ বাবে পেৰাপেতি নকৰে। বাকী যিমানবোৰ বস্তুবেহানিৰ প্ৰয়োজন সেইখিনি গৃহস্থই বহন কৰিব। এই সিদ্ধান্ত হ'লেই অলপমান লাউপানী সিজাই খেলৰ বৰজেলা আৰু গাঁৱৰ মুখিয়াল সকলক গৃহস্থৰ ঘৰলৈ মাতি আনে। সকলোকে চোতালত বহুৱাই থোলাত লাউপানী দিব। তেতিয়া খেলৰ বৰ জেলাই কি কাৰণেনো হাজাৰ টকাৰ মান আগবঢ়ালে সুধিব। কৰমকাৰী বংশৰ জেলাই মৃতকৰ প্ৰেতকাৰ্য্য কৰম কৰাৰ সিদ্ধান্তৰ কথা দোহাৰি গিয়াতী, ৰান্ধনি - বাৰণি দেচীয়াল-চকীয়াল, ডেকা-গাভৰু সকলোৰে সহযোগ লাগিব বুলি জনাব। বৰ জেলাই পূৰ্বৰে পৰা ৰন্ধা-বঢ়াত পাকৈত ছয়জন মানলোকক বাছনি কৰিব। বয়বস্তুৰ দায়িত্বত দুজন দেচীয়াল-চকীয়াল আৰু লাউপানীৰ দায়িত্বতো পুৰুষ-মহিলাৰ পৰা দুজনকৈ দেচীয়াল-চকীয়াল বাছনি কৰি দিব। লাউপানী খাবলৈ থোলাসজা আৰু ভাতখাবৰ বাবে চতিয়া সজাৰ বাবে মাধ্যম বয়সীয়াল এচামক দায়িত্ব দিব এজন মূৰব্বীৰ অধীনত। এজন বয়সস্থ লোকৰ অধীনত ডেকা-চামক আৰু এগৰাকী বয়সস্থা মহিলাৰ অধীনত যুৱতীসকলক বিভিন্ন কামৰ দায়িত্ব অৰ্পণ কৰা হয়। সেইদিনাই গৃহস্থৰ ঘৰৰ অথবা বংশটোৰ দায়-জগৰ থাকিলে - সেইবোৰ লেঠা-লুঠলি ভাঙি ল'বলৈ পৰামৰ্শ আগবঢ়ায়। লগতে অশৌচ আদি নকৰাকৈ থাকিলে তাকো কৰি মুকলি হৈ ল'বলৈ পৰামৰ্শ দিব। গৃহস্থৰ সুবিধা অনুযায়ী এটা নিৰ্দিষ্ট দিন ঘোষণা কৰিব। আগতে তিৱাসকলৰ শ্ৰাদ্ধ তিনিদিনীয়া আছিল। আজিকালি একে দিনতে অথবা দুদিনতে সমাধা কৰে।

## গিয়াতীগ্ৰহণ আৰু খাৰণি চুৱা নিয়ম ঃ

কৰমঘৰীয়া আৰু ৰাইজৰ দুই চাৰিজনৰ সহযোগত গৃহস্থৰ চোতালত এখন ডাঙৰ ৰভা দিয়া হয়। গোবৰ পানীৰে মচি তাক পৰিষ্কাৰ কৰি লোৱা হয়। সেইদিনাই বৰজেলা প্ৰমুখ্যে ৰাইজক মাতি গিয়াতী গ্ৰহণ কৰা হয়। যি কেইজন পুৰুষ আৰু মহিলাই মৃতকৰ শৱ দহনত শ্মশানলৈ গৈছিল; তেওঁলোকক শ্ৰাদ্ধৰ জাননী দি নিয়মে সংযমে থকাৰ পৰামৰ্শ আগবঢ়োৱা হয়। তেওঁলোকে সেইদিনাৰ পৰাই উপবাসে তিনিদিন থাকিব লাগে। গিয়াতী গ্ৰহণৰ দিনাই খাৰণি চুৱা নিয়ম পালন কৰিব।

এজন ব্যক্তিৰ তত্বাৱধানত এদল ডেকাই বাৰীত কচু-ঢেকীয়া, টেঙা পুৰৈ আদি শাক সংগ্ৰহ কৰিব। সেই কাম কৰিবলৈ যাওঁতে কৰমঘৰীয়া জেলাই এলাউ মদ তেওঁলোকক দিব। ঘৰৰ জেলাই পূৱমুৱাকৈ ছানি হালি থকা ধুনীয়া সৰু বাঁহ এডাল আগেৰে সৈতে একেঘাপে কাটি আনি কটলাই-পাতেৰে সৈতে আগটো ৰাখি বৰঘৰৰ মূৰত লগাবহি। ইয়াকে থুনা খুটা বোলে। ডেকাসকলে শাক-পাত গোটাই আনি ভাণ্ডাৰীক জমা দিব। গাভৰুসকলে শাক-পাত বাছি কুটি-বাছি দিব। ৰান্ধনীয়ে ৰন্ধনশালত তাৰে ভাত আঞ্জা কম পৰিমাণে ৰান্ধিব। মদৰ ৰান্ধনিশালত খেৰৰ কেন্দ্ৰাৰিত বন্ধুৱাই এজন গহীন বেজৰ দ্বাৰা মন্ত্ৰপুত কৰি থব। ইয়াৰ দ্বাৰা কোনো দুষ্টলোকে ভাত-আঞ্জা-মাছ-মাংস যাতে মন্ত্ৰ কৰি নাইকিয়া কৰিব নোৱাৰে তাৰেই আগতীয়া ব্যৱস্থা। ভাত আঞ্জা ৰান্ধি হ'লে কৰমঘৰীয়া জেলাক জনাব তেওঁ বৰজেলা প্ৰমুখ্যে ৰাইজক আসনত বহিবলৈ দি এধাৰ মদ দিব। তাৰ পিছত ল'ৰা-ছোৱালী আৰু ৰাইজক বন্ধুৱাই কলপাত পাৰি সকলোকে এমুঠি মানকৈ ভাত, খাৰনিৰ আঞ্জা, টেঙাৰ আঞ্জা, মাছ আদি দিব। কোনো কোনো ঠাইত সৰু গাহৰি পোৱালি মাৰি মাংস ৰান্ধি দিয়া নিয়ম। পিছত বৰজেলাৰ অনুমতি পোৱাৰ লগে লগেই সকলোৰে সেইবোৰ অলপ অলপকৈ মুখত দিব। সেই সময়তে কোনো এজনে কিবা বেয়া বস্তু আছে বুলি জনৰব উলিয়াই দিব আৰু সকলো খোৱা বস্তু পাত-পত্ৰ তাতে এৰি থৈ ঘৰাঘৰি যাবগৈ। কৰমঘৰীয়া লোকে সেইবোৰ গোটাই পৰিস্কাৰ কৰি বাৰীৰ পিছপিনে নেউচা দি আহিবগৈ। পিছদিনাখন ৰান্ধনিসকলে পুৱাই গা-পা ধুই কৰম কৰা ঠাইত উপস্থিত হ'বহি।

## মূল কৰম ঃ

কৰমৰ ৰভাথলিত বৰজেলা আৰু জ্ঞাতি দুজনাৰ আসন ওচৰা-ওচৰিকৈ দিয়া হয়। পিছে সিদিনা জ্ঞাতিৰ বিশেষ সন্মান লক্ষ্য কৰিবলগীয়া। গিয়াতি দুজনৰ

বাবে আগলি কলপাতত এডাৰনকৈমদ বেলেগে দিয়া হয়। সেই ডাৱনৰ পৰা অন্য কোনো ব্যক্তিয়ে লাউপানী লই খাব নোৱাৰে। জ্ঞাতিৰ মদখোৱা থোলা দুটাও বিশেষ ধৰণেৰে সজোৱা। ইয়াক কলপটুৱাৰ চতিয়াৰে - বৈ ডুলিটোৰ আকাৰেৰে সাজি-মাজেদি ফুটাই ডাঙৰ শলা দুডাল ভৰাই দিয়ে — দুহাতেৰে ধৰি লাউপানী খাবলৈ। বৰ জেলাৰ সন্মুখত শৰাইত এথোক তামোল ঢাকনি নিদিয়াকৈ ৰখা হয়। তেওঁলোকক ধপাত, তামোল, চিলিম দিয়া থাকিব। এইদৰে সজাই ৰখাৰ পিছত ৰাইজক এফুৰন মদ খাবলৈ দিয়া হয়। পিছত তামোল পাণৰ এটা বঁটা কৰমঘৰীয়া জেলাই আগবঢ়ালে বৰজেলাই সকলো বস্তু যা-যোগাৰ হৈ থকাৰ কথা সুধিব, ঘৰজেলাই সকলো বস্তু থকাৰ কথা জনাব। তেতিয়া বৰ জেনাই পহু-পখী আদি ৰাইজৰ আগলৈ আনিবলৈ হুকুম দিব। সেইমতে ঘৰজেলাই ৰাইজৰ মাজত ডাঙৰ আগলি কলপাত পাৰি তাতে গাহৰি, চৰাই আদি ৰাখিব। জেলাই তুলসী-দুবৰি, আৰৈ চাউলৰে পানী ছটিয়াই নমস্কাৰ জনাব। জ্ঞাতি দুগৰাকীয়েও উঠি আহি তুলসী পানী ছটিয়াই নমস্কাৰ জনাব। পূৰ্বাপৰ নিয়মানুসাৰে কৰমঘৰীয়া বংশৰ সকলো ল'ৰা-দামুৰী, জী-বোৱাৰীয়ে গাহৰি দুটাক নমস্কাৰ জনাই পানী এচলুকৈ দি যাব। এইখিনি কৰাৰ পিছত খেলৰ বৰজেলাই কৰমঘৰীয়া জেলাক ৰাইজক দেখুৱাই বৰটো কৰিব নে নিশাৰ ফুল নিশাতে মদৰ নিয়াব সোধে। যদিহে বৰটো কৰোঁ বোলে তেতিয়া বৰজেলাৰ নিৰ্দেশত গাহৰি দুটা তুলসী পানী ছটিয়াই পূৰ্বৰ ঠাইত নি থবগৈ। যদিহে নিশাৰ ফুল নিশাতে মাৰ নিওৱা পদ্ধতিৰ কথা কয় তেতিয়া ৰাতিয়েই গাহৰি মাৰি কুটি বাছি ৰান্ধিহে পিছদিনা ৰাইজক খাবলৈ জাননী দিব।

## কাঁড় চলোৱা বা পহু খুচা নিয়ম ঃ

বৰটো কৰাৰ সিদ্ধান্ত হ'লে পিছদিনা খেলৰ লোকসকলে নিজেই আহি পুৱা ন-দহমান বজাত কৰমৰ থলিত হাজিৰ হ'ব। কৰঘৰীয়া জেলাই পুনঃ গাহৰি দুটা আৰু চৰাই সাতোটা বা ন-টাকো ৰাইজৰ মাজত ৰাখিব। বৰ জেলাৰ নিৰ্দেশত এখন খনীয়া কাপোৰ লৈ পাঁচোটা বা সাতোটা তামোল পানৰে বঁটা বান্ধি জেলাকাঁড়ডাল বৰঘৰৰ পৰা আনিবলৈ যাব। জেলা কাঁড় মানে দেড়হাত মান দীঘল যাঠিৰ দৰে এডাল জোঙা অস্ত্ৰ অথবা অতি ধাৰাল লাংকৈ! জেলাই এখন কলপাতত ইয়াক ৰাখি চেলেং কাপোৰেৰে মেৰিয়াই মূৰত লৈ ৰাইজৰ মাজত থ'ব। তাৰ পিছত বৰ জেলাৰ অনুমতি লৈ কাঁড় লোৱাৰ বাবে সাজু হ'ব। বৰ জেলাৰ অনুমতি পালেই জেলাই গাহৰি দুটাক নমস্কাৰ জনাই তুলসী পানী এচুলুকৈ দিব। তেওঁৰ ওচৰত হাড়ী-কুঁৱৰী থাকিব – হাতত তুলসী পানীৰ ঘটিটো

লই ৰাইজে হৰিধ্বনি কৰাৰ লগে লগে গাহৰিৰ বাওঁফালৰ ওচৰত জোঙা যাঠিডালেৰে খুচিব। ওলাই অহা তেজবোৰ হাড়ী কুঁৱৰীৰে এটা পাত্ৰত ৰাখি থ'ব। এনেকৈ উচৰ্গা কৰিলেও গাহৰিয়ে নিচিএৱৰে। চিএৱৰিলে কৰমঘৰীয়াৰ কিবা দোষ আছে। তেতিয়া হাড়ী কুঁৱৰীয়ে তুলসী পানী ছটিয়াই দিব ৰাইজে পুনঃ হৰিধ্বনি কৰি গৃহস্থৰ দায়-দোষ মৰিষণ কৰা বুলি ক'ব। তেতিয়া একেৰেপেই কাটিব। পিছত চৰাই কেইটাকো একেধৰণেই উচৰ্গা কৰি পুৰি কাটি ৰন্ধাৰ বাবে সাজু কৰিবলৈ পঠাই দিব।

*ইয়াৰ পিছতে জ্ঞাতি দুজনক (বামুণ) মাহ-হালধিৰে গা-ধুৱাই আনিবলৈ ডেকাসকলক নিৰ্দেশ দিব। তেওঁলোকে ঢোলে ডগৰে জ্ঞাতি (বামুণ) দুজনক ওচৰৰ নদী বা বিললৈ লৈ যাব। তেওঁলোকক কৰমঘৰীয়া দুজন বলবান ডেকাই বোকোচাত লৈ যায়। বিল বা নদীত গাত মাহ - হালধি- গান্ধবিৰিণাৰে গ-পা ধুৱাই লৈ আহিব। নতুন কানি কাপোৰ পিন্ধাই সমাজত বহুৱাব।*

*ৰন্ধা-বন্ধা হ'লেই বৰজেলাৰ পৰা গিয়াতি দুজনক মাগি জেলাই বৰ ঘৰলৈ লৈ যাব। বৰঘৰত ৰজাঘৰীয়া হ'লে সাত জাপ অন্য হ'লে পাঁচজাপ পাত একেলগে পাৰি তাত ৰন্ধা ভাত-মাছ-মাংস প্ৰথমেই জেলাই পিছত গিয়াতী দুজন আৰু হাড়ী-কুঁৱৰীয়ে নমস্কাৰ পূৰ্বক বাওঁ হতোৰে মৃতকলৈ আগবঢ়াব। এই কাম হ'লেই এখন পুৰণা চালনিত এইবোৰ তুলি গিয়াতি দুজনৰে সৈতে কৰমঘৰীয়া এজন লোকে এজোপা বিৰিখৰ তলত দি থৈ আহিব।*

*পিছে ৰন্ধা বঢ়া সম্পূৰ্ণ হোৱাৰ কথা বৰ জেলাক জনালে সকলো ৰাইজক বহিবলৈ নিৰ্দেশ দিব। কোনোবা নাহিলে বাৰিকাক পঠাই ঘৰে ঘৰে জাননী দি মাতিব। কৰম ঘৰীয়া জেলাই ভাতৰ পাচি আঞ্জাৰ থালি আনি সমজুৱাৰ মাজত কলপাত পাৰি থ'ব আৰু কলপাতেৰে ঢাকি ৰাখিব। প্ৰত্যেকৰ সন্মুখত পাত পাৰি দিব। গিয়াতি দুজনক ডাঙৰ-দীঘল আগলি-কলপাত এজাপকৈ দিব। বৰ জেলাই আশীৰ্বাদ দিব, বিলনীয়া ডেকাসকলে আঠুকাঢ়ি নমস্কাৰ জনাব। প্ৰথমেই বৰজেলাৰ পাতত ভাত আঞ্জা দিব। তাৰ পিছত জ্ঞাতি দুজনক ভাত আঞ্জা দিব। জ্ঞাতি দুজনক একেবাৰতে প্ৰয়োজনাধিক ভাত-আঞ্জা দি যাব — পুনঃ ভাত-আঞ্জা দিয়াৰ নিয়ম নাই। ৰাইজৰ খোৱা শেষ হোৱাৰ লগে লগে বৰজেলাই সকলোৰে আহাৰ গ্ৰহণ কৰিলে নে নাই তাৰ খবৰ ল'ব। যি সকল বৈ যায় — পুৰুষ-মহিলা নিৰ্বিশেষে সকলোকে মাতি বুলি আহাৰ গ্ৰহণৰ পৰামৰ্শ দিব। পিছত পুনঃ ৰভাতলত বহিব। কৰমঘৰীয়া জেলাই গিয়াতি দুজনক কাপোৰ-কানি, তামোল-পান, টকা-সিকা সাধ্যানুসৰি দি নমস্কাৰ জনাব। জ্ঞাতি দুজনক কৰমঘৰীয়া পুৰুষ মহিলাই নমস্কাৰ জনাই গাত*

*তেল টেঙা ঘঁহিব।*

## চূন-পান ছিঙা নিয়ম ঃ

চূন-পান ছিঙাৰ অৰ্থ মৃতকৰ লগত জীৱিতসকলৰ সেইদিনাৰ পৰা কোনো সম্পৰ্ক নেথাকিব। গিয়াতি দুজন আৰু কৰমঘৰীয়া জেলা বা অন্য লোকে – এখন পানত দুয়োফালে চূৰ্ণ লগাব। তাৰ পাছত একালে গিয়াতি - অন্যফালে জেলা বা অন্যে ধৰি টানি দিলে পানখন মাজে মাজে দুফাল হৈ পৰিব। ইয়াৰ অৰ্থ – সেইদিনাৰ পৰা মৃতকৰ লগত কাৰো সম্পৰ্ক নাথাকিব। ইয়াৰ পিছত সমাজৰ মাজত কৰমঘৰীয়া জেলাই তামোলপানৰ বঁটা এটা দিব। ৰান্ধনি বাৰণি সকলোৰে আহি ৰন্ধা-বঢ়া পৰিবেশন কৰাত যদি কিবা দোষ ক্ৰটি হৈছে সেয়া খেমিবলৈ ৰাইজৰ ওচৰত সেৱা ল'ব। নিজৰ সীমাবদ্ধতাৰ কথা দোহাঁৰি ৰাইজে নিজগুণে সন্তুষ্ট হ'ব লাগে বুলি জনাব লগতে এনে এটা বৃহৎ কাম ৰাইজে সমাধা কৰাত সকলোকে কৃতজ্ঞতা প্ৰকাশ কৰিব। বৰজেলাই পুনঃ হৰিধ্বনি কৰিব আৰু একুৰণ মদ খাব। ৰান্ধনি-বাঢ়নি পৰিবেশনিয়াই কৰমঘৰীয়া জেলাক অৱশিষ্ট ভাত-আঞ্জা-লাওপানী চমজি দি বিদায় ল'ব।

পিছদিনা পুৱা দহমান বজাত যিজন ব্যাক্তিয়ে মন্ত্ৰপূত কৰি বহনি মদৰ কলহটো থৈছিল তেওঁক মাতিব। তেওঁলৈ বেলেগে এটি মদৰ টেকেলি আগবঢ়াই তামোল-পাণ এবঁটাৰে সন্মান জনাব। বৰজেলা প্ৰমূখ্য মূখ্য মূখ্য জেলাসকলক মাতিব। সকলোকে বহনি কলহৰ মদ খাবলৈ দিব। বেজগৰাকীয়ে তেওঁলৈ আগবঢ়োৱা মদ টেকেলিকো ৰাইজক ভগাই দিবলৈ ক'ব। এইদৰে ভগাই মেলি খাই শ্ৰাদ্ধ সমাপ্ত কৰিব। এইদৰেই তিৱাসকলে পিতৃ-পিতামহ সকলে পালন কৰি অহা কৰম বা শ্ৰাদ্ধ ফেৰা কৰি আহিছে। আজিকালি অৱশ্যে সম্পূৰ্ণ কিছু নতুন ঢঙত শ্ৰাদ্ধ কৰা দেখা গৈছে সময়ৰ পৰিবৰ্ত্তনৰ লগত খাপ খুৱাই।

## ৫৩। কুকুৰা যুঁজ ঃ

তিৱা সমাজে মাঘবিহু পালন কৰাৰ পিছতেই কুকুৰা যুঁজৰ আৰম্ভনি হয়। আগতে প্ৰতিজন সামন্ত ৰজাৰ অধীনেএকোখন কুকুৰা যুঁজুৱা খোলা (বহল পথাৰ) আছিল। ৰজা নোহোৱা দিনত সিবিলাকৰ পাত্ৰ-মন্ত্ৰী অথবা দলৈ ডেকাৰজাৰ হা-হুকুমত তিৱা গাওঁ কিছুমানত কুকুৰা যুঁজ পৰিচালনা কৰা হয়। এই যুঁজ পৰিচালনা কৰিবৰ বাবে ৰাইজৰ ফালৰ পৰা এখন উদ্যোক্তা সমিতি গঠন কৰি দিয়া হয়। তাতে এজন ব্যাক্তিক কাটি বন্ধা আৰু অন্য এজনক সহকাৰী কাটিবন্ধা নিৰ্ব্বাচন কৰে। এওঁলোক দুজনে চৰাইৰ ঠেঙত কাটি বান্ধি দিয়ে। বাকী দুজনমানে যুঁজাবলে

অনা চৰাইবোৰৰ যোৰ চাইহে গৰাকীৰ মত সাপেক্ষে যুঁজায়। ইয়াৰ কাৰণ —

সমানে সমানে কৰিবা কাজ

হৰা-জিকাত নাই লাজ ।।

চৰাই যুঁজি থাকোতে অলপ আঁতৰা আঁতৰি হ'লেই চৰাই দুটা ধৰি ঠোঁট কেইটা মোহাৰি দিয়ে অথবা কাটি বন্ধা লোকদুজনৰ কাষত ৰখা পানীৰ কলহৰ পানীৰে ধুই দি পুনৰ যুঁজায়। কোনো চৰাইৰ গৰাকীয়ে নিজে চৰাইৰ লৈ যুঁজাব নোৱাৰে। হৰা চৰাইটো জিকা চৰাইটোৰ গৰাকীয়ে পায়। আগতে একো একোজন মানুহে চাৰি-পাঁচোটা চৰাই যুঁজাবলৈ আনে। জিকাৰু সকলে যুঁজত জিকি পোৱা চৰাই একোটা এই সমিতি খনক দি যোৱা নিয়ম আছিল। আজিকালি তেনে দেখা নেযায়। ইয়াৰ পৰিবৰ্ত্তে সমিতিৰ লোক সকলক গাঁৱৰ বাইজে চাউল আৰু চান্দা তুলি লাউপানী খুৱায় আৰু যুঁজত উঠা তামোল-পান ভগাই লয়।

পিছে ল'ৰা-ছোৱালীবিলাকে এখন হাতেৰে ডিঙিত সাবটি ধৰি কান্ধৰ কাষেদি ৰাখি, অন্যখন হাতেৰে এখন ভৰিৰ খাড়গাঁঠিত ধৰি ভৰিত ভৰ দি – তেনেদৰে যুঁজিবলৈ সাজু হোৱা অন্যজনক গাৰে হেঁচুঁকি বগৰাবলৈ চেষ্টা কৰা যুঁজকো কুকুৰা যুঁজ বোলে। ই ল'ৰা-ছোৱালীয়ে খেলা কুকুৰা যুঁজৰ খেলা।

## ৫৪। কচুগুটি খেল ঃ

সৰু সৰু ল'ৰা-ছোৱালীৰ মাজত খেলা ই এবিধ অতি পুৰণি খেল। খেলাটো দুজনৰ মাজত খেলা হয়। খেলুৱৈ ল'ৰা-ছোৱালীয়ে – জিকা, ভোল অথবা লাউৰ গুটি এটা এখন হাতত লই, অন্যখনত যে কোনো গুটি নাই সেইটো মুঠি মেলি দেখুৱায়। তাৰ পিছত গুটি থকা হাত খনেৰে সৈতে দুয়োখন হাত পিঠিৰ ফালে নি দুইহাত মুঠি মাৰি প্ৰতি পক্ষক কোনখন হাতত গুটিটো আছে উলিয়াবলৈ ক'ব। প্ৰতিপক্ষ খেলুৱৈজনে দুয়োখন হাতৰ মুঠিৰ ওপৰত একোবাৰকৈ ছুই গাব এইদৰে –

অলৌগুটি টলৌগুটি কচুগুটি লাই;

যিখন হাতত গুটি আছে সেইখন হাতে পায়।

এইবুলি কোৱাৰ লগে লগে যিখন হাতত শেষ শব্দ উচ্চাৰিত হয় – সেই হাতত মুঠিটো খেলুৱৈজনে খুলি দেখুৱাব লাগে। যদিহে গুটিটো পায়, তেন্তে প্ৰতিপক্ষই গুটিটো লৈ লুকুৱাব পাৰিব। যদি নেপায় আগৰজনেই আকৌ গুটি লুকুৱাবৰ সুযোগ পাব।

## ৫৫। কৰিয়া বোটলা খেল ঃ

এই খেলটোও পুৰণি কালৰে পৰা গাঁৱৰ ল'ৰা-ছোৱালীবোৰৰ মাজত প্ৰচলিত জনপ্ৰিয় খেল। এই খেল খেলিবলৈ ভেল্‌কৌ গছৰ গুটিৰ ভিতৰত থকা সৰু সৰু কলা গুটিৰ প্ৰয়োজন। খেলটোত পঞ্চাশটা গুটিৰ দৰকাৰ। খেলুৱৈ দুজন হয়। দুয়োজন খেলুৱৈৰ মাজত সমভাৱে চাৰি চেন্টিমিটাৰ মান বহল, এক ইঞ্চিমান দ' পাচোটাকৈ গাঁত কৰি লোৱা হয়। ইয়াক ঘোপ বোলে। প্ৰতি ঘোপত পাঁচোটাকৈ গুটি থাকে। প্ৰত্যেকজন খেলুৱৈয়ে গুটি চলাওতে নিজৰ বাওহাতৰ পৰা গুটি চলাব লাগে। প্ৰথম এটা ঘোপৰ পৰা গুটি লই প্ৰতিটো ঘোপতে আগৰ গুটিৰ ওপৰত এটাকৈ গুটি দি যাব। শেষ হ'লে পিছৰ ঘোপৰ পৰা গুটি লৈ ঘোপে ঘোপে দি যাব। যেতিয়া গুটি চলাই শেষ হৈ এটা খালি পাব, সেই খালি ঘৰক চোলুখ বোলা হয়। এই চোলুখৰ বিপৰীত ঘোপত জমা হোৱা গুটি, গুটি চলাওঁতা জনে পাব। এনেকুৱা দুই তিনিটা খালি ঘোপৰ একেৰাহে চোলোখ থাকিলৈ গুটি চলাওতাই কেইবাটাও ঘোপৰ গুটি পাব।

পিছত দ্বিতীয়জনে গুটি চলাব। তেৰোঁ চোলুখৰ পিছৰ ঘোপৰ গুটি থাকিলে পাব। গুটি শেষ হ'লে দুয়ো খেলুৱৈয়ে নিজৰ ভাগৰ গুটিবোৰ নিজৰ শাৰীৰ ঘোপে ঘোপে পাঁচোটাকৈ গুটি থাপি যাব। যাৰ গুটি কম হয়, সেইজনৰ ফালে ইজনে ঘোপত গুটি দি কেইঘৰ তেওঁ পুৰালে তাত চিন দি ধৰুৱা সজাব। সিজনাৰ ঘোপত গুটি দি শেহৰ ঘোপৰ গুটি যদি ১,২,৩ অথবা চাৰিটাহে তেওঁৰ হাতত ৰয়, তেনেহ'লে তেওঁ অন্যজনে গুটি চলাওঁতে প্ৰতি ঘোপত সিমানটাকৈ গুটি জমা হ'লেই কৰিয়া বুটলিব পাৰিব। এইদৰে এজনৰ পাচত অন্যজনে গুটি খেলি, এজনে যদি পাচোটাকৈ ঘোপৰ গুটিৰ ভিতৰত এটাও গুটি নেপায়, অথবা সাৰ্বাধিক চাৰিটাহে গুটি পাবলৈ সমৰ্থ হয়, তেন্তে তেওঁ সেই খেলত হাৰিব। এইদৰে দেওলীয়া হৈ এটা, দুটা, তিনিটাকৈ গুটি, আনজনে গুটি চলাওঁতে বুটলি সংগ্ৰহ কৰা বাবে ইয়াক কৰিয়া বোটলা খেল বুলি কোৱা হয়। আজি কালিও এইখেল কমবেছি পৰিমানে গাঁৱৰ ল'ৰাৰ মাজত প্ৰচলন আছে।

## (৫৬) কপাটি খেল ঃ

এই খেলটো বহুদিনৰে পুৰণি আৰু ই বৰ্ত্তমানে সৰ্ব্ব ভাৰতীয় খেলৰূপে স্বীকৃতি লাভ কৰিছে – নাম পাইছে কাবাডী খেল ৰূপে। লৰাই লৰাই আৰু ছোৱালীয়ে ছোৱালীয়ে এই খেল খেলে। আজিকালি প্ৰতিযোগিতামূলক ভাৱে সৰ্ব্বভাৰতীয় পৰ্য্যায়ত এই খেল খেলা দেখা গৈছে। গাঁৱত এই খেলক ধৰা গুদু

বোলে। ল'ৰা-ছোৱালীয়ে ছজনকৈ দুটা দলত ভাগ হৈ খেলে। এইখেলৰ বাবে এটুকুৰা সীমাযুক্ত ঠাই বা খেলপথাৰ কৰি লোৱা হয়। দুয়োটা দলৰ মাজত এডাল লক্ষ্মণ ৰেখা থাকে। একপক্ষৰ এজনে প্ৰথমে কপাটি, কপাটি বা গুদু - গুদু কৰি বিপক্ষৰ দলৰ খেলুৱৈক ছুবলৈ খেদা মাৰি যাব লাগে। বিপক্ষৰ খেলুৱৈ সকলে গুদু মাৰি যোৱা জনক শলঠেকত পেলাই তেওঁলোকৰ সীমাৰ ভিতৰত তেওঁক আবদ্ধ কৰি গুদু মৰা উশাহ শেষ কৰাব পাৰিলেই – গুদুমাৰি যোৱা জন মৰে। যদিহে গুদু মাৰি যোৱাজনে যোৰ কৰি লক্ষ্মণ ৰেখাডাল চুই নিজৰ ফাললৈ হাত বা ভৰি পাৰ কৰিব পাৰে, তেনেহ'লে প্ৰতিপক্ষৰ যিমান কেইজন খেলুৱৈয়ে তেওঁক ধৰিছিল, আটায়ে মৰিব। পিছত ইটো পক্ষৰ পৰাও গুদু-গুদু কৰি অথবা কপাটি-কপাটি কৰি বিপক্ষক ছুবলৈ খেদা মাৰি যাব। এইদৰে, খেল চলে। যদিহে বুদ্ধিৰে একোজনক ছুই নিজৰ পক্ষলৈ লক্ষ্মণ ৰেখা পাৰ হৈ আহিব পাৰে – তেনে বিপৰীত পক্ষৰ খেলুৱৈজন মাৰে আৰু খেলৰ পৰা বাহিৰ হয়। এই খেলত বল আৰু বুদ্ধি দুয়োটাৰে প্ৰয়োজন।

## (৫৭) কনাৰি গছ ঃ

ই এবিধ ঔষধি গছ। থেতেলা খোৱা, খুন্দা খোৱা, মোচোকা খোৱা, ককালৰ বিষ, ভৰিৰ বিষ, বাতবিষ আদিত পুৰণি ঘিঁউ অথবা মিঠাতেল কনাৰি গছৰ পাতত সানি জুইৰ তাপ দি আঘাত লগা ঠাইত সেকিলে বিষৰ উপশম হয়। আনাৰসৰ পাতৰ দৰে আকৃতিৰ হ'লেও ইয়াৰ পাতবোৰ ডাঙৰ, বহল আৰু দীঘল লগতে গাঢ় সেউজীয়া ধৰণৰ।

## (৫৮) কপৌলতা ঃ

গাঁথিটোৰে প্ৰতি তিনিখিলাকৈ পাত থকা। এবিধ লতাজাতীয় ঔষধি গছ। গৰু-মহৰ ছৱকা হোৱা আৰু গৰু-মহৰ খুৰা বাঢ়িলে এই লতি ছিঙি আনি যি ঠেঙৰ খুৰা বাঢ়িছে – সেই ঠেঙৰ পুলি খুৰাৰ ওপৰত বান্ধি দিলে সোনকালেই ভাল হয় লগতে বাঢ়ি অহা খুৰা ছিঙি আগৰ দৰে সমান হৈ পৰে।

## (৫৯) কান্দনি কলা ঃ

পেটৰ কামোৰ অথবা বিষত কেঁচুৱাই অনবৰতে কান্দি থকা ৰোগ। কেঁচুৱাই মাকৰ গাখীৰ -পানী নেখাই, ইফালে সিফালে চাই টেঁ টেঁকৈ কান্দি থাকিলে, কেঁচুৱাক কান্দনি কলাই নামৰ অপ-দেৱতাই লম্ভা বুলি কৰা বিশ্বাস। প্ৰকৃতাৰ্থত পেটৰ ভিতৰত হোৱা বিষ বা কামোৰণিৰ বাবে হোৱা বেদনাত কেঁচুৱাই কান্দি

থকা এটি বিৰক্তিকৰ অৱস্থা। ইয়াৰ পৰিত্ৰাণ পাবলৈ তিনি আলিৰ মূৰত কেঁচা আঠিয়া কল-তামোল-পাণ আদিৰে সজাই ৰাতি গোপনে সেই দেৱতাৰ নামত আগবঢ়োৱা হয়। পিছত কেছুৱাক চিৰতাৰ পানী অথবা নীলিকণ্ঠ তিওৱা পানী অলপ জিভাত চেলেকাই দিলে কিছুপৰৰ মূৰত পেটৰ বিষ উপশম হয়।

## (৬০) কাতি বিহু ঃ

অসমৰ মানুহে কঙালী নাম দিয়া কাতি বিহুৰ সময়ত ভড়ালত সাধাৰণতে খাদ্য-শস্যৰ নাটনি হয়। হ'লেও কাতি মাহতে শস্যৰ পথাৰত ধান লহ্-পহকৈ বাঢ়ি আগন্তুক বছৰৰ বাবে কৃষকৰ মনত আনন্দৰ কঠিয়া সিঁচে। খাদ্যৰ কঠিনতা স্বত্ত্বেও পথাৰৰ শস্যৰ সেউজীয়ে কৃষকক সাময়িক কষ্টৰ কথা পাহৰাই ৰাখে। কৃষকসকলে পথাৰৰ শস্যাদি, পোক-পৰুৱাৰ উপদ্ৰৱৰ পৰা ৰক্ষা কৰিবলৈ লখিমি দেৱীক আৱাহন কৰি ধূপ-ধনা - নৈবদ্য দি পথাৰত চাকি-শলিতা জ্বলায়। গান্ধী মোৱা আদি পোকে যাতে শস্য অনিষ্ট কৰিব নোৱাৰে- কাতি মাহৰ আৰম্ভণিতে সেইবাবে মানুহে লখিমি দেৱীৰ পূজা কৰে। তিৱা সমাজৰো কোনো কোনো ঠাইত লখিমি পূজা কৰে যদিও ইয়াক হিন্দু বৈষ্ণৱ ধৰ্মৰ আধাৰতহে পালন কৰে। তেওঁলোকে সাধাৰণতে বিহুৰ দিনা আবেলি সময়ত দীঘল বাঁহৰ আগ-কাটি চালনিবে তাত বান্ধি দি পথাৰত চাঁতবাৰী পোতে। কলৰ বখুৱাৰে ডোনা সাজি মিঠাতেল দি শলিতাৰে বন্তি জ্বলায়। তামোল-পান দি শস্যাধিপতি চাৰিভাই-চাৰিকৰা আৰু লুখুনীদেৱী ওৰফে ৰংদ'শ্বৰী, মাইদ'শ্বৰী দেৱীক পূৰ্ণযৌৱনা হৈ পৃথিৱী শুৱনি কৰিবলৈ প্ৰাৰ্থনা জনায়। সেই সময়ত ৰবাব টেঙা খাবৰ হয়। হাতত কাঁচি লই ডেকা-গাভৰুৱে ৰবাব টেঙাৰ বাকলি চকলা-চকলকৈ কাটি পথাৰৰ বিভিন্ন ঠাইত পেলাই দিয়ে। ইয়াৰ কাৰণ এয়ে যে, পানীত পৰি টেঙাৰ বাকলিবোৰ গেলিলে তাত পোক-পৰুৱাই জুম বান্ধেহি। পোক-পৰুৱাক ধান গছ এৰি আহিবলৈ কৰা ই এক অভিনৱ পদ্ধতি। চাকি জ্বলালেও কিছুমান পোক-পৰুৱা-গান্ধী, মোৱা আদিয়ে জুইত জপিয়াই পৰেহি আৰু মৰে। বাঁহৰ আগেৰে চাঁতবাৰী পোতাৰ অৰ্থ হ'ল সেই চাঁতবাৰী বোৰত কাউৰী, চিলনী, মৌপিয়া, বাদুলি আদি পৰি এন্দুৰ, নিগনি, ডালশলিয়া আদি শস্যৰ অনিষ্টকাৰী জীৱ চিকাৰ কৰি শস্য ৰক্ষা কৰিব এনে মনোভাব। বছৰটোলৈ অৰ্থাৎ এটা শস্যৰ কাল উকলি যোৱা হেতু কৃষি সঁজুলিবোৰ যেনে নাঙল, যুঁৱলি, মৈ, বিন্ধা, মৈ-টকা, দলিমুৰা, জবকা আদি ঘৰজেলাৰ নিৰ্দেশত বংশটোৰ সকলো ঘৰৰ পৰা গোটাই আনি ৰৰঘৰৰ সমুখৰ চোতালত জমা কৰেহি। ঘৰজেলাই বিহুৰ দিনা গধুলি বংশটোৰ বুঢ়া-মেথা সকলক মাতি আনি দুটা বগা

চৰাই কৃষি দেৱতা চাৰিভাই চাৰিকৰা, মহাদেউ, বিহুকৰমী আৰু লুখুমী দেৱীৰ নামত উৰ্চগা কৰি তেজবোৰ এই কৃষি সঁজুলি সমূহত ছতিয়াই দি সকলো জীৱৰে কল্যান কামনা কৰে। লগতে পিছৰ শস্যৰ বতৰলৈ সঁজুলি সমূহৰ জিৰণিৰ কাল ঘোষণা কৰে। পিছত মজলীয়া ধৰণৰ টৌ এটাত কেচা পিঠাগুৰি গুলি লুখুমী দেৱীক স্তুতি কৰি কৃষি সঁজুলিত তুলসী-দুবৰিৰ আগেৰে পিঠাগুৰি ছাতয়াই দি কৃষিশস্য বৰ্দ্ধনৰ আৰ্শীব্বাদ কামনা কৰে। এই গুলা পিঠা গুৰিৰ টৌটো লই এজনে বংশটোৰ প্ৰতিঘৰ গৃহস্থৰ ভঁড়ালৰ দুৱাৰ আৰু গৃহস্থৰ মূল দুৱাৰত শস্য উভৈনদী হোৱাৰ আশীৰ্ব্বাদ কৰি গুলা পিঠাগুৰি ছতিয়াই দি আহে। পিছত বৰঘৰৰ চোতালত জমা হোৱা লোক সকলে লাউপানী দেৱতালৈ উচৰ্গি পান কৰে।

## (৬১) কান-বিন্ধনি প্ৰথা ঃ

মৰিগাঁও জিলাৰ সাতোৰজাসকলৰ অন্যতম তৰানী ৰজাৰ ৰাজ্যৰ ই এক ৰাজকীয় পৰম্পৰা। বেদত থকা কৰ্ণবেধ প্ৰথাৰ লগত ইয়াৰ কিছু সাদৃশ্য আছে। কোনো কোনোয়ে তৰানি ৰজাৰ ফৈদক "গাৰোকুল" বুলি কব খোজে যদিও, তেওলোকে নিজকে ৰাজবংশী কোঁচ বুলি দাবি কৰে। জনজাতীয় লোকসকলৰ মাজত পূৰ্বৰে পৰাই কান-ফুটোৱা প্ৰথা আছিল যদিও ই বাধ্যতামূলক নাছিল। পুৰনিচাম লালুং আৰু কাৰ্ব্বি মানুহৰ প্ৰায়বোৰৰে দুয়োখন কানৰ লতি ফুটোৱা আৰু তাত সিহা বা কুণ্ডল পিন্ধা দেখা গৈছিল।

সাতোৰজীয়া সকলৰ অন্যতম তৰানী ৰাজ্যৰ ৰাজবংশ গাৰোকূলৰ বুলি প্ৰচলিত কিংবদন্তি আছে। কিন্তু গাৰোসকলৰ যি সামাজিক-সাংস্কৃতিক পৰম্পৰা তাৰ এটাও তৰানী ৰাজবংশৰ লোকসকলৰ মাজত নাই। কাৰ্বি বা ভৈয়ামৰ বহুতে অত্যন্ত পাহাৰীয়া লালুং সকলক আগতে "গাৰু লালুং" বুলি কৈছিল। তেওঁলোকৰ সামাজিক-সাংস্কৃতিক পৰাম্পৰা সমূহ লালুং সকলৰ স'তে একে। গতিকে এওঁলোকক পোনপতীয়াকৈ গাৰো সম্প্ৰদায়ৰ লোক বোলাতো গ্ৰহণযোগ্য নহয়। এওঁলোকক "কাণ-ফুটোৱা গাৰো" বুলি তিৰ্য্যক মন্তব্য কৰিছিল। ওপৰত আমি কৈছো – পুৰণিচাম জনজাতি লোকৰ সকলো সম্প্ৰদায়ৰেই পুৰুষ-মহিলা নিৰ্বিশেষে কাণ ফুঠাই কুণ্ডলাদি ধাৰণ কৰাৰ অভ্যাস আছিল। তৎস্বত্বেও তৰাণী ৰাজফৈদৰ লোকসকলকে "কাণ ফুটুৱা গাৰো" বুলি উপলুণ্ঠাসূচক মন্তব্য কৰাৰ কাৰণ কি? কাৰণটো বোধকৰোঁ এয়াই যে, অন্য সম্প্ৰদায়ৰ লোকসকলৰ মাজত কৰ্ণবেধ প্ৰথাটো বাধ্যতামূলক নাছিল। ইয়াৰ বিপৰীতে তৰাণী ৰাজ ফৈদত কৰ্ণবেধ প্ৰথা বাধ্যতামূলক আছিল আৰু ই ৰাজকীয় স্বীকৃতি লাভ কৰা প্ৰথা।

কৰ্ণবেধ বা কানবিন্ধনি প্ৰথাৰ ক্ষেত্ৰত এওঁলোকৰ ৰাজগৃহত সযতনে সাঁচি থোৱা আছে— তিনিবিধ দ্ৰব্য, সেয়া হ'ল – এটা দীঘল গাহৰিৰ দাঁত, এটা সোণৰ আৰু এটা ৰূপৰ বেজি। যি সন্তানৰ কৰ্ণবেধ কৰা হ'ব সেই সন্তানৰ কাণৰ লতিত প্ৰথমে গাহৰিৰ দাঁতটোৰ আগেৰে লাহেকৈ স্পৰ্শ কৰি থৈ দিয়ে। তাৰ পিছত সোণৰ বেজিটোৰে আগেৰে যি ঠাইত কাণ ফুটুৱা হ'ব, তাত লগাই দি একো নকৰাকৈ বেজিটো থৈ দিব। সদৌ শেষত ইষ্টদেৱতাৰ নাম লই তৃতীয়বাৰত সূতাৰে সৈতে ৰখা ৰূপৰ বেজিটোৰে পূৰ্ব নিদ্ধাৰিত ঠাইত কাণফুটাই ৰচি ওলোমাই দি গাঁথি দি থব। ই এটা মাঙ্গলিক পৰ্ব। আয়তী-বায়তীসকলে উৰুলি দি মঙ্গলধ্বনি কৰাৰ নিয়ম আছে।

## (৬২) কালিখা-কামাইখা ঃ

কালিকা আৰু কামাখ্যা সংস্কৃত নাম। কেশী দৈত্যক বধ কৰি দুগাই কালিকা নাম পাইছে আৰু প্ৰাচীন কামৰূপত শিবৰ লগত যৌনসম্ভোগ আকাঙ্ক্ষা কৰা বাবে কামাখ্যা কামদা নামেৰে জনাজাত হৈছে। এই তথ্য কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰৰ। কিন্তু কিৰাত ওৰফে মঙ্গোলীয় প্ৰজাতিয়ে এইগৰাকী দেৱীক কা-মাই-খা অৰ্থাৎ মৰিশালিত বিচৰনকাৰিণী দেৱী আৰু মনোবাঞ্চা পূৰণকাৰিণী, সিদ্ধিদাতৃ দেৱী বুলি বিশ্বাস কৰে। এওঁ মাতৃৰূপা আৰু সংহাৰ কৰ্ত্তী দুয়োটাৰূপেত বিদ্যমান। বিভিন্ন দেৱ-দেৱতাৰ কু-দৃষ্টিৰ পৰা আতুৰক ৰক্ষা কৰিবলৈ দেৱী কালিখ্য-কামাখ্যাই হাতত খড়গ লৈ তেওঁৰ ভক্ত-পুত্ৰ-পুত্ৰীৰ ওচৰত ঠিয় হয়। অপাৰ শক্তিৰ গৰাকী এই দেৱী কালিখা। ওজাসকলে সেয়েহে ৰোগ-ব্যাধি, দেৱ-দেৱতা খেদোঁতে মন্ত্ৰ মাতে এই বুলি – "যদিহে ই কথা লৰস চৰস; মহাদেৱৰ জটা ছিঙস, কালিখা - কামাখ্যা আইৰ চক্ৰত পৰি মৰস" ইত্যাদি।

## (৬৩) কাহুদি ঃ

আজিকালিৰ "আচাৰ" পুৰনি কাহুদিৰ অন্যৰূপ বুলিব পাৰি। ই হ'ল মুখৰোচক টেঙেচী খাদ্য। মজলীয়া ধৰণৰ আম চকলা-চকলকৈ কাটি ৰদত অলপ শুকুৱাই লৈ বগা সৰিয়হ বটি, অভাবে ৰঙা সৰিয়হ বটি, মচলা আদিকো ভালদৰে সানি, মিঠাতেল দি ৰদত শুকাই ল'লেই সি কাহুদী হৈ পৰে। পুৰণিচাম অসমীয়া মানুহে মুখৰোচক টেঙা খোৱাৰ ব্যৱস্থাকে কাহুদী খোৱা বোলে। আজি কালি "আচাৰ" সৰ্বজনজ্ঞাত খাদ্যৰূপে পৰিগণিত।

## (৬৪) কাঁহুলী আই ঃ

সৰু-ডাঙৰ সকলো মানুহৰে পানীলগা হ'লে জ্বৰ উঠে কাঁহ হয়। ঋতু পৰিবৰ্ত্তনৰ লগে লগে পৰিবেশৰ পৰিবৰ্ত্তন ঘটে। বতাহত বিভিন্ন বীজাণু উৰি ফুৰে। এনে বীজাণু নাক-বা মুখেৰে শৰীৰত প্ৰবেশ কৰি চৰ্দি-জ্বৰ হয় মানুহৰ। ক'ল্ড ফেভাৰ, ইনফ্লুয়েঞ্জা, ফ্লু আদি বিভিন্ন নামেৰে মানুহৰ পানীলগা জ্বৰ হৈ কাঁহ হয়। এনে হ'লে ডাক্তৰৰ ঔষধ পাতি কৰিলেও ভাল হয়। তিৱা সকলে খুক্ খুক্কৈ কাঁহি থকা, মুখেৰে খেকাৰ বাহিৰ নোহোৱা শৰীৰৰ ভিতৰত ঘূৰ্ ঘূৰ্কৈ জ্বৰ হৈ থকা মানুহক মৌ জোল আদা, মৌ জোল-তুলসীৰ ৰস অথবা মৌ জোল আৰু বেলপাতৰ ৰস খুৱায়। ডাক্তৰৰ ঔষধে কাম নিদিলে – কাহুঁলী আই লেঠা বুলি সেই দেৱীক পিঠা সাজি তুতি-মিনতি কৰি ৰোগ ভাল হ'বলৈ প্ৰাৰ্থনা জনায়। কলা কচুৰ ঠাৰি কাটি আনি টুকুৰা কৰি বগা মাটিৰে ৯ টা বা ১২ টা ঘিলা পিঠা সাজি ৰোগীৰ নাকৰ ওচৰত ৰাখি শুঙিবলৈ দি তুতি মন্ত্ৰ কৰি পুৰণি চালনিত থয়। চালনিত তামোল-পাণ এযোৰ আৰু এগছি বন্তি জ্বলোৱা হয়। পিছত কাটি ৰখা কচুৰ ঠাৰিৰেও ৰোগীৰ নাকৰ ওচৰত ৰাখি তুতি কৰে। পিছত সেই চালনিখনেৰে ৰোগীৰ ওচৰত লুচি গাঁৱৰ মূৰৰ কোনোবা তিনিআলীত দি থৈ আহে অথবা আওঁহতীয়া ঠাইত দি থৈ আহে। চালনিখন নিওঁতে নিওঁতাজনে হাতত জাতিবাঁহৰ থেৰেকা এডাল সাজি মাটিত থেৰেক্ থেৰেক্কৈ মাতি মুখেৰে 'এ হেম্, এহেম্,শব্দ কৰি যাব লাগে।

## (৬৫) কাকৈচিৰা ধান ঃ

তিৱা লোকসকলে সৰহভাগ উখুৱা চাইলহে ব্যৱহাৰ কৰে। ধান সিজাই চাউল বানিলে চাউলৰ পৰা ষ্টাৰ্চবোৰ আঁতৰি নেযায় আৰু সেইবাবে উখুৱা চাউল সৰ্বাধিক শক্তিকাৰক হয়। দূৰ্বল ৰোগীক ডাক্তৰে খুউব নৰমকৈ ঢাকনি দি ৰন্ধা উখুৱা চাউলৰ ভাতহে খাবলৈ উপদেশ দিয়াৰ কাৰণো বোধকৰো এইটোহে। ধানবোৰ ভালদৰে জাৰি কেৰাহিত সিজাই ফটুৱাই- পিছত পাচিত উলিয়াই চোতালত পাতলকৈ মেলি শুকাবলৈ দিয়ে। দুই তিনি ৰ'দ দিয়াৰ পিছত ধানবোৰ শুকাইছেনে নাই চাই লয়। শুকালেই ধান চপাই পাচি বা বস্তাত ৰাখি থয়। ইয়াকে উখুৱা ধান বোলে। কিন্তু ধানবোৰৰ পৰা চাউল নভঙাকৈ উলিয়াবৰ বাবে এটা নতুন পদ্ধতিত ধান সিজায়। কেৰাহিত ধানবোৰ দি তাত চপ্চপীয়াকৈ পানী দি কেৰাহিৰ তলত জুই দিয়ে। পানী গৰম হৈ ফুট দিলেই জুই নুমুৱাই থৈ দিয়ে। পিছদিনা ভালদৰে জুই দি ধানবোৰ অলপ ফটা দেখিলেই জুই নুমাই ঠাণ্ডা কৰি ধানবোৰ উলিয়াই শুকাবলৈ

দিয়ে। এইদৰে সিজাই উলিওৱা ধানকে কাকৈচিৰা ধান বোলে। সাধাৰণতে সান্দহ খুন্দিবলৈ তিৱালোকসকলে ওপৰোক্ত পদ্ধতিৰে ধান সিজায়।

## (৬৬) কাটি বন্ধা ঃ

২" ৰ পৰা ২½" ইঞ্চি দীঘল, এফালে জোঙা আৰু আনফালে মূৰত খাঁজ কটা এবিধ পৰম্পৰাযুক্ত অস্ত্ৰ। খাঁজ কটা অংশত পাটৰ সূতাৰ এডাল ৰছী লগোৱা থাকে। ইয়াকে কাটি বোলে। কুকুৰা যঁজৰ ইয়েই প্ৰধান আহিলা। এই কাটিডাল মগলা চৰাইৰ সোঁ ঠেঙৰ আল্‌ডালত খাপখুৱাই দৃঢ়ভাৱে ৰছীৰে বান্ধি এনেকৈ দিয়া যায় যে, ঠেঙেৰে কোব মাৰিলে বিপক্ষৰ শৰীৰ ঘাইল কৰিব পাৰি। কাটি ঢিলাকৈ বান্ধিলে পাখিৰ ওপৰেৰে পিছলি যাব পাৰে। সেইবাবে কাটিবন্ধাজনৰ ওপৰত গুৰু দায়িত্ব থাকে। তেওঁৰ এইকামত পাপ পূণ্যৰ বোজা জড়িত থাকে বুলি ভবা হয়। সেইবাবে সকলো চৰাইৰ ঠেঙত কাটি বান্ধোতে সম দৃষ্টিৰে চাই বন্ধা উচিত বুলি বুঢ়াসকলে উপদেশ দিয়ে।

## (৬৭) কাকৈ ঃ

আগৰ কালত মাইকী মানুহক মূৰ আচুৰিবলৈ বাঁহৰ শলা জোঙাকৈ চাঁচি সাজি দিয়া এবিধ আহিলা। ইয়াক দুই প্ৰকাৰে সজা হয়। বাঁহৰ শলাবোৰৰ এফালে জোঙা কৰি ভোটা অংশৰ পৰা তিনি আঙুলমান দূৰত সূতাৰে গুথঁনি দি আচুঁৰিবৰ ফালে ঠিয় খণ্ডিখনৰ মুখখনৰ দৰে কৰি দিয়ে। শলাবোৰ সমজোখত থাকিব লাগে। ইয়াৰ শলাবোৰ দীঘলকৈ ৰখা হয়। আকৌ, এফাল জাতিবাঁহ লই, তাতে কটাৰীৰে কেইবাডালো শলা ফালি খুউব যত্নেৰে চাঁচি জোঙা কৰি অখণ্ড কাকৈ সাজি ল'ব পাৰি। বহাগ বিহুত নাচনীয়ে এনে কাকৈ খোপাত মাৰি লৈ নাচে। ই অসমীয়া কৃষ্টি আৰু হস্তশিল্পৰ এক নিদৰ্শন।

## (৬৮) কাঢ়নি ঃ

সিজোৱা ধান কেৰাহিৰ পৰা উলিওৱা কাঠৰ হেতা নাল লগা। আগতে গাঁৱলীয়া মানুহে ভাত বাঢ়িবলৈকো এইৰূপ কাঠৰ যতন সাজি দিছিল। ইয়াক গোটা কাঠৰ টুকুৰা খুলি তৈয়াৰ কৰা হয়। কাপোৰৰ তাঁত বাতি কৰোতেও সূতা টানি নিব পৰাকৈ কেইবাটাও ফুটা কৰি সাজি লোৱা এবিধ চাৰিসিৰীয়া চেপেটা কাঠৰ যতন। তাকো বাঢ়নি বোলে।

## (৬৯) কাজী ঃ

ভালদৰে বব কাটিব জনা তিৱোতা মানুহক কাজী তিৱোতা বোলে। কাজী

অৰ্থ দক্ষ, পাকৈত বুজায়। আগৰ কালত তাঁত-সূতা বব'জনা, কাপোৰত ভমকাফুলীয়া ফুল বাচিব জনা তিৰোতাৰ সমাজত বৰ আদৰ আছিল। তেনে ছোৱালী বা মহিলাক কাজী বুলি প্ৰশংসা কৰিছিল। একালত তাত সূতা বব নজনা ছোৱালীৰ, ঘৰ-ঘৰোৱাহি কাম বনত অদক্ষা হ'লে দৰা পাবৰ কঠিন আছিল। কাজী শব্দে কেৱল বোৱা কটাৰ বিষয়েহে বিশেষকৈ নুবুজাই গৃহস্থী এখনৰ অন্যান্য কাম কাজতো পটু অৰ্থ কৰিছিল। কাজী তিৰোতাসকলৰ ধুন-পেচ মাৰি, উনৈচত বা' বলাই ফুৰাব সময় নাছিল। সেয়েহে সমাজত এষাৰ প্ৰবচনৰ প্ৰচলন আছিল- "সুফল কদলী সু-তিৰি ফেদেলী" বুলি। ঘৰুৱা কাম-কাজ আৰু কানি-কাপোৰ বব নজনা তিৰোতাক বোলা হৈছিল ধেম্‌নি। এওঁলোক কানি-কাপোৰৰ ক্ষেত্ৰত মাৰোৱাৰীৰ গোলাৰ মুখলৈ চোৱা আৰু ঘৰুৱা কাম-কাজত আয়া নহ'লে নচলা তিৰোতা। এওঁলোকৰ ধুন দেখি চহা পণ্ডিতে গাইছে—

কাজীৰ টিকাত পাজি
অকাজীৰ টিকাত মুগাৰ মেখেলা
যায় খম্ খম্ বাজি!!

## (৭০) কুশ ছিঙা ঃ

সম্বন্ধ ছেদ কৰা। বিবাহ, যজ্ঞ আদি অনুষ্ঠানত কুশ বন ব্যৱহাৰ কৰা হয়। ই এবিধ পবিত্ৰ দ্ৰব্য বুলি বৈদিক আৰ্য্যসকলৰ দ্বাৰা স্বীকৃত। কন্যা বিবাহ দিলে, কুশবন ছিঙি উচৰ্গা কৰাৰ প্ৰথা আছে। তিৱা সমাজত কুশ ছিঙা শব্দই কুল ছিঙা অৰ্থ কৰে। তিৱা ভাষাত— 'খুলে মিন্দাইনে ধাৰ ছাবা' অৰ্থাৎ এটা কুলৰ দেৱতাৰ পৰা অন্য এটা কুলৰ দেৱতালৈ তুলি লোৱা বুজায়। এগৰাকী কন্যা বিবাহ দিলে তেওঁ পিতৃ কুলৰ দেৱতা পূজনৰ সুবিধাৰ পৰা বঞ্চিত হয় আৰু স্বামীৰ কুলৰ দেৱতাৰ আশ্ৰয় ল'ব লগা হয়। উদাহৰণস্বৰূপে- ফাংচ' কুলৰ ঘৰদৈউ হ'ল ৰামচন্দ্ৰ জেলাগাবি, কিন্তু হুকাই কুলৰ ঘৰদেৱতা হ'ল বাঘদেউ। ফাংচ' কুলৰ ছোৱালী এগৰাকীক হুকাই কুলত বিয়া দিলে, তেওঁ ৰামচন্দ্ৰ দেৱতাৰ পৰিবৰ্তে বাঘদেৱতা পূজিব লাগিব।

## (৭১) কুমাৰ-কুমাৰণীৰ পাত ঃ

কুমাৰণী হ'ল এবিধ পতঙ্গ। ঘৰৰ বেৰত মাটিৰে বাঁহ সাজি থকা পাখিলগা পোক। ঘৰৰ বেৰত মাটিৰে লেজুৰাকৈ গুহাৰ দৰে ঘৰ সাজি তাতে কণী পাৰে। কুমতি, পইতাচোৰা আদি জীৱক তাইৰ উপস্থৰ ফালে থকা গুঙেৰে আঘাত কৰি এনেস্থেচিয়া প্ৰয়োগ কৰি, টানি নি গাঁতটোত ভৰাই দি মাটি মুখখন লিপি বন্ধ কৰি

গুছি যায়। পিছত সেই ঘৰটিৰ ভিতৰত পখিলা জগি, থৈ দিয়া আহাৰ খাই, ঘৰটো ভাঙি পিছত নতুন কুমাৰণীজনী ওলাই আহে। এই বিষয়ত তিৱা সমাজত এটি লোকশ্রুতিৰ প্রচলন আছে।

ব্ৰহ্মাই সৃষ্টিৰ কামত লাগি থাকোঁতে, জীৱৰ আশ্ৰয়ৰ স্থল, মাটি বাসৰ উপযোগীৰূপে টান কৰিবলৈ যত্ন কৰি লেবেজান হ'ল। ব্ৰহ্মাক সহায় কৰিবৰ বাবে মহাদেউ-পাৰ্বতীৰ আদেশত, এহাল কুমাৰ-কুমাৰণী উৰি আহি, কিদৰে মাটি সজাই লগে লগে শুকুৱাই নিব লাগে— সেই বিষয়ে ব্ৰহ্মাক বুধি দিলে। ব্ৰহ্মাই এই সৎ উপদেশৰ ফলস্বৰূপে কুমাৰ-কুমাৰণী হালক এই বৰ দিলে যে— পৃথিবীত চেনেহুৱা নৰমণিচৰ যেতিয়া আয়ুসকাল উকলিব, তেতিয়া পঞ্চভূত আৰু পঞ্চগুণৰ আধাৰীভূত মাটিত মিলিবলৈ সেই জীৱৰ দেহটোক মাটিৰ প্রয়োজন হ'ব। তেতিয়া মৃতকৰ পৰিয়ালৰ মানুহে কুমাৰ-কুমাৰণীৰ নামতকণী, বেঙেনা আৰু চাউল সিদ্ধ কৰি মৃতকক কটিয়াই দুটা কলপাতৰ ঠোঙা কৰি তাতে থই— এজাপ কলপাতত মৰিশালিৰ উত্তৰ দিশত স্থাপন কৰিব। সেয়া কুমাৰ-কুমাৰণীৰ বিশেষ উপহাৰ। তাৰ বিনিময়ত নৰ মনিচৰ নশ্বৰ দেহ ৰখাৰ বাবে কুমাৰ-কুমাৰণীয়ে ভূমিদান কৰিব।

তিৱাসকলে চেনেহুৱা নৰ মনিচৰ নশ্বৰ দেহাটিক কদাপি আলাই আথানি নকৰে। জীৱন কালত ৰ'দ-বৰষুণৰ পৰা ৰক্ষা পাবলৈ নিজে সজাই লোৱা ঘৰটিতে, মৰণৰ কালতো সুখেৰে মৰিবলৈ সেইজনক সুবিধা দিয়ে। ঘৰ চুৱা যোৱাৰ ভয়ত মৰাৰ আগতে ঘৰৰ পৰা বাহিৰলৈ নুলিয়ায়। জীৱনকালত ভোগ কৰা সা-সুবিধাখিনি মৃত্যুৰ সময়তো তেওঁ ভোগ কৰাৰ স্বাধীনতা আছে বুলি তিৱাসকলে ভাবে। সেইবাবে মৃত্যুৰ পিছত মাহ-হালধি, মুথা আৰু গন্ধবিৰিণাৰে নশ্বৰ দেহটো ধুৱাই, নতুন বস্ত্র দিয়ে। পিছত কণী বেঙেনা আৰু চাউল সিদ্ধ গিয়াতিয়ে বাওঁহাতেৰে কটিয়াই দিয়ে। যিখন পাতত কটিওৱা ভাতবোৰ থয় তাকে কুমাৰ-কুমাৰণীৰ পাত বুলি কয়।

## (৭২) কুকুৰী কণা ঃ

ৰাতি ভালকৈ চকুৰে নেদেখা ই এবিধ চকুৰ ৰোগ। যি মানুহৰ এনে ৰোগ হয়, সেই মানুহক কুকুৰী কণাই পোৱা বুলি কয়। তিৱাসকলে এনে হ'লে মানুহজনক কুকুৰীকণা দেৱতাই লম্ভা বুলি ভাবে। তেওঁলোকে ইয়াক ভিটামিন 'ক'ৰ অভাৱ বুলি ভাবিব নোৱাৰিছিল বা নেমানিছিল। সেইবাবে এই কুকুৰী কণা গুচাবলৈ তেওঁলোকে গৰখীয়া ল'ৰা কিছুমানক লগত দি কুকুৰী কণা হোৱা ল'ৰাটিক মানুহৰ

ঘৰে ঘৰে নচুৱাই লৈ ফুৰায়। ল'ৰাবিলাকে কুকুৰী কণা হোৱা ল'ৰাটোৰ মূৰত এটা ভঙা পলৌ দিয়ে। গৃহস্থই সিহঁতক চাউলপাত দিয়ে। কুকুৰী কণা নচুৱায় গধূলি সময়তহে। তিনিদিন এইদৰে নচুৱাই পোৱা চাউলবোৰৰে অলপমান গৃহস্থক গোট কৰাই ভাজিবলৈ দিয়ে। বাকী চাউলৰে গৃহস্থই কড়াইগুৰি কৰি মিঠৈ সানি লাড়ু সাজে। গোট কড়াইৰ টোপোলা এটা কৰি কুকুৰী কণা নচুওৱা ল'ৰাবোৰে গধূলি গাঁৱৰ মূৰৰ তিনিআলি এটাৰ মাজত কুকুৰী কণা হোৱা ল'ৰাটোক বহুৱাই লৈ প্ৰত্যেকে গোট কৰাই চোবাই—

গোট কড়াই দিছো খাই ল'<br>গৰখীয়া ল'ৰাৰ লাওপাত

কুকুৰী কণা ভাল হ'। এইবুলি থুঃ থুঃ কৰি থুৱাই পলৌটি ভাঙি থৈ আহে। এনে কৰিলে কুকুৰীকণা ভাল হয় বুলি মানুহৰ বিশ্বাস। পিছত ঘৰলৈ আহি ল'ৰাটোক গা- পা ধুৱাই খেৰৰ শুতি এটাত বহিবলৈ দি, আগলি কলপাত এখনত ডাঙৰ কড়াইগুৰিৰ লাডু এটা সাজি তাক খাবলৈ দিব। অন্য গৰখীয়া ল'ৰাবোৰকো সেইদৰে বেলেগ পাতত একোটাকৈ সৰু লাডু খাবলৈ দিব। তেওঁলোকে সেইদিনাৰ পৰাই কুকুৰী কণা নোহোৱা হ'বলৈ আশীৰ্বাদ দি লাডু খাব। পিছে, কুকুৰী কণা হোৱা ল'ৰাটোৱে খোৱা কড়াইগুৰিৰ লাডুৰ বৈ যোৱাখিনি ল'ৰাটো আগত তিনিবাৰ লুচি ল'ৰাবিলাকে এজোপা বিৰিখৰ তলত দি থৈ আহেগৈ। কুকুৰী কণা নচুওৱা গীত এনে ধৰণৰ—

কুকুৰী কণা আউল বাউল<br>ঘৰে ঘৰে মাগে চাউল<br>সেই চাউল দোনত থয়;<br>কুকুৰী কণা ভাল হয়। (১)

কাতি মহীয়া পকাবেল<br>ঠেল্ ঠেল্‌কৈ চকু মেল;<br>আন আয়ে কাজলী বাই, কাজলী বাই<br>ক'লা ক'লা তুলসীৰ পাত।

ঠাইভেদে এই গীতৰ কিছু তাৰতম্য আছে।

## (৭৩) কুঁকি/কৰণি ঃ

চাৰিচুকীয়াকৈ ডুলিৰ দৰে সাজি লোৱা বাঁহৰ এবিধ সৰু যতন। ইয়াৰ চাৰিও চুকে চাৰিটা বাঁহৰ ওখ খুটি লগাই দিয়া হয়। ইয়াকে কুকিও ৰে লে, কৰণিও

বোলে। এইবিধ যতন ফুল ছিঙি ভৰাই ৰখাৰ বাবে ব্যৱহাৰ কৰা হয়। নাও বা পানী সিঁচা লাহনিখনৰলেখিয়াকৈ এবিধ কুকি বা কৰণি সজা হয় তাঁতশালত ওলোমাই মহুৰা আদি ৰাখিবৰ বাবে। চাৰিটাকৈ খুটি লগোৱা কুকি তিৱাসকলে মাছ ধুবৰ বাবেও সাজি ব্যৱহাৰ কৰা দেখা যায়।

## (৭৪) কিৰাত ঃ

হেমকোষ প্ৰণেতা ˚হেমচন্দ্ৰ গোস্বামীয়ে কিৰাতসকলৰ বৰ্ণনা দিছে হেমকোষত এইদৰে— পৰ্বতীয়া বা হাবিয়াল অসভ্য জাতৰ মানুহ। নগা, ডফলা, মিৰি আদি a savage who inhabits woods and mountain.

মহাভাৰতৰ যুগৰো আগৰে পৰা প্ৰাচীন প্ৰাগ্‌জ্যোতিষ বা কামৰূপত কিৰাত ওৰফে মঙ্গোলইদ্ প্ৰজাতিৰ বসবাস। ভাৰ্গৰ সংহিতা ওৰফে মনুসংহিতা, শতপথ ব্ৰাহ্মণ আদি প্ৰাচীন আৰ্য্যগ্ৰন্থ সমূহত প্ৰাচ্য দেশ কামৰূপ-প্ৰাগ্‌জ্যোতিষৰ লগতে সদানীৰা বা কৰাতোয়া নদীৰ পৰা পূবপ্ৰান্তলৈ মনু সংহিতা আৰু শতপথ ব্ৰাহ্মণ ৰচনা হোৱাৰ কাললৈকে আৰ্য্য প্ৰবজন ঘটা নাছিল। এই ৰাজ্যসমূহৰ অধিবাসীসকল মদ্য-মাংস আৰু তামোল পানৰ প্ৰতি প্ৰিয় লগতে ৰঙিয়াল আছিল। সদানীৰা বা কৰতোৱাৰ পৰা ম্যানমাৰৰ সীমালৈ, উত্তৰে কঞ্জগিৰিৰ পৰা দক্ষিণে ব্ৰহ্মপুত্ৰৰ সঙ্গমস্থল সাগৰ পৰ্যন্ত বৃহৎ বিস্তৃত অঞ্চলেই কামৰূপ ওৰফে প্ৰাগজ্যোতিষ ৰূপে জনাজাত— ত্ৰিশ যোজন বিস্তৃত আৰু এশযোজন দীঘল লগতে ত্ৰিকোণাকাৰ এই তথ্য যোগনীতন্ত্ৰৰ। খৃষ্টীয় শতিকাৰ পৰাহে প্ৰাচীন প্ৰাগজ্যোতিষলৈ ছেগা চোৰোকাকৈ আৰ্য্যসকলৰ আগমন হয় আৰু আৰ্য্যসংস্কৃতিৰ ভেটী পত্তন হয়। অসমীয়া সংস্কৃতিৰ মূল জঁকাটো ভাৰতীয় সংস্কৃতিৰ হ'লেও ইয়াৰ সিংহভাগ সংস্কৃতি থলুৱা কিৰাত ওৰফে মঙ্গোলইদ্ সংস্কৃতিহে। কিৰাত ওৰফে মঙ্গোলীয় লোকেৰে অসম বিশেষভাবে আধ্যুষিত। পিছে অসমৰ বিচিত্ৰ ভৌগোলিক পৰিবেশে মঙ্গোলীয় জনগোষ্ঠীক বিভিন্ন স্থানত বসবাস কৰিবলৈ বাধ্য কৰাইছে লগতে সুকীয়া ঠাইত সুকীয়া সুকীয়াকৈ থাকি বাস কৰা হেতু, সুকীয়া পৰিৱেশত ডাঙৰ দীঘল হোৱা বাবে তেওঁলোকৰ মাজত কিছু সুকীয়া সামাজিক-সাংস্কৃতিক বৈশিষ্ট্যই গা কৰি উঠে। কিন্তু তেনে হোৱা স্বত্বেও সিবিলাকৰ মাজত এনে কিছুমান বৈশিষ্ট্য বৈ গৈছে, যিবোৰ একক ভাবে সকলোৰে লগত মিলে।

উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন ঠাইত পৰ্যটন কৰি খ্ৰীষ্টান পাদুৰী চাহাব উব্লিউ.চি. স্মিথে কিৰাত বা মঙ্গোলইদ্ প্ৰজাতিৰ বিভিন্ন সম্প্ৰদায়ৰ বা গোষ্ঠীৰ মাজত সামূহিকভাবে মিল থকা কিছুমান বৈশিষ্ট্য তালিকাভুক্ত কৰিছে। সেই সামঞ্জস্য

সমূহ এনে ধৰণৰ— (১) গাখীৰ নোখোৱা, (২) গাত টেটু অঁকা ৰীতি, (৩) চাংঘৰত বসবাস, (৪) চাঙৰ ওপৰত মৰা শ' সংকাৰ, (৫) ঢাল-তৰোৱালৰ ব্যৱহাৰ, (৬) তামোল, ঘাইকৈ কেঁচা তামোল পাণৰ ব্যৱহাৰ, (৭) দুমুখীয়া ঠিয় কমাৰৰ ভাটীৰ ব্যৱহাৰ, (৮) পাহাৰ পৰ্বতত বসবাস আৰু আদিম পদ্ধতিত কৃষি কৰণ, (৯) প্ৰাক বিবাহ যৌন সম্পৰ্কৰ সামাজিক স্বীকৃতি, (১০) মৰংঘৰৰ অৱস্থিতি, (১১) মূৰ চিকাৰ কৰা প্ৰথা, (১২) ৰাজনৈতিক শক্তিৰ পৰা মুক্ত আৰু সাধাৰণ পদ্ধতিৰ তাঁত শালৰ ব্যৱহাৰ।

অন্যহাতে ডাঃ লীলা গগৈয়ে কিৰাত সংস্কৃতিৰ সামুহিক সাধাৰণ বৈশিষ্ট্যৰ বৰ্ণনা দিছে তলত দিয়া ধৰণেৰে – (১) কৈৰাতজ ধৰ্ম্মৰ প্ৰভাৱ, (২) ঝুম খেতিৰ জনপ্ৰিয়তা, (৩) দেৱ-দেৱীৰ পূজাত কেঁচা তেজৰ উপহাৰ, (৪) নিজা অস্তিত্ব ৰক্ষাৰ বাবে অসীম প্ৰচেষ্টা, (৫) বিপদ-আপদ অথবা ৰং ৰহইচ সকলোতে সামূহিক দায়িত্ব গ্ৰহণ, (৬) বিবাহত গা-ধন লোৱাৰ ব্যৱস্থা, (৭) বিভিন্ন জাতি-বৰ্ণৰ ভেদাভেদ হীনতা, (৮) মান-মৰ্য্যাদাৰ প্ৰশ্নত অনমনীয়তা (৯) শুকান মাছ-মাংস খাদ্যৰূপে গ্ৰহণ (১০) সৰলতা (১১) সামাজিক আৰু ধৰ্মীয় অনুষ্ঠানত চাউলৰ পৰা প্ৰস্তুত কৰা লাউপানীৰ বাধাহীন উন্মুক্ত ব্যৱহাৰ আৰু (১২) হিন্দুৰ আদৰ্শত অস্পৃশ্য বুলি বিবেচিত কেঁকোৰা-কুচিয়া, কুকুৰা-গাহৰি আদিক খাদ্যৰূপে গ্ৰহণ কৰা ব্যৱস্থা।

উপৰোক্ত দুইগৰাকী গৱেষকৰ দ্বাৰা নিৰ্দিষ্ট সামুহিক বৈশিষ্ট্যত বাদেও আমি নিজে কৰা অনুসন্ধানত পোৱা, আৰু কেতবোৰ বৈশিষ্ট্য এনেধৰণৰ - (১) একে কুলত বিবাহ নিষিদ্ধ পদ্ধতিৰ কঠোৰ ব্যৱস্থা (২) পদ্ধতিগত মৰা শ' সংকাৰ আৰু মৰিশালিৰ ব্যৱস্থা অৰ্থাৎ একোটা কুলে একেঠাইতে পৰম্পৰাক্ৰমে মৃতকৰ সংকাৰ কৰা ব্যৱস্থা (৩) লাখুটিৰ ব্যৱহাৰ (৪) মহিলাক মাতৃ আৰু ভগ্নীস্থানত দি কৰা সন্মান (৫) চৰাই-গাহৰি পোহা ব্যৱস্থা (৬) সমূহীয়া চিকাৰ, মাছ-মৰা আৰু ভগাই লোৱা ব্যৱস্থা (৭) বাঁহ-বেতৰ ব্যাপক ব্যৱহাৰ আৰু (৮) পোৰা আৰু উহোৱা খাদ্যৰ প্ৰতি স্বাভাৱিক দুৰ্বলতা আদি উল্লেখযোগ্য।

## (৭৫) কোমোৰা ঃ

অসমীয়া সমাজত অভিভাৱক তথা পিতৃ-মাতৃয়ে নিজৰ ল'ৰা-ছোৱালীৰ বয়স লুকুৱাই আনক কোৱাতো এটা গৌৰবৰ বিষয় বুলি ভাবে। পিছে জনালোকে সেইবাবে সিবিলাকৰ আঁৰত এফাঁকি যোজোনা মাৰে এই বুলি—

নেবাঢ়ি কোমোৰা চালতে বুঢ়া;<br>মাকে বুলিলে জালি কোমোৰা।

কোমোৰা হ'ল এবিধ লতাজাতীয় ফল। অসমীয়া মানুহৰ এবিধ প্ৰিয়খাদ্য। ইয়াৰ প্ৰজাতি ঘাইকৈ তিনিটা— শিলকোমোৰা, জহা কোমোৰা আৰু জাতি কোমোৰা। আয়ুবিদ্যা বিশাৰদ সকলৰ মতে কোমোৰা হৃদৰোগ প্ৰতিষেধক এবিধ খাদ্য। বায়ুৰোগত (Blood Pressure) ইয়াৰ পানী মূৰত দিলে উৰ্দ্ধ বায়ুৰ (High blood Pressure) গতিৰোধ হয় বুলি পুৰণি চাম মানুহৰ বিশ্বাস। সেইবাবে কোমোৰাৰ পানী ভালদৰে ছেকি বটলত ভৰাই নোগোদ্ধোৱাকৈ ৰাখি থয়। তিৱাসকলে কোমোৰাক জীৱৰ প্ৰতীক বুলি ভাবে। সেইবাবে লালুঙৰ যিসকল ঘৰজেলা তেওঁলোকে কোমোৰা নেখায়। কোমোৰা নোখোৱাৰ সন্দৰ্ভত তিৱা সমাজত এটি জনশ্ৰুতিৰ প্ৰচলন আছে, যথা —

পিতৃ প্ৰাধান্যতা আৰু মাতৃপ্ৰাধান্যতাক লই জয়ন্তাত থকা কালছোৱাতে তিৱাসকলৰ মাজত দুটা ফৈদ হৈ কাজিয়াৰ সূত্ৰপাত হয়। এদলৰ মতে ৰজাৰ পোহে ৰজা হ'ব অন্যদলৰ মতে ৰাণীৰ পো-জীয়ৰীহে ৰজা হ'বৰ যোগ্য। বোধকৰো সেই সময়ত মাতৃ প্ৰাধান্যতাৰ চোক কমি সামন্তবাদে গা কৰি উঠিছে আৰু আৰ্য্য হিন্দুৰ পুৰুষ প্ৰাধান্যতাই, মাতৃতান্ত্ৰিক তিৱা সকলৰ সমাজকো পিতৃতান্ত্ৰিকতাৰ প্ৰভাবেৰে কিছু প্ৰভাবিত কৰিছে। পিতৃতান্ত্ৰিকতাৰ সপক্ষে সেনাপতি হোৰা আৰু মাতৃতান্ত্ৰিকতাৰ সপক্ষে সেনাপতি টঙৰা দুয়োকে সমৰ্থন কৰা দুটা ফৈদৰ মাজৰ বিতৰ্কই যুদ্ধৰ সূচনা কৰিলে। এই বিতৰ্কৰ ওৰ পেলাবলৈ দুয়োৰে মাজত দ্বন্দ্বযুদ্ধ আৰম্ভ হ'ল। এখন মুকলি পথাৰত অস্ত্ৰ-সাস্ত্ৰৰে সজ্জিত হৈ দুয়োটা দলৰ মানুহে উৎকণ্ঠাৰে বাট চাই ৰ'ল। সেনাপতি টঙৰাই 'গৈছো সখি' বুলি ঢাল তৰোৱালে সজ্জিত হৈ গাৰ জোৰেৰে সেনাপতি হোৰাক পূৰ্ণহতীয়া ঘাপ মাৰিলে। পিছে হোৰা সেনাপতিয়ে ঢালখন পাতি কষ্টেৰে নিজক ৰক্ষা কৰিলে। এইবাৰ সেনাপতি হোৰাইতৰোৱাল দাঙি ক'লে— 'সখি এইবাৰ মই গৈছোঁ'। এইবুলি টঙৰালৈ পূৰ্ণহতীয়া কোব মাৰিলে। টঙৰা সেনাপতিৰ ঢাল বিদীৰ্ণ হৈ ডিঙিটো দুছেও হ'ল। টঙৰাৰ সৈন্যসকলে সেনাপতিৰ মৃত্যুত পলাবলৈ ধৰিলে। সখিৰ মৃত্যুত কান্দি কান্দি হোৰাই বাকীসকলক জয়ন্তাতে থাকিবলৈ অনেক কাকুতি কৰি ভৈয়ামলৈ গুছি আহিল। জয়ন্তৰজাৰ ভয়ত হোৰা আৰু তেওঁৰ মানুহে টালি টোপোলা লই দলে দলে পুৰুষ মহিলাই ভৈয়ামলৈ পলাল। হোৰাৰ মানুহে এখন খৰস্ৰোতা নদী পাৰ হওঁতে বহুতকে উটুৱাই নিলে। নদীৰ ইপাৰত থকা কাৰ্বিসকলে পানীত কক্‌বকাই থকা বহু মানুহক তুলি প্ৰাণ ৰক্ষা কৰিলে। কাৰ্বিসকলে এই অচিনাকি মানুহৰ ভাষা নেজানিছিল। পানীৰ পৰা তোলা বাবে তেওঁলোকক 'লাং লুং' বুলি ক'বলৈ ধৰিলে। তেতিয়াৰ পৰাই তিৱাসকল লালুং ৰূপে জনাজাত হ'ল। হোৰাৰ মানুহখিনিয়ে

বৰাহ পানীৰ ওচৰৰ এটা পাহাৰৰ দাঁতিত শিলপুতি জয়ন্তাৰ সীমা নিৰ্দ্ধাৰণ কৰি তাতেই সকলোৱে কোমোৰ কাটি শপত খালে। ভৱিষ্যতে জয়ন্তালৈ নেযায় আৰু সম্বন্ধও ছেদ কৰিলে। এই সীমাক কোৱা হ'ল 'তিৱা জংথং' বা 'তিৱাসকলৰ সীমাখুটি'। এইযে কোমোৰা কাটি শপত খালে, সেইবাবে তিৱাসকলৰ এচামে আজিও কোমোৰা নেখায়। অধিক কি কোমোৰা বগোৱা ঘৰৰ ভিতৰতো এওঁলোকে নোসোমায়। আমি ওপৰত কৈছিলোঁ দেৱ-দেৱতাৰ পূজা কৰা ঘৰজেলা সকলেও দেওপূজাখন চলাই থকাৰ বাবে— জীৱৰ প্ৰতীকৰূপী কোমোৰা নেখায়। তিৱাসকলৰ মাজত কোমোৰা নোখোৱাসকলৰ এই দুটাই প্ৰধান কাৰণ।

## (৭৬) কোমোৰা খেল ঃ

ল'ৰা-ছোৱালীৰ মাজত প্ৰচলিত ই এক আমোদজনক খেল। এজাক ল'ৰা বা এজাক ছোৱালীয়ে ঘোঁৰাৰ খোজত কদমত জপিয়াই জপিয়াই— এইদৰে গাই গাই আহি এজোপা গছৰ তলত ৰ'বহি।

ইৰি কটি মিৰি কটি বাঁহৰ শ'লা

মো- মাইৰ পদুলিত বান্ধিলং ঘোঁৰা!!— এইদৰে গাই প্ৰথমজনে গছজোপাত সাবটি ধৰিব। ইয়াৰ পিছত সেই ল'ৰাটোৰ ককাঁলত অন্যজনে, তাৰ ককাঁলত আৰু এজনে এইদৰে পাঁচ-ছজন ল'ৰা বা ছোৱালীয়ে কোমোৰা গছত কোমোৰা লাগি থকাৰ লেখিয়াকৈ অলপ কুঁজা হৈ থাকিব। তাৰ পিছত অন্যটো ল'ৰা বা ছোৱালীৰ জাকে একে ধৰণৰ গীত গাই গাই সেই গছৰ তলত শাৰী পাতি বহি আগৰ দলক পিছৰ দলে সুধিব—

? ঘৰত মানুহ আছে নে?

! হয়, আছোঁ দিয়া। কাক লাগে।

? বস্তু এটা লাগিছিল। দিব পাৰিবানে?

! কি বস্তু লাগে কোৱা।

? ৰজাৰ জীয়েকে চিকাৰলৈ গৈ পহু এটা আনিছে। তাকে খাবলৈ কোমোৰা এটা লাগে দিবানে?

! ৰজাৰ জীয়েককহে লাগে। নিয়া, নিয়া। পিছে এটাহে নিবাদেই। এইদৰে ক'লেই দ্বিতীয় পক্ষই প্ৰথম পক্ষৰ একেবাৰে শেহত থকা কোমোৰাটো (অৰ্থাৎ ল'ৰাটো বা ছোৱালীজনী)ক ছিঙিবলৈ ককাঁলত ধৰি বলেৰে টানিব। যদিহে আঁতৰাই নিব পাৰে কোমোৰাটো ছিঙি নিয়া হ'ব। তেতিয়া আৰু এটা খুজিব। যদিহে নোৱাৰে—তেন্তে দ্বিতীয় পক্ষ হাৰিব আৰু তেওঁলোকে কোমোৰা গছত লাগিবগৈ।

এইদৰে পালপাতি খেল চলিব। ছিঙিব পাৰিলে কোমোৰাটো জাঁলি কোমোৰা নে পুৰঠ কোমোৰা তাকে চাবলৈ কোমোৰা হোৱা ল'ৰাটোৰ টিকাত চিকুটি চাব। এইদৰেই গাঁৱত ল'ৰা বা ছোৱালীয়ে কোমোৰা খেল খেলে।

## (৭৭) কেঁকোৰা/খেংগৰা ঃ

কেকোঁৰা জলচৰ জীৱ। ই পথাৰ বা বিলৰ দাঁতিত গাঁত খান্দি থাকে। তিৱাসকলে কেঁকোৰা খায় জুইত পুৰি অথবা ভাঙি ভাজিলৈ। কিন্তু যিসকলে ঘৰদেউ পূজা কৰে; সেই ঘৰজেলা বা চা-জেলা সকলে বিকৃত জীৱ বুলি কেঁকোৰা নেখায়। হিন্দু বৈষ্ণৱধৰ্মী লোকসকলেও কেঁকোৰা নেখায়। প্ৰকৃতি বিজ্ঞানীসকলৰ মতে কেঁকোৰাৰ গাত ঔষধি গুণ আছে। ইয়াৰ তেলবোৰ গ্ৰহণী, তেজগ্ৰহণী ৰোগ নিৰাময় কাৰক; দৃষ্টিশক্তি বৃদ্ধি কাৰক। হাৰ্ট আৰু তেজ শোধনৰ কাম কৰে বুলি কোৱা হৈছে। কেঁকোৰাক গই তিৱা সমাজত এটি জনশ্ৰুতিৰ প্ৰচলন আছে। লোকশ্ৰুতিটো এনে ধৰণৰ।

শিব আৰু পাৰ্বতীৰ এটি ধুনীয়া পুত্ৰ উপজিল। সকলো দেৱ-দেৱীয়ে ল'ৰাটোক চাবলৈ আহি বৰ প্ৰশংসা কৰিলে। পিছে মহাদেউ আৰু পাৰ্বতীৰ পুত্ৰক চাবলৈ নাহিল শনি দেৱতা। শনি দেৱতাই হেনো শাওপাত পাই থৈছিল– তেওঁ যালৈকে চায় তাৰে ডিঙি ছিগি পৰিব। পাৰ্বতীয়ে শনি দেৱতালৈ খবৰ দিলে যে প্ৰায়বোৰ দেৱতাই ল'ৰাক চাই গ'ল. তেৱোঁ চাই যাওক। কিন্তু শনিয়ে কৈ পঠালে কিবা অঘটন ঘটে বুলি তেওঁ ল'ৰা চাবলৈ যোৱাত নাৰাজ। কিন্তু পাৰ্বতীয়ে কৈ পঠালে বোলে সৃষ্টি স্থিতি আৰু সংহাৰৰ গৰাকী মহাদেউ থকাত কোনো অঘটনৰ প্ৰশ্ন নুঠে। অগত্যা শনি আহিল। পাৰ্বতীয়ে অন্যান্য দেৱতা কিন্নৰ সকলক ল'ৰা দেখুৱাই শনিৰ ওচৰ চাপিল। দুৰ্ভাগ্য শনিয়ে কেৰাহিকৈ কেচুঁৱাক চোৱাতেই তাৰ মুণ্ডপাত হ'ল। শিৱ লোকত হুৱাদুৱা লাগিল। শনি মনৰ বেজাৰতে গ'লগৈ। বিষ্ণুৱে এই সমস্যাৰ সমাধান বিচাৰি সুদৰ্শন চক্ৰক আদেশ দিলে, উত্তৰ দিশত অকলৈ চৰি থকা দিগ্ গজৰ মূৰটো কাটি আনি কেচুঁৱা সন্তানটোৰ ডিঙিত সংযোজন কৰিব লাগে। বিষ্ণুচক্ৰই উত্তৰ দিশলৈ ঢাপলি মেলিলে।

লোকালোক পৰ্বতৰ নামনিতে দহখন ঠেঙেৰে, দীঘল শুঁৰেৰে এটি অতিকায় জীৱই ঘাঁহ খাই আছিল। চক্ৰখনে গৈ ডিঙিৰ পৰা শুঁৰযুক্ত মূৰটো কাটি আনি পাৰ্বতীৰ সন্তানৰ ডিঙিৰ স্থাপন কৰিলে। এই মুণ্ডহীন জীৱটোৱেই পিছলৈ কেঁকোৰা নাম পালে। তিৱা ভাষাত ইয়াক কোৱা হয় খেংগৰা। তাৰ ঠেং দহখন থাকিল যদিও শৰীৰৰ আকৃতি সৰু হ'ল। লগতে ই আনৰ পৰা নিজক লুকুৱাই ৰাখিবলৈ

পানীপূর্ণ গাঁতৰ ভিতৰত থকা হ'ল।

## (৭৮) কেচাঁই খাইতী ভগৱতী ঃ

প্ৰাচীন প্ৰাগ্‌জ্যোতিষ ওৰফে কামৰূপত শাক্তধৰ্মৰ প্ৰভাব আছিল অপৰিসীম। দেৱী দুৰ্গা ওৰফে কাত্যায়নীয়ে কামৰূপত কামাখ্যাৰূপে প্ৰকট হৈ আছিল। শাস্ত্ৰকাৰসকলৰ মতে শিৱৰ লগত সম্ভোগসাধনৰ বাবে উৎসুক হোৱা বাবেই দেৱী দুৰ্গাক কামাখ্যা বুলি নামাকৰণ কৰা হয়। খৃষ্টপূৰ্ব শতিকাত বিষ্ণুৰ ঔৰসত, ভূমি দেৱীৰ গৰ্ভত জন্মগ্ৰহণ কৰা, বিদেহ মাথব বিদেহৰ ৰজা জনকৰ দ্বাৰা পালিত পুত্ৰ নৰকাসুৰক কামৰূপত বিষ্ণুৱে ৰজা পাতেহি। বিষ্ণুৱে সেইকালৰ প্ৰাগ্‌জ্যোতিষৰ প্ৰচলিত সমাজ ব্যৱস্থাৰ ওপৰত লক্ষ্য কৰিয়ে পুতেক নৰকাসুৰক উপদেশ দিছিল— নৰকৰ ভবিষ্যৎ কল্যাণৰ বাবে তেওঁ কামৰূপৰ আৰাধ্যাদেৱী কামাখ্যাকহে পূজিব লাগিব। শিৱই নৰকৰ ৰাজ্যত গুপ্তৰূপত আছে আৰু থাকিব; যদিও তেওঁ শিৱভক্ত। এই তথ্যই এইকথা পোনপতীয়াকৈ প্ৰকাশ কৰে যে নৰকাসুৰৰ কামৰূপত ৰাজত্ব কৰাৰ সময়লৈকে সেই ৰাজ্যত বৈষ্ণৱ ধৰ্মৰ কোনো প্ৰভাৱ নাছিল। অৰ্থাৎ বিষ্ণুৱে নিজৰ ধৰ্ম কামৰূপত প্ৰতিষ্ঠা কৰিব পৰা নাছিল। ইয়াৰ কাৰণ, তাৰো আগৰে পৰা কামৰূপত দৃঢ়ভাৱে খোপনি পোতা কৈৰাতজ প্ৰাবল্যৰ কাৰণত। কালিকা পুৰাণে কোৱা—

কামৰূপং মহাপীঠং গুহ্যাদ্ গুহ্যতমং পৰং।
সদা চ সংস্থিতস্তত্ৰ পাৰ্বত্যাসহ শঙ্কৰঃ।।
অচিৰাত পূজিতো দেৱস্তাস্মিন পীঠে প্ৰসীদতি,
কামৰূপং দেৱীক্ষেত্ৰং কুত্ৰাপি তৎসমং ন চ।
অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে।।

ওপৰৰ শ্লোকৰ সৰল অৰ্থ এনে ধৰণৰহে যে— কামৰূপ ৰাজ্যৰ প্ৰতিঘৰ গৃহস্থই ঘৰ গোঁসানীৰূপী গৃহস্থনী গৰাকীক মাতৃস্থানত স্থাপন কৰি বা প্ৰতিষ্ঠা কৰি মাতৃৰ মৰ্য্যাদা প্ৰদান কৰিছিল আৰু সন্মানো আগবঢ়াইছিল। বৰ্তমানো কৈৰাতজধৰ্মী সকলৰ হাততেই উত্তৰ-পূৰ্বাঞ্চলত বিশেষকৈ অসমত মাতৃজাতিৰ সন্মান বহু পৰিমাণে অটুট থকাটো লক্ষণীয় বিষয়।

কেঁচাইখাতী গোঁসানী হিন্দু ধৰ্মাবিশ্বাসৰ মহাকালীৰ অন্যৰূপ তিৱাত কয় 'খেদাংচাইতি ভগৱতী' বুলি। কেঁচা-পকা দুয়োবিধকে ভক্ষণকাৰিণী দেৱী। অসমত কালিকা থান, ভগৱতী থান আৰু কেঁচাইখাতি থান নামেৰে জনাজাত থানসমূহত এই বলি গ্ৰহণকাৰিণী দেৱীৰ অধিষ্ঠান। কামাখ্যা মন্দিৰতো বলি আ' বঢ়োৱা হয়।

শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰত পূৰ্বতে ছুতীয়া ৰজাৰ দিনত পিছলৈ আহোম ৰজাৰ দিনতো নৰবলি হৈছিল। ম'হ বলিৰো প্ৰচলন আছিল। কপিলি নদীৰ উৎসস্থলৰ বিৰাটাকাৰ শিল এচটাৰ ওপৰত - কিৰাটসকলেই নদী মাতৃক সন্তুষ্ট কৰিবৰ বাবে নৰবলি দিছিল বাবেই তাৰ নাম হয় কপিলি। খাচিয়াসকলৰ ভাষাত — 'কা ব্লেই' শব্দে 'নৰমুণ্ড খাদিকা' অৰ্থ কৰে। সেই 'কা ব্লেই' শব্দই পিছলৈ কপিলি নাম পায়— যাৰ অৰ্থ নৰমুণ্ড ভক্ষণকাৰিণী। তিৱা বা লালুংসকলৰ ভাষাতো 'খাপাল্ লি'- অৰ্থাৎ 'মূৰ লওঁতী' অৰ্থাৎ নৰমুণ্ড খাদিকা ৰূপে চিহ্নিত হৈছে। এই 'খাপাল্ লি য়েই সংক্ষিপ্তকৰণৰ কবলত পৰিছিল খাপালি 'খপ্লি- খপিলি/কপিলি হৈছে। ঘগুৱাৰ আই মঠ, কুমৈৰ কুম্‌দাং পাহাৰৰ কালিকা থান, তৰাণিৰ আই থান, চহৰী ৰাজ্যৰ বসুন্ধৰী থান আৰু ডালিমবাৰী পাহাৰত ফামাৰী থান উল্লেখযোগ্য। এই থানবোৰত কেঁচাই খাইতি গোঁসানীৰ পূজা চলিছিল আৰু অদ্যপিও চলি আছে। তথ্যই প্ৰমাণ কৰে ১৮ শতিকাৰ পৰা ১৯ শতিকাৰ তৃতীয় দশকমানলৈকে সংগোপনে উল্লিখিত থানবোৰত নৰবলি চলিছিল। পিছলৈ ইবোৰ থানত মানুহৰ পৰিবৰ্তে ক'লা মূৰ অৰ্থাৎ ম'হ আৰু ক'লা ছাগলী বলি দিয়া প্ৰথাৰ প্ৰবৰ্তন হ'ল। লগতে হাঁহ, পাৰ, মুৰ্গী আদি উচৰ্গা কৰাৰ প্ৰথা বলি আহিছে।

## (৭৯) খৰং ঃ

তিৱা শব্দ। অৰ্থ লোকশ্ৰুতি, কিংবদন্তি ইত্যাদি। তিৱা সমাজত কম বেছি পৰিমাণে কিংবদন্তি কিছুমানৰ প্ৰচলন আছে। তাৰে কিছু সংগ্ৰহ কৰিছে বিভিন্ন জন তিৱা অনুসন্ধিৎসু লেখকে। ছকাইবালি নে খৰং, তিৱা চ'মাজও ছ্যু নে চলন, কাৰাই থাৱা নাঁৰবীয়া নে খৰং, ৰৌঙানে খদামানে খাদা; মামাই— পাগেন নে খৰং, পৰত নে খাদা ইত্যাদি।

## (৮০) খমা ঃ

ধান থোৱা টপাৰ লেখিয়াকৈ বৈ যোৱা কিন্তু মো'ৰটো টপাৰ মো'ৰ নহয়। পাতিদৈয়া বা পাতিতৰা গছৰ পৰা তৈয়াৰী তমালেৰে গঁথাএবিধ ছয় ইঞ্চিমান ওখ সঁজুলি। এইবিধ সঁজুলিৰ নামেই হ'ল খমা — তেল পেৰা সঁজুলি। এইবিধ সঁজুলিৰে তিৱাসকলে আগৰ কালত মিঠাতেল পেৰি খাইছিল। মিঠাতেল পেৰিবলৈ আগতে নাৰিকল গছত এটি মজলীয়া ধৰণৰ গাঁত খুলি লয় যাতে তাত চাৰিসিৰীয়া দীঘল কাঠৰ দণ্ডডালৰ এটা মূৰৰ কিছু অংশ সুমাই ৰাখিব পাৰি। এই দীঘল দণ্ডডালৰ তলত সৰিহয় তেল পেৰা চক্ৰাকাৰ আৰু জোৰ কটা লগতে দীঘল নাল লগোৱা

বেতেৰীটো ৰখা হয়। পুৰুষ-মহিলা উভয়ে লগ লাগি তেল পেৰে। গুৰি সৰিয়হ খোলাত ভাজি, ডলা এখনত ৰাখি, দুটা বা চাৰিটা খমাত ভৰাই দুটা ওপৰা ওপৰিকৈ দি বেতেৰিৰ সোঁমাজত দিয়ে। দণ্ডডাল খমাৰ ওপৰত দি বিপৰীতমূৰৰ ফালে চাৰি-পাঁচজন মানুহ উঠি লয়। খমাৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ফুটাৰে মিঠাতেল নিগৰি নিগৰি ওলাই চক্ৰাকাৰে কটা লোৰে নিগৰি নালডালেৰে বৈ আহে। তলত কাঁহৰ বা পিতলৰ পাত্ৰ পাতি থয়। প্ৰথমেই পাত্ৰত পৰিব খোজা মিঠাতেল কোনো মানুহক সংগ্ৰহ কৰিবলৈ দিয়া নহয়। ইয়াৰ কাৰণ এই মিঠাতেল বিভিন্ন কুকৰ্ম কৰিবৰ বাবে বেজ বা ওজাক প্ৰয়োজন। এইদৰে সৰিয়হ ভাজি পেৰি প্ৰস্তুত কৰা মিঠাতেলক পকাতেল বোলে। আজিকালি তেল পেৰা ঘানী আৰু মিল ওলোৱাৰ পিছৰে পৰা এই প্ৰাচীন পদ্ধতিৰে তেলপেৰা প্ৰথাটো মানুহে বাদ দিছে। এনেদৰে তেল পেৰিলে বহু তেল বৈ যায় আৰু লোকচান হয়।

## (৮১) খদা ঃ

খালৈৰ মো'ৰৰে বাহৰ তমালেৰে মেলিাহিঁকৈ সজা এবিধ বস্তু-বেহানি, জাবৰ-জোথৰ কঢ়িওৱা যতন, লগতে বস্তু বেহানি থ'ব পৰা যতন। খদা-সাধাৰণতে গোঁবৰ জাবৰ পেলাবৰ বাবে ব্যৱহাৰ কৰা হয়। কিন্তু পথাৰত গোবৰ পেলাবলৈ অথবা মাটি কাটি কঢ়িয়াবলৈ ব্যৱহাৰ কৰা খদাবোৰৰ কামি লগাই তাত ৰচীৰে বান্ধি ওলোমাই নিব পৰা কৰি লোৱা হয় আৰু বিৰিয়াৰে মাটি বা গোবৰ-জাবৰ ৰঢ়িওৱা কামত ব্যৱহাৰ হয় কৰে।

## (৮২) খন্তি ঃ

ঠিয়কৈ অথবা ধেনুভিৰিয়াকৈ দীঘল নালেৰে লোৰ পৰা প্ৰস্তুত কৰা, এবিধ কৃষিকাৰ্যৰ বাবে অতি লাগতিয়ালসঁজুলি। ইয়াক ধান মৰাপাট চিকুনাবৰ বাবে, বাৰীৰ শাক-পাচলিৰ গুৰি খুচৰি বন পৰিস্কাৰ কৰিবৰ বাবে ব্যৱহাৰ কৰা হয়। খন্তি সাধাৰণতে দুবিধ। কোৰৰ মুখখনৰ দৰে চেপেটা, দীঘল নলীয়া খন্তিক ঠিয় খন্তি বোলে। ধেনুৰ ভাঁজৰদৰে গঢ়া খন্তিক কোৱা হয় চেনি খন্তি। প্ৰত্যেক খন্তিৰে নালবোৰকাঠ বা বাঁহৰে তৈয়াৰী। চিকুনোৱা কামৰ বাবেই খন্তিৰ প্ৰয়োজন।

## (৮৩) খৰাহি ঃ

চাউল ধোৱা, মাহ-প্ৰসাদ ধোৱা, মাহ-প্ৰসাদ বিলোৱা আদি কামৰ বাবে খৰাহি বৰ প্ৰয়োজন। অকল জনজাতি বুলিয়েই নহয়, অসমৰ অসমীয়াসকলৰ ই নিত্য ব্যৱহাৰ্য্য সামগ্ৰী। খৰাহী প্ৰয়োজন অনুপাতে ডাঙৰ, মজলীয়া আৰু সৰু এই

তিনি প্ৰকাৰে সাজি লোৱা হয়। খৰাহিৰ বাবে তমাল ফঁহিয়াই লৈ চাঁচি মিহি কৰি লোৱা হয়। সাতড়াল তমালেৰে খৰাহিৰ মো'ৰ আৰম্ভ কৰি বৈ যোৱা হয় আৰু মো'ৰটোৰ বিপৰীতে চাৰিওফালে চেলা গোঁথনিৰ দৰে গোঁথা যেন হৈ পৰে। এটা নিৰ্দিষ্ট দূৰত্বলৈকে সমানে বই পিছত দুয়োফালৰ পৰা কাঠি এৰি বৈ ইয়াক গোলাকাৰ ৰূপ দিয়া হয়। চাৰিওফালে দুডালকৈ তমালেৰে মুখি ৰাখি দিয়া হয়। মোখনি মৰাৰ পিছত দীঘল তমালবোৰ মোখনিৰ সমানে কাটি পেলোৱা হয়। তাৰ পিছত তমল এৰি দিয়া চাৰিটা মূৰত, তমালে তমালে ওলোটাকৈ গাঁঠি দি হেঁচি কেৰাহিটোৰ দৰে গোৰোঙা কৰি আগেয়ে কাটি ৰখা মোখনিৰ জোখত ইবোৰ তমাল কাটি বাও লগোৱা হয়। খৰাহিৰ মোখনিৰ লগতে বাহিৰে ভিতৰে দুডাল সৰু পুলি কামি দি বিন্ধনাৰে ফুটা কৰি বেতৰ সুতেৰে বন্ধা হয় মজবুতকৈ। তমাল যিমানেই লাহি হয় সিমানেই ভাল আৰু গাঁথি ঘন হ'লে খৰাহি মজবুত হোৱাৰ লগতে দেখনিয়াৰো হয়। বাও বান্ধিব নেজানিলে খৰাহি এফলীয়া অথবা পেট উদি আকাৰৰ হ'বগৈ পাৰে।

## (৮৪) খৰিকা ঃ

দাঁতৰ মাজত সোমাই থকা তামোল-ছালিৰ গুৰি, ভাত বা মাছ মাংসৰ টুকুৰা উলিয়াবলৈ আগৰ কালত মানুহে, তামোলৰ বটা অথবা বাঁহৰ চুটি চুঙাত তিনি চাৰি আঙুল দীঘল বাঁহৰ সৰু সৰু কাঠি চাঁচি ৰাখিছিল। ভাত খাই উঠি দাঁত খৰিকিয়াইছিল গুণে এই চুটি বাঁহৰ কাঠিক খৰিকা বোলা হৈছিল।

অন্যহাতে জনজাতিসকলৰ মাজত, বিশেষকৈ তিৱা সম্প্ৰদায়ৰ মাজত মাছ সিকত সি খোৱাৰ ব্যৱস্থা ব্যাপকভাবে প্ৰচলিত। এওঁলোকে পকা জাতি বাঁহৰ পৰা প্ৰায় এহাত দীঘল, আগ-গুৰি জোঙা কাঠি তৈয়াৰ কৰি মাছবোৰ ভালদৰে ধুই ফিচাৰ পৰা মূৰলৈকে খুচি জুইৰ তাপত দূৰৈৰ পৰাই সেকি কন্‌কনীয়া কৰি খোৱাৰ অভ্যাস আছিল। মাছবোৰ সেকি টান হ'লে ক্ৰীমৰ দৰে ৰং হয় তেতিয়াই কাঠিৰ পৰা টানি উলিয়াই কাঠিবোৰ ৰান্ধনিশালৰ চালনিৰ ওপৰত তুলি থয়— প্ৰয়োজনত হাত মেলিলেই পোৱাকৈ। দেখাত সৰু বস্তু হ'লেও খাদ্যাভাসৰ লগত সম্পৃক্ত ইউ এক কৃষ্টিৰ আহিলা।

## (৮৫) খৰিচা ঃ

অসমীয়া সমাজত এষাৰ দিষ্টান আছে, বোলে—

তোমাৰ বাৰীৰ বাঁহৰ গাজ

তাৰে কৰিছোঁ খৰিচা;

তোমাকে দি ধান দোন লওঁ
কথাটো মন কৰিছা?

তিৱালোক সকলে খৰিচাক - গাজটেঙাৰ আঞ্জা বুলিও কয়। ইয়াক বাঁহৰ গাজৰ পৰা তৈয়াৰ কৰা হয়। ই হ'ল বাঁহৰ গাজৰ পৰা প্ৰস্তুত কৰা এবিধ খাদ্য। পকা খৰিচা আৰু শুকান খৰিচা নামৰ দুই প্ৰকাৰে খৰিচা প্ৰস্তুত কৰা হয়। সাধাৰণতে ভলুকা বাঁহ, কটহ বাঁহ আৰু মোকাল বাঁহৰ উঠি অহা কোমল গজালি কাটি ওপৰৰ বাকলি গুচাই পেলোৱা হয়। ইয়াক চকলা-চকলকৈ কাটি ঢেকী অথবা উড়লত আধা খুন্দা কৰি অলপ পানী দি মাটিৰ টেকেলিত ভৰাই, দুই-তিনিদিন মান থৈ দিব লাগে। এনেকৈ থলে বাঁহৰ গাঁজবোৰ টেঙা হয়। পিছত নিমখ জলকীয়া আৰু মিঠাতেল সানি ভাতৰ লগত খাব পাৰি অথবা আঞ্জা ৰান্ধিও খাব পাৰি। এনেকৈ তৈয়াৰ কৰা খৰিচাকে পকা খৰিচা বোলে। বাঁহৰ গাজবোৰ সৰু সৰুকৈ কুটি তাত হালধি সানি শুকুৱাই ভালেমান দিনলৈ থ'ব পাৰি। ইয়াকে শুকান খৰিচা বোলে। শুকান খৰিচা বসন্ত ওলোৱাৰ পিছত শৰীৰ শীতল কৰিবলৈ ব্যহৱাৰ কৰাৰ নিয়ম আছে। আজিকালি বজাৰত বিক্ৰী কৰা আচাৰৰ প্ৰাচীন ব্যৱস্থাই হ'ল খৰিচা। প্ৰস্তুত কৰাৰ প্ৰণালী প্ৰায় একে যদিও উপকৰণ মিশ্ৰণৰ তাৰতম্য আছে। আজিকালি আমটেঙা, জলফাই, ভেণ্ডি, লেবুটেঙা, পনিয়ল আদি নানা ফলমূলৰে আচাৰ বা টেঙেচি খাদ্য প্ৰস্তুত কৰা দেখা গৈছে।

## (৮৬) খৰ্লা ঃ

তিৱা ভাষাত খৰ্লা মানে যুৱতী ছোৱালী। যি সকল ছোৱালীৰ বয়স ১৬ বছৰৰ পৰা অধিক সিবিলাকক খৰ্লা বোলে। এনেয়ে ছোৱালী বুজাবলৈ চাজ' চা-বুলিলে ল'ৰা সন্তান আৰু কৰখা চাজ' বুলি ক'লে কন্যা সন্তান বুজায়। চাজ' এই শব্দই পাট গাভৰু অৱস্থালৈকে নিৰ্দেশনা দিয়ে। চমুকৈ বিবাহৰ যোগ্য ছোৱালীকে খৰলা বুলি কয়। যুৱতী ছোৱালীবোৰ পিতৃ-মাতৃ বা ঘৰখনৰ ডাঙৰ সম্পত্তিস্বৰূপ। তেওঁলোকে চৰাই, গাহৰি পুহি উপকৰাকৈ ধন উপাৰ্জন কৰে। সেই উপাৰ্জনৰ ধনেৰে ঘৰখনক আমনি নিদিয়াকৈ সূতা-কপাহ কিনি কানি-কাপোৰ বৈ লয়। ঘৰৰ ঘৰোৱাহি কামবনৰ উপৰিও মতা মানুহৰ সমানেই খেতি পথাৰত ধান মৰাপাট, চিকুনোৱা, কঠিয়া তোলা, ধান ৰোৱা, মৰাপাট বখলিওৱা আদি কাম কৰে। পাহাৰৰ যুৱতী ছোৱালীবোৰে হাতত একোখন লাংকৈ লৈ পাহাৰত শুকান খৰি কাটি ঘৰলৈ আনে। এইদৰে ঘৰখনৰ অৰ্থনৈতিক দিশত এজন যুৱকতকৈ এজনী যুৱতীয়ে বেছি উপাৰ্জন কৰি দেখুৱায়। বেছি কায়িক পৰিশ্ৰম কৰাৰ বাবেই বে ধকৰো তিৱা

যুৱতীসকলৰ যৌন চপলতা কম। সেইবাবে বয়সতহে বিয়া বাৰু হোৱা দেখা গৈছে। বহু যুৱতী ছোৱালী বিয়াৰ বয়স পাৰ হৈ পিতৃৰ গৃহতে কটাব লগা হোৱা দেখা গৈছে। এই ক্ষেত্ৰত পিতৃ-মাতৃ আৰু অন্যান্যসকলৰো ছোৱালী বিয়া দিয়াৰ ক্ষেত্ৰত উদ্যোগ নোলোৱাটোৱে দায়ী।

## (৮৭) খৰমযুৰীয়া ভৰি ঃ

কাঠৰে তৈয়াৰ কৰা ভৰিত পিন্ধা এইবিধ আহিলাক খৰম বোলে। খৰমৰ তলুৱাৰ আগ অংশ উঠা মাজ অংশ খাল আৰু পিছৰ অংশ উঠা। সেইবাবে খৰম পিন্ধি মাটিত ভৰি দিলে আগডোখৰ আৰু পাছডোখৰহে মাটিত পৰে। মানুহৰ তেনে ধৰণৰ মাজ উঠঙা ভৰিকে খৰমযুৰীয়া ভৰি বোলে। হিন্দু শাস্ত্ৰৰ মতে খৰমযুৰীয়া ভৰি মহিলাৰ কুলক্ষণৰ চানেকি। কিন্তু পুৰুষৰ আকৌ খৰমযুৰীয়া ভৰি সুলক্ষণৰ চিন হেনো। জনা গাভৰুৰ মালিতাত গোপীচন কোঁৱৰৰ মাকে জনা গাভৰুক বিয়া কৰাবলৈ বাধা দি পুতেকক কৈছিল — " জনাৰ চুলিকোছা কুটকুৰা, সাপৰ নেজিয়া টৌ খেলা, ভৰি দুখন খৰমযুৰীয়া, কুলক্ষনী – তাইক ঘৰত নুসুমুৱাবি। তোক দিপ্‌লিপ অপেচৰীহেন চাৰিপোন কুঁৱৰী বিয়া কৰাই দিম।"খৰমযুৰীয়া ভৰি সেয়েহে মহিলাৰ বাবে কুলক্ষণৰ চিন বুলি জনসমাজত বিশ্বাসৰ প্ৰচলন আছে।

## (৮৮) খলিহনা মাছ ঃ

বেছ্যমাছ ওৰফে বেছেলি মাছৰ লেখিয়া চেপেটা, কিন্তু, বেছ্য মাছতকৈ চাৰি-পাঁচগুণ ডাঙৰ এবিধ মাছ। এই মাছৰ প্ৰজাতিও বিল-খাল আদিত কমি অহা পৰিলক্ষিত হৈছে। উজান উঠিলে, পৰণ্ডনি জাল পেলালে, দুই-চাৰিটাকে খলিহনা মাছ জালত উঠে। এই মাছ সাধাৰণতে বাম পানীত থাকে। কাতি - আঘোনমহীয়া মৰাপাট কাটি মুকলি কৰা পথাৰত আঠুৱনীয়া বা কৰঙনীয়া পানীত পুঠিলাঙি জাল পাতি খেদাই আনিলে খলিহনা, পুঠি আদি মাছ জালত লাগে। এই মাছ খোলাত দি খাবলৈ ভাল।

খলিহনা মাছৰ পেটত এটি সৰু গুটি থাকে। ই খাবলৈ তিতা। খলিহনা মাছৰ পেটৰ এই গুটিটো যকৃতৰ ৰোগৰ ঔষধ তৈয়াৰ কৰাত লাগে। বৌ মাছৰ পিত্ত, কাছৰ পিতৰ ভিতৰত আৰে চাউল ভৰাই থৈ দি – মানুহৰ পেট বিষালে, পেট কামুৰিলে এটা বা দুটা চাউল লৈ বাটি পানীৰ লগত খুৱালে পেটৰ বিষ অথবা পেটৰ কামোৰণি ভাল হয়। একেধৰণৰে, খলিহনা মাছৰ পেটৰ এই গুটিৰ

ঔষধি গুণ থকাৰ বাবে ই উপকাৰী। লগতে এই মাছ চৰ্বিযুক্ত নহয় বাবে ই উপকাৰী। লগতে এই মাছ চৰ্বিযুক্ত নহয় বাবে ইয়াক খালে মানুহৰ পেটৰ বিকাৰ নকৰে।

## (৮৯) খখলাপ বা ডাংখালাপ ঃ

প্ৰায় তিনি ইঞ্চিমান দীঘল চাৰিখন পাখিযুক্ত পানীত ঘুৰিফুৰাএবিধ পোক। আকৃতিত চেপেটা। ইয়াৰ মুখত এডাল শুং থাকে বৰ বিষাক্ত। ইয়াৰে ডাঙৰ বৰালী , শ'ল-শাল আদি মাছক কামুৰিলে বিষক্ৰিয়া হৈ মাছ মৰি যায়। ধাননি, পিতনি আদিত এইবিধ পোক সাধাৰণতে থাকে। ইবোৰক বিশেষকৈ শাওন - ভাদ মহীয়া পানীথকা মৰাপাট তলিত – মৰাপাট গছত সাৰটি থকা পোৱা যায়। ই পানীৰ পৰা ছয় ইঞ্চিমান ওপৰত মৰাপাটৰ গছত কণী পাৰে। কণীবোৰ শাৰী শাৰী আৰু এছিৰা হৈ থাকে। ইয়াৰ বং নীলা-পখৰা ধৰণৰ আৰু কিছুমান মটীয়া পখৰা। তিৱা সকলে এইবিধ পোকৰ পাখিবোৰ গুছাই পুৰি অথবা ভাজি খায়। ই অলপ জ্বলা জ্বলা লাগে আৰু তেলাল।

## (৯০) খৰৈবুৰি বা কঠাল গুটীয়া পোক ঃ

কঠালগুটিটোৰ সমান ক'লা-এবিধ পানীত থকা পোক। কম পানীত থাকে। জাকৈ মাৰিলে সৰু-ডাঙৰ অনেক পোক উঠে। ডাঙৰবোৰ ৰাখি সৰুবোৰ এৰি দিয়ে। তিৱাসকলে ইয়াকে খৰৈবুৰি বা কঠালগুটীয়া পোক বুলি কয়। ইয়াৰো দুখন ক'লা ডাঠ পাখি থাকে; পাখিৰ তলত চেপেটা কোমল ছালেৰে পেটটো। বুকুৰ বং ৰঙা চানেকীয়া। কাছৰ দৰে বুকু। ইয়াৰ মূৰটো আৰু পাখিবোৰ গুছাই তেলত ভাজি খায় তিৱা লোক সকলে।

## (৯১) খালৈ ঃ

টেকেলিৰ আকৃতিৰে, বাঁহৰ তমালেৰে সাজি লোৱা মাছ মাৰোঁতে, মাছ থ'বলৈ ব্যৱহাৰ কৰা এবিধ আহিলা। ইয়াক দুডাল দুডাল কাঠি জপাই বৈ নিয়া হয়। পেটৰ ওপৰ পালেই এটা জোখত অলপ টানি তমালেৰে বৈ ডিঙিটো সৰু কৰি তাৰ ওপৰত ভামোলৰ ঢকুনাৰে এটি টুপিৰ দৰে সাজি তাত মাটি ভৰাই, খালৈটোৰ ডিঙিত বহুৱাই দি তমালেৰে বৈ নি মুখখন তৈয়াৰ কৰে। পাঁচ-ছয় আঙুলমান বোৱাৰ পিছত ঢকুনাৰ ঘতনটো আঁতৰাই দি – দুডাল তমালেৰে খালৈৰ তমালৰ লগত গাঁথি মোখনি মাৰি দিলে কামি লগাই মোখনি নেমাৰিলেও চলে। জাকৈ,যোকাজাল, খেৱালিজাল, পৰগুনিজাল, পুঠিলাঙি, জাল অ'দি লই মাছ

মাৰিবলৈ গ'লে, মাছ ভৰাবলৈ খালৈৰ প্ৰয়োজন। তিৱা সকলে ওখ আৰু ডাঙৰ ডাঙৰ খালৈ সাজি তাত চেনাফলা শুকান মাছ, ৰদত আৰু জুইত দি শুকুৱাই কনকনীয়া কৰা শুকান মাছ বোৰ খালৈত ভৰাই, মাজে মাজে ৰদত দি বহুদিনলৈ সাঁচি খোৱাৰ দস্তুৰ আছে।

## (৯২) খাং ঃ

চৰাই-হাঁহ আদি ভৰাই ইঠাইৰ পৰা সিঠাইলৈ কঢ়িয়াই লৈ ফুৰিব পৰা, বাঁহৰ তমালেৰে সাজি লোৱা এবিধ যতন। ইয়াক টপাৰ মোৰেৰে বৈ যোৱা হয় যদিও চাৰিচুকীয়া নহয়। বৰং উৰহীটোৰ আকৃতিৰেহে সজা হয়। মুখখন খোলা-মেলা কৰিব পৰাকৈ গোঁথনি দি লোৱা হয়। আৰু তাত বাঁহৰ হাকোতাৰে বাদুলী সঁচাৰ দি লোৱা হয় অথবা ৰচীৰে বান্ধি মুখ বন্ধ কৰি ৰখা হয়।

মৰিগাঁও জিলাৰ মানিপুৰ গাঁৱত শিঙাল পূজাত ব্যৱহাৰ কৰা চৰাইৰ খাং বোৰৰ আকৃতি বেলেগ। খাংবোৰৰ দুয়োমূৰে মহৰ শিঙৰ লেখিয়াকৈ তমালেৰে গুথি জোঙা কৰি ৰাখে। ইয়াক শিঙাল পূজা খাং বোলে; ই শিঙাল দেৱতাৰ প্ৰতীক। পূজালৈ এই খাঙতে চৰাই ভৰাই লৈ যায়। পূজাত চৰাই উচৰ্গা কৰাৰ পিছত শিঙাল দেৱতাৰ নামত পোতা দীঘল ওখ বাহঁৰ ধ্বজৰ দীঘল আখি বোৰত খাংবোৰ ওলোমাই ৰাখে।

## (৯৩) খাৰলী খোৱা ঃ

পদিনা আৰু কেঁচা জলকীয়া বটি তাতে অলপ লেবুটেঙা চেপি চাটনি কৰি যিদৰে মুখৰোচক খাদ্য তৈয়াৰ কৰি খোৱা হয়, খাৰলীকো তেনেৰূপ এবিধ চাটনি বুলিব পাৰি। সৰিয়হ বটি লই তাত নিমখ দি ভাতৰ লগত চাটনিৰ দৰে খাবৰ নিমিত্তে যুগুত কৰা এবিধ খাদ্য বস্তু।

## (৯৪) খাৰণি সঁতা ঃ

অসমীয়া মানুহক খাৰখোৱা অসমীয়া বুলি কয়। অৰ্থাৎ অসমীয়া মানুহে কলাখাৰ প্ৰায়েই ব্যৱহাৰ কৰে। মাটিমাহৰ আঞ্জা, তিতা তৰকাৰীত খাৰদি খোৱা অভ্যাস অসমীয়ালোকৰ পুৰণি কলীয়া। পিছে কলাখাৰৰ ব্যৱহাৰ জনজাতি সমাজতহে সৰ্বাধিক। কলাখাৰ নামটোৱেই ইঙ্গিত বহন কৰে যে – ই কলগছৰ পৰাই প্ৰস্তুত কৰা। কাতিমাহত প্ৰস্তুত কৰা কলাখাৰৰ চোক বেছি – ইয়াক ঔষধত লাগে। শুক্লপক্ষ আৰু কৃষ্ণ পক্ষক ভিত্তি কৰি কলা খাৰৰ ৰং বগা আৰু ৰঙা হয়। কিছুমান কলাখাৰ পানীৰ দৰে আৰু কিছুমান ৰঙা হয়। তাৰ কাৰনো পক্ষই।

কলাখাৰ প্ৰস্তুত কৰা আহিলাক খাৰনি সঁতা বোলা হয়।

তলিখনত ফুটা কৰা মাটিৰ চৰু অথবা নদীয়াত ধান খেৰ দি, তাৰ ওপৰত কালখাৰৰ পোৰা ছাইবোৰ ঢালি দিয়া হয়। এই নদীয়া বা মাটিৰ চৰুটো ধৰি ৰাখিবৰ বাবে তিনিটা বাঁহৰ খুটি পুতি লোৱা হয়। তাৰ তলত এটি পাত্ৰ ৰখা হয় যাতে কলাখাৰত ঢালি দিয়া পানী সৰকি গৈ তাত পৰিব পাৰে। কিছুমানে পৰিস্কাৰ কাপোৰ এখন তলত দি তাৰ ওপৰত ধানখেৰ দি কলাখাৰবোৰ বাকি দি, পিছত পানী ঢালি খাৰ উলিয়ায়। খাৰ চেকি উলিওৱা এই যতনকে খাৰনি সঁতা বোলে।

তিৱা সমাজত এটা বিশ্বাসৰ প্ৰচলন আছে যে, যাৰ ঘৰৰ ভড়ালৰ গাধৈত খাৰনিসঁতা পতা থাকে, তেনেলোকে লাহাম প্ৰসতুত কৰি মানুহক খুৱাই তিল্ তিল্কৈ মৃত্যুৰ গৰাহলৈ ঠেলি দিয়ে। লাহাম এবিধ বিষাক্ত বস্তু। চাহ-ভাত-জা-জলপান সকলোতে ইয়াক দি খুৱাব পাৰে। চিকিৎসা নকৰিলে ই মানুহৰ মৃত্যুৰ কাৰণ হয়। লাহাম খুউৱা মানুহ বোৰে খুক্ খুক্কৈ কাঁহি থাকে। কাঁহত খেকাৰ নোলালে ইয়াক শুকানী লাহাম খুউৱা বোলে। কেচাঁ লাহাম খুৱালে খেকাৰ বাহিৰ হয় আৰু খেতাৰত তেজ বাহিৰ হয়। ই মাৰাত্মাক। ডাক্তৰে টি.বি বুলি চিকিৎসা কৰে; ফল নাপায়! ৰোগ ধৰাও নপৰে। মানুহ ডালতে শুকাই যায়। লাহাম পোহা মানুহঘৰ ধনী হয় বুলি তিৱা সমাজত বিশ্বাসৰ প্ৰচলন আছে।

## (৯৫) খাজি খোৱা ঃ

কিৰাত জনজাতিৰ লোকস্‌কলৰ মাজত খাজি খোৱা প্ৰথাটো প্ৰাচীন কালৰে পৰা চলি আহিছে। প্ৰধানকৈ শ্ৰাদ্ধত খাজি খোৱা নিয়ম ব্যাপক ভাৱে প্ৰচলন আছিল আৰু আছে। এই খাজি হ'ল গাহৰিৰ পেটুকা, কলিজা আৰু তেজ। গাহৰী মাৰিবৰ সময়ত, গাহৰীটোক দুজন মানুহে চাৰিখন ভৰিত বান্ধি দ্ৰাংবাৰী এডালত ওলোমাই দুজন মানুহে ধৰি ৰাখে। এজনে গাহৰীটোৰ গাত পানী ঢালি খেৰৰ শুতিৰে ঘঁহি মাজি ভালদৰে পৰিস্কাৰ কৰে। পিছত এটা পৰিস্কাৰ কেৰাহিৰ ওপৰত ডিঙিটো ৰাখি, এজনে মুখখনত ভালদৰে টিপামাৰি ধৰে। অন্য এজনে তীক্ষ্ণ ধাৰাল দা এখনেৰে ডিঙিত ৰেপ দিয়ে। তেজবোৰ বৈ কেৰাহিত জমা হয়। পিছত গাহৰীটো নি জুইত পুৰি কুটা-বছা কৰে। গাহৰিৰ পেটুবোৰ উলিয়াই নি বাৰীৰ পিছফালে মাটিত গাত কৰি ভিতৰৰ লেতেৰা বস্তুবোৰ পানী ভৰাই দি জোকাৰি জোকাৰি উলিয়াই ধুই পৰিস্কাৰ কৰা হয়। পিছত সেইবোৰ চাৰি-পাঁচ আঙুলমান দীঘলকৈ কাটি, ফালি দি কেৰাহিত পানী আৰু চেমেৰি (চা-স্তৈ) টেঙা দি সিজায়। সিফালে পেটুৰ ওপৰ তৰপ আৰু তলৰ তৰপ ছাল ফুলি দাং খাই উঠে। পিছত

সেইবোৰ উলিয়াই ঠাগুা কৰি সেই ফুলি উঠা তৰপবোৰ আঁতৰাই পেলাই দি মজলীয়া জোখত টুকুৰা টুকুৰাকৈ কটা হয়। কেৰাহিত থকা তেজবোৰ গোটমাৰি টান হ'লে কটাৰী বা দাৰে সৰু সৰু কৈ আঁকিয়াই জুই দি তাকো গৰম কৰি টান কৰি পেলোৱা হয়। কলিজা খিনিও কাটি টুকুৰা টুকুৰ কৰা হয়।

এই তেজ, পেটুকা আৰু কলিজা বোৰ লই শুকুতাপাত গুড়ি কৰি অথবা দীঘলে ৰাখি জালুক - জলকীয়াৰে ভাজি লাউপানীৰ লগত পৰিবেশন কৰা হয়। ইয়াকে খাঁজি বোলে। খাঁজি প্ৰস্তুত কৰি খোৱা কাৰ্য্যকে খাঁজি খোৱা বোলে। খাঁজি তিৱা সকলৰ এক লোভনীয় খাদ্য।

## (৯৬) খালোং/খালোন ঃ

কেৱল তিৱাসকলৰ কথাই নহয়, অন্যান্য জাতি-জনজাতিৰ লোকসকলেও খালোং বা খালোন প্ৰস্তুত কৰি খায়। ই বৰ অকাইত তিতা। আগৰ কালত গাঁৱে ভূঞে ডাক্তৰ কবিৰাজ নাছিল। সেইগুণে পেটৰ বিষ, পেটৰ কামোৰ, পেট উখহা, আদি পিত্তৰ বিকাৰত বিভিন্ন তিতা আঞ্জাৰূপে অথবা ঔষধিৰূপে ব্যৱহাৰ কৰি ৰোগ নিৰাময় কৰিছিল। ভূঁই তিতা, চিৰতা, নীলিকণ্ঠ, বাঁহকা, মহানিম আৰু শুকুতা উল্লেখযোগ্য। বিশ্বৰ ঔষধিৰ বজাৰত এতিয়া মহানিমৰ কদৰ সৰ্ব্বাধিক। খালোং তৈয়াৰ কৰাৰ প্ৰণালী হ'ল – খাৰনি পাগি গোটা কৰি লোৱা হয়। পগাই থকাৰ পিছত ইয়াক লোণৰ নিচিনা দেখা যায়। এই পাগি লোৱা খাৰনি শুকুতা পাতৰ লগত সিজালে তাৰ পৰা যি তিতাৰ সৃষ্টি হয় – সেয়াই খালোং বা খালোন্। খাৰ যিমানে চোকা হয় – তিতাৰ মাত্ৰাও সিমানে বাঢ়ে।

## (৯৭) খাপ্লাং ৰাৱা ঃ

তিৱা ভাষাত খাপ্‌লাং শব্দে সৰণ খেৰ বুজায়; আৰু ৰাৱা শব্দে কটা বুজায়। খাপ্‌লাং ৰাৱা মানে খেৰকটা বুজায়। পিছে অন্য সম্প্ৰদায়ৰ মানুহৰ লগত তিৱাসকলৰ খেৰকটা ব্যৱস্থাৰ পাৰ্থক্য আছে। তিৱাসকল সৰ্ব্বেশ্বৰবাদী। তেওঁলোকে সকলো জড়-চৈতন্য পদাৰ্থতে ঈশ্বৰৰ অবস্থিতি বিশ্বাস কৰে। সেইবাবে আপোন স্বাৰ্থৰ হকে কিবা আহৰণ কৰিব লগা হলেও প্ৰকৃতিৰ গৰাকী ফা-মাহাদেউৰ পৰা অনুমতি লয়। বাঁহ, খেৰ, গছকটা সকলোতে মিন্দাইফা মহাদেৱৰ অনুমতি লৈহে সংগ্ৰহ কৰা নিয়ম।

খেৰকটা পূজা উৎসৱৰ বাবে পাহাৰীয়া ৰাইজে লাউপানী, চৰাইৰ কণী, তামোল-পাণ, ৰঙা চৰাই দুটা, ১০১ টা তৰাপাত, সৰু খৰাহীৰে এখৰাহী চাউল, ৰূপৰ আঙুঠি এটা আৰু এটা ৰঙা পাতি পইচা লৈ এডোখৰ মুকলি পথাৰলৈ

আগবাঢ়ে। পথাৰৰ মাজত এখন খোলা চাচি-চুৰুকি তাত চাৰিটা মাটিৰ ঢিপ সাজে। মাটিৰ ঢিপত একোজাপকৈ আগলি কলপাত পাৰি তাত তামোল-পান দিয়ে। মহাদেৱৰ আসনৰ সন্মুখত সৰু সৰু কাঠিৰে সজা দুহাতমান দীঘল এখনি চাং ওলোমাই দিয়ে। তাৰ কাষতে শস্যৰ দেৱতা চাৰি ভাই - চাৰি কৰাৰ ঢিপৰ পাতজাপত চাউল ওপছাই দি তাৰ ওপৰত ৰূপৰ আঙুঠিটো দি আঙুঠিৰ ওপৰত কণীটো থিয়কৈ স্থাপন কৰে। বাঘৰজাৰ আসনৰ ওচৰত পাতেৰে সৈতে এডাল বাঁহৰ লেকেচি পুতি দি লৰই জীৱ-জন্তু, বাঁহ গছৰ গৰাকী ফা-মহাদেউ, শস্যৰ গৰাকী চাৰিভাই চাৰিকৰা, বাঘদেউ সকলোকে স্তুতি মিনতি জনাই চৰাইকেইটা উচৰ্গি তাৰ তেজবোৰ পাতকেইখনত ছটিয়াই দিয়ে। পিছত জীউদ্ধাৰ ফালি পেটুবোৰ উলিয়াই দীঘলকৈ পাতবোৰত পাৰি দিয়ে। সেইকাম হ'লেই চৰাইকেইটা পুৰি-কাটি খাবৰ কাৰণে প্ৰস্তুত কৰিবলৈ দিয়ে। চৰাইৰ ডেউকা আৰু কলিজা বেলেগে খৰিকাত দি পুৰি দেৱতালৈ আগবঢ়ায় লাউপানীৰ লগত। তেতিয়াই স্তুতি মন্ত্ৰেৰে দেৱতাৰ ওচৰত খেৰ-কটাৰ অনুমতি বিচাৰে। লগতে খেৰ কাটিবলৈ যাওঁতে বাঘ-ভালুক, সাপ-বেং আদিয়ে যাতে কোনো বাধাৰ সৃষ্টি নকৰে তাৰ বাবে ছং দেউ ওৰফে মাহাদেউৰ পালিত পুত্ৰ বাঘদেৱতাৰ পূজা কৰিব। সেইদিনা এই কাম সমাধা কৰি ৰাইজে বাঢ়নি কাটিহে লৈ ঘৰলৈ আহিব; খেৰ নেকাটে। পিছত সুবিধা জনক এটা দিনতহে ৰাইজে খেৰ কাটিব। পূজাৰ দিনটো প্ৰকৃতিৰ গৰাকী দেৱতা গৰাকীৰ ওচৰত খেৰ কটাৰ অনুমতি লোৱা দিনহে। পিছত ব্যক্তি বিশেষে যেতিয়াই খুচী তেতিয়াই খেৰ সংগ্ৰহ কৰিব পাৰিব।

## (৯৮) খ্ৰাম্ ঃ

তিৱা ভাষাত খ্ৰাম অৰ্থে ঢোল বুজায়। তিৱা সকলে তেওঁলোকৰ জাতীয় নৃত্যগীত অথবা পূজা-পাতলত ব্যৱহাৰ কৰা ঢোলটোক খ্ৰাম্ বোলে। ই সত্ৰীয়া সংস্কৃতিৰ খোলটোৰ সমানে দীঘল যদিও আগে গুৰিয়ে সমান। ইয়াৰ ৰৰতি পাতল আৰু দুয়োমূৰে চাবনি ছালত ঘূণ নিদিয়ে। সেইবাবে ইয়াৰ মাতটো ৰিঙা। তিৱা সংস্কৃতিৰ গবেষকসকলে সেইবাবে, বৈষ্ণৱ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱে তিৱা সকলৰ খ্ৰামৰ আধাৰতে খোলৰ নতুন সংস্কৰণ সৃষ্টি কৰি অজনজাতি অসমীয়া ৰাইজক উপহাৰ দিছে বুলি কব খোজে। খ্ৰামৰ শ্ৰেণী কেইবাটাও।

আমি যাক ৰবঢোল বা মাদল বোলোঁ — তিৱাসকলে তাক কয় খ্ৰামবাৰ' বুলি। ইয়াক ৰজা আদৰা, উৎসৱ, সম্ভ্ৰান্ত ব্যক্তিৰ মৃত্যু, মেলাত ঢ়াল-তৰোৱাল খেলা আদি উৎসৱত বজোৱা হয়। ইয়াৰ মাত বৰ গম্ভীৰ আৰু বহ দূৰলৈ যায়।

তুম্বাং খ্রাম বুলি অন্য এবিধ খ্রাম আছে — ইয়াক দুডাল মাৰিৰে বজোৱা হয়। সত্রীয়া সংস্কৃতিৰ নাগৰাৰ লগত ইয়াৰ আকৃতি একে। এই খ্রামক লুদাং খ্রামো বোলে। ইয়াকো পূজা উৎসৱত ব্যৱহাৰ কৰে।

পাহাৰ-ভৈয়াম উভয়তে জনপ্রিয় অন্যবিধ খ্রামৰ নাম পিচুখ্রাম। ভৈয়ামৰ মানুহে ইয়াক পাতিঢোন বোলে। বহুতে ইয়াক বিহুঢোল বোলে। তিৱাত – পিচু→বিহু, খ্রাম →ঢোল। এই ঢোল আঘোন-পুহ মাহ মানৰ পৰাই বজোৱা আৰম্ভ কৰে। ভাদ' মাহত ঢোলত চাপৰ নেমাৰে ঢুলীয়াসকলে। পুৰণি চাম মানুহৰ বিশ্বাস ভাদ' মাহ – ভৰ মাহ। ঢোল বজালে অমঙ্গল হয় হেনো। বাটে পোৱালী দিয়া দিনতহে গৰুছালে বেবাব' লাগে হেনো। অর্থাৎ মাঘ মাহৰ পৰাই ঢোল বজোৱাৰ পর্ব আৰম্ভ কৰা ভাল। তিৱা সমাজত ঢোলৰ যোৰালগা এটা আকর্ষণীয় কৃষ্টি। ঢোলৰ মালিতা নজনা আৰু বাব' নজনা মানুহে ঢোলৰ যোৰা নেলাগে— ঢোলৰ ভাষাও বুজি নেপায়। ঢোলাৰ ওজাসকলৰ মাজত কোন পাকৈত, তাকে লই মালিতাৰ আধাৰত প্রতিযোগিতা চলে।

## (৯৯) খুতুৰা ঃ

খুতুৰা হ'ল বাৰীত অথবা ৰাস্তাৰ দাঁতিয়ে দাঁতিয়ে গজা এবিধ সেউজীয়া শাক। ই খাবলৈ মিঠা আৰু ইয়াৰ ঔষধি গুণ বিদ্যমান। জাতি খুতুৰা, কটা খুতুৰা, আৰু মৰিচা এই তিনিবিধ খুতুৰা সাধাৰণতে দেখা যায়। কটা খুতুৰাৰ শিপা ধাতুদৌবল্যৰ মহৌষধি। খুতুৰা শাকৰ ওপৰত এটি জনশ্রুতি আছে এনেধৰণৰ — এবাৰ বাৰ'বছৰ ব্যাপি পৃথিৱীত অনাবৃষ্টি হ'ল। নদ-নদী পুখুৰীৰ পানী শুকাই যাবলৈ ধৰিলে। মাটি ফাটি চিৰাচিৰ হ'ল। গছ-গছনি শুকাই মৰি যাবলৈ ধৰিলে। গৰু-মহ মানুহ অন্যান্য জীৱ-জন্তুৰ দুঃখে কুলাই-পাচিয়ে নধৰা হ'ল। বৃষ্টিৰ বাবে মানুহে ইন্দ্রদেৱতাক আৰাধনা কৰিবলৈ ধৰিলে। কিন্তু ইন্দ্রদেৱতা নিজেই অনাবৃষ্টিৰ কৱলত। সেয়েহে দেৱতাসকলেও পৃথিৱীৰ চাৰিমুঠি জীৱৰ কল্যাণার্থে পৰমা শক্তি ভগৱতী দুর্গাক জীৱৰ পৰিত্রাণৰ বাবে কৃপাদৃষ্টি দিবলৈ আৰাধনা কৰিলে। দেৱতাসকলৰ প্রার্থনাত সন্তুষ্ট হৈ দেৱীয়ে দর্শন দিলে আৰু শৰীৰৰ পৰা এগৰাকী দেৱীৰ সৃষ্টি কৰি পৃথিৱীত জলদান কৰিবলৈ আদেশ দিলে। দেৱীৰ দিব্যদৃষ্টিৰ পৰা সাতহাল মেঘৰ সৃষ্টি কৰি পৃথিৱীত প্রচুৰ বৃষ্টিপাত কৰাই পৃথিৱী শীতল কৰিলে। দেৱী দুর্গাইয়ো জীৱৰ ক্ষুধা নিবাৰণার্থে খুতুৰা শাকৰূপে আবিৰ্ভাৱ হৈ পৃথিৱী ঢাকি পেলালে। মানুহকে ধৰি জীৱ-জন্তুবিলাকে খুতুৰাকে ভক্ষণ কৰি জীয়াই থাকিল। তেতিয়াৰ পৰাই দেৱী দুর্গা শাকম্ভৰী নামে জনজাত হ'ল। সেইবাবে দুর্গাপূজাত

খুতুৰা শাকৰ প্ৰয়োজন হ'ল। সংস্কৃত ভাষাত ক্ষুদ্ ধাতুৰ অৰ্থ ক্ষুধা- বা ভোক। ত্ৰৰণ – অৰ্থে ৰক্ষা কৰা বা পৰিত্ৰাণ কৰা বুজাইছে। ক্ষুত্ৰৰণ শব্দৰ পৰাই খুতুৰা নাম পাইছে। ই এবিধ শক্তি কাৰক খাদ্য আৰু তিৱাসকলে তেলত ভাজি খোৱাত বাদেও খাৰনি দিও খুতুৰাৰ আঞ্জা খায়।

## (১০০) খুন্দনা ঃ

ধানখুন্দা উড়লৰ লেখিয়া যদিও একেবাৰে সৰুকৈ সাজি লোৱা তামোলপান খুন্দি খাৱৰ বাবে সজা কাঠৰ আহিলা। অসমীয়া লোকসকল বিশেষকৈ জনজাতি লোকসকলৰ তামোলৰ প্ৰতি দুৰ্বলতা অধিক। বয়সস্থ পুৰুষ মহিলাই তামোল চোবাই খাবলৈ অপাৰগ হ'লে খুন্দনাত তামোল, পাণ আৰু চুণ - চাধা দি কাঠৰ বা লোৰ গোটা মাৰিৰে তামোল খুন্দি গুড়ি কৰি খায়। খুন্দিবলৈ ব্যৱহাৰ কৰা আহিলা বাবে খুন্দনা নাম দিয়া হৈছে বুলি ক'ব পাৰি। খুন্দ্ ধাতুত অন প্ৰত্যয় হৈ খুন্দন্ হৈছে আৰু 'আ' প্ৰত্যয় যোগ হৈ বিশেষ্য ৰূপে চিহ্নিত হৈছে। উড়ল আৰু খুন্দনা দুয়োটাই হ'ল প্ৰজননৰ প্ৰতীক।

## (১০১) খুটা ঃ

তিৱাসকলে তেওঁলোকৰ সমাজত বিদ্যামান প্ৰতিটো কুলকে একোটা খুটা বুলি কয়। কেইবাটাও খুটা বা কুলৰ সমষ্টিৰে এখন খেল পাতি লয়। সেইবাবে এখন গাঁৱত কেইবাটাও কুল বা খুটা থাকে। এটা ঘৰত যিদৰে ভালেমান খুটাৰ আধাৰত এটা ঘৰ ঠিয় হৈ থাকে; সেইদৰে কেইবাটাও কুল বা খুটাক কেন্দ্ৰ কৰি এখন খেল আৰু এখন গাঁও একত্ৰিত হৈ থাকে। ইয়াত খুটা শব্দৰে ঘৰৰ খুটাৰ সম্বন্ধেহে কোৱা হৈছে।

আজিকালি কংক্ৰিট, আৰ.চি.চি অথবা চিমেন্ট-বালি আৰু কাঠৰ খুটাৰে সজা অসম আৰ্হিৰ ঘৰ নিৰ্ম্মাণৰ দিনত পুৰণি কাঠ-বাঁহৰ ঘৰৰ আৰ্হি অথবা সৰঞ্জাম বিলাকৰ নাম মানুহে পাহৰি পেলোৱাই স্বাভাৱিক। আগৰ কালত ঘৰ সাজোঁতে বাঁহৰ খুটা কাণকাটি লগোৱা হৈছিল। কানকটা বাঁহৰ এই অংশই এটা গভীৰ তত্ত্বৰ সন্ধান আমাক দিয়ে। তিৱা সকলে ফা-মহাদেউক পৰম ঈশ্বৰ – মিন্দাইফা বুলি সেঁৱা-পূজা কৰে। মহাদেৱ একাধাৰে সৃষ্টি-পালন আৰু সংহাৰৰ দেৱতা। তেওঁৰ ইচ্ছাতেই সৃষ্টিৰ কঠিয়া সিঁচা হৈছে। তিৱাসকলে সেইবাবে প্ৰজননৰ প্ৰতীক স্বৰূপে পৰম পুৰুষৰ পুৰুষাঙ্গৰ আকৃতিক – বাঁহৰ আৰু কাঠত খোদিত কৰি তাক পূজা কৰে। তিৱা সকলৰ বৰ ঘৰৰ থুনাখুটাটো মিন্দাইফা মহাদেৱৰ

প্ৰতীক। চামাদি বা ডেকাচাঙৰ যি তিনিটা খুটা চাংদলৈ, চাংমাজি আৰু হুৰুমাৰ নামত পোতা হয় তাৰ আকৃতিও পুৰুষৰ প্ৰজনন অঙ্গৰ লেখিয়া। ইয়াক প্ৰস্তুত কৰোঁতেও পুৰুষ প্ৰজনন অংগৰ দৰে কটা হয় আৰু ই শ্ৰদ্ধা আৰু সৃষ্টিৰ প্ৰতীক। সৃষ্টিৰ প্ৰতীক পুৰুষাঙ্গ — তাৰেই প্ৰতীক খুটাই — স্ত্ৰী জননাঙ্গৰ প্ৰতীক ঘৰৰ চাল দুখনক ধৰি ৰাখে। লগতে সহস্ৰ গাঁথি অৰ্থাৎ ঘৰৰ তলত জীৱই অৰ্থাৎ ঘৰৰ তলত মানুহে আশ্ৰয় লই সুখ, হাঁহি কান্দোনেৰে সংসাৰ ৰচনা কৰে। ঘৰৰ খুটাৰ অন্যৰূপ মহাদেৱৰ সৃষ্টিশীল অঙ্গই মানুহক সৃষ্টিৰ প্ৰেৰণা যোগায়, আশ্ৰয় প্ৰদান কৰে, এয়ে লালুঙৰ বিশ্বাস।

## (১০২) খোবা-খুবুনী ঃ

ভাৰতীয় বিশ্বাসত এহাল খৰ্বকায় - চুটি-মুটি দেৱ-দেৱী। ইহঁত দুয়ো পাৰ্বতী সোঁসানীৰ নিশ্বাসৰ পৰা জন্ম হোৱা হেনো। মহাদেৱে কৃষিকাৰ্য্য কৰি ঘৰত থকাত, পাৰ্বতীয়ে খেতি চাবলৈ গৈছিল। ভিন্ন ভিন্ন নামেৰে, ভিন্ন ভিন্ন বৰণেৰে পৃথিৱী ঢাকি পকি থকা ধানবোৰ দেখি মনৰ আনন্দতে মুখৰ পৰা ইঃ আঃ ধ্বনি নিৰ্গত হ'ল। এই ধ্বনিয়েই দুটা খৰ্বকায় দেৱ-দেৱীৰ সৃষ্টি হৈ শস্য ক্ষেত্ৰ পুৰি ছাই কৰি নিলে। মহাদেৱে গতি বিষম দেখি তান্ত্ৰিক মন্ত্ৰ উচ্চাৰনেৰে খোবা-খুবীক ধ্বংস কাৰ্য্যত বাধা দিলে। তেতিয়াৰ পৰাই খোৱা-খুবুনী অনিষ্টকাৰী দেৱতা ৰূপে গণ্য হ'ল।

এই দুইজন দেৱ-দেৱীয়ে মানুহৰ দৃষ্টি শক্তি আৰু কণ্ঠত স্থিতি লভি ভাল-বেয়া সকলোতে আশ্বৰ্য্য প্ৰকাশ অথবা ঈৰ্ষাৰ প্ৰকাশ কৰি মানুহৰ অনিষ্ট সাধন কৰে। মানৱ শৰীৰত ই অজীৰ্ণ ভোক-পিয়াহ নোহোৱা, খাবলৈ ববলৈ মন নোযোৱা কৰি মানুহক ডালতে শুকুৱাই নিয়ে। মানুহে ইয়াকে মুখহৰা বা মুখলগা বুলি কয়। ই কেৱল সৰু সৰু ল'ৰা-ছোৱালীৰ ক্ষেত্ৰতে নহয় — ডাঙৰ মানুহকো আকৰ্ষণ কৰে। দেখনিয়াৰ মানুহ অথবা কুৎকছ মানুহ দেখিলে মনলৈ অহা স্বাভাৱিক বিকাৰ — ছিঃ, ছুঃ. উস্-আস্, হুঃ এনেকুৱা বোৰেই শব্দব্ৰহ্মৰূপে যাৰ প্ৰতি কটাক্ষ কৰা হয়, তেওঁক আক্ৰমণ কৰে — ফলত শৰীৰত বিকাৰৰ সৃষ্টি কৰে। এনেবোৰকে মুখলগা বোলে। এই মুখলগাৰ পৰা হাত সাৰিবলৈ কোনোৱে কাণৰ লতিত চুণৰ ফোঁট আঁকি লয় আৰু সৰু সৰু ল'ৰা-ছোৱালীক কপালত কাজলেৰে ফোঁট দি থয়। মুখলগা হ'লে কোনো কোনোৱে খোবা-খুবুনী মন্ত্ৰেৰে পানীজাৰি খুৱায়। ইয়াকে মুখ-ভঙা বুলি কয়। কোনো কোনোৱে আকৌ ফিৰিঙি জলকীয়া পুৰি দিয়ে। বিয়াৰ পাছত আঠমঙ্গলা খাই ঘৰলৈ ঘূৰি অহাৰ পিছত - দৰা-কন্যাক

চোতালত বহুৱাই খোৱা-খুৱী পুথি পঢ়াই দিহে দৰা ঘৰৰ ৰভা ভঙ্গা প্ৰথা অসমীয়া সমাজত প্ৰচলন আছে।

## (১০৩) খোৱা-খুউৱা ঃ

কোনো ডাঙৰ কাজ-সকাম কৰাৰ আগতে কোনো ব্যক্তি বিশেষে বা কুলৰ মানুহে, সিবিলাকৰ জ্ঞাতে বা অজ্ঞাতে হোৱা দায়-জগৰ আঁতৰাবলৈ, লগতে আগন্তুক কাজ-সকামত ৰাইজৰ পূৰ্ণ সহযোগ পাবলৈ – বৰ জেলা, চাজেলা, প্ৰমূখ্য গাঁৱৰ মানুহক মাতি তামোল-পাণৰ বঁটাৰ মাননি দি ৰাইজক এধাৰ মদ দি অপ্যায়ন কৰে। ইয়াকে খোৱা-খুউৱা বোলে।

## (১০৪) খোলাচাপৰি পিঠা ঃ

অসমীয়া সমাজত এষাৰ প্ৰবাদ বাক্যৰ প্ৰচলন আছে বোলে — 'সাতে তিতা, মাহে পিঠা।' প্ৰতি সাদিনত এসাজ তিতা তৰকাৰী খোৱা শৰীৰৰ বাবে উপকাৰী। আজিকালি শৰীৰত শৰ্কৰাৰ পৰিমান বৃদ্ধি হৈ বহুমূত্ৰ ৰোগ হোৱাৰ মূলতে তিতা শাক বৰ্জনেই মূল কাৰণ বুলি ক'ব পাৰি। সেই একেদৰে পিঠা খোৱাটোও স্বাস্থ্যৰ বাবে উপকাৰী। বজাৰৰ হৰেক ৰকমৰ বিস্কুট, কেক্, মিঠাই আদি খাই নানা ৰোগ চপাই লোৱাৰ পৰিবৰ্ত্তে, কেচাঁ পিঠগুৰিৰে থাউকতে পিঠা ভাজি খালে শৰীৰৰ পুষ্টি সাধনৰ লগতে বহু ৰোগৰ পৰা হাত সাৰিব থাকিব পাৰি। পিঠাগুৰি পানীত গুলি কেৰাহিত কিঞ্চিৎমান তেল ঘঁহি কৰ্চলিৰে দি খোলাচাপৰি পিঠা তৈয়াৰ কৰি খাব পাৰি। গৰম হ'লে পিঠাটোৰ মাজত অনেক ৰন্ধ্ৰ বা ফুটা হয় কাৰণে খোলাচাপৰি পিঠাক হাজাৰমুখী পিঠা ও বোলে।

## (১০৫) খোজাবঢ়া কৰা ঃ

পুৰুষ-প্ৰকৃতি – উভয়ৰে প্ৰতি উভয়ৰ স্বাভাবিক আকৰ্ষণ প্ৰকৃতি প্ৰদত্ত আৰু তাৰেই ফলস্বৰূপে পাৰস্পৰিক মিলন আৰু ন-পুৰুষৰ সৃষ্টি। শাস্ত্ৰত উল্লেখ কৰা মতে স্বয়ং ভগবানো সৃষ্টি ৰহস্যৰ মেৰজালৰ পৰা পৰিত্ৰাণ পোৱা নাই। প্ৰাচীন কালত মানুহৰ মাজত মুক্ত যৌনাচাৰ বা যৌন সম্ভোগৰ ব্যৱস্থা আছিল। কিন্তু মানৱ সভ্যতা আগবঢ়াৰ লগে লগে মুক্ত যৌনাচাৰ ব্যৱস্থা সমাজত অশ্লীলৰূপে গণ্য হ'বলৈ ধৰিলে আৰু ই পদ্ধতিগত বিবাহ ব্যৱস্থা এটাৰ মাজলৈ আহি আবুৰত সোমাল। তাৰেই আপাহত বিবাহ যোগ্য ল'ৰাৰ বাবে মাক-বাপেক অথবা অভিভাৱক সকলে মনৰ পছন্দ অনুপাতে এগৰাকী পৰৰ ঘৰৰ বিবাহযোগ্য কন্যাক বোৱাৰী ৰূপে ঘৰলৈ আদৰি অনা ৰীতিৰ প্ৰচলন হ'ল। জৰ্জ বাৰ্ণাৰ্ড শ্বই সেয়েহে বিবাহ

ব্যৱস্থাটোক লিগেলাইজদ প্রষ্টিটিউশ্যন্ বা স্বীকৃত বেশ্যাবৃত্তি বুলি আখ্যা দিছে।

অজনজাতি অসমীয়া সমাজৰ ছোৱালী খোজবঢ়া কৰাৰ নিয়মৰ লগত তিৱাসকলৰ নিয়মৰ পাৰ্থক্য আছে। আগৰ কালত তিৱা সমাজত বিবাহৰ বাবে ছোৱালী খোজ-কঢ়া কৰাৰ বিশেষ দস্তৰ আছিল। কিন্তু সাম্প্ৰতিক কালছোৱাত বা তাৰো কিছুকাল আগৰে পৰাই লোক চক্ষুৰ আগত এই ব্যৱস্থা দৃষ্টিকূট যেন লগাত তাক বাদ দিলে। আগতে কোনো ব্যক্তিৰ ঘৰত বিয়াৰ উপযুক্ত ছোৱালী থাকিলে, সেই খবৰ বিবাহযোগ্য ল'ৰাৰ ঘৰে জানিব পাৰিলে – এটোপোলা আঙুলি পিঠা, এপাচি আঁৰৈ চাউল, একলহ মদ, এথোক তামোল, পাণ দহগুছি এজনে ভাৰবৈ নিবলৈ লাগে। দৰাৰ বাপেকৰ লগত দুজন গাঁৱৰ জেলাও যায়। অন্য এজন ব্যক্তিয়ে এখন চেলেং কাপোৰ উৰি তাৰে চেলেঙৰ এটা আগেৰে লাউপানী ভৰোৱা এটা জুমাইলাউ বান্ধি ওলোমাই লৈ কন্যাৰ ঘৰলৈ যাত্ৰা কৰে। ল'ৰা ঘৰৰ যোৱা লোকজনে কন্যা খুজিবলৈ অহা বুলি গৃহস্তক জনাব। যদিহে কন্যাৰ বাপেকৰ ছোৱালী দিবৰ মন থাকে, তেন্তে মানুহ কেইজনক মাতি ঘৰৰ ভিতৰত বহিবলৈ দিব আৰু বয়বস্তুৰ ভাৰখন ঘৰৰ ভিতৰলৈ নিবলৈ দিব। যদিহে ইচ্ছা নেথাকে, তেন্তে বহিবলৈকো নিদিয়ে, ভাৰখনো গ্ৰহণ নকৰি ওভতাই পঠায়। এওঁলোকে তেতিয়া ঘৰলৈ ওভতিব লগা হয়। কিন্তু সেই গাঁৱৰে কাৰোবাৰ ঘৰত উপযুক্ত ছোৱালী থাকিলে উপযাচি মাতি নি ছোৱালী দিয়াৰ ব্যৱস্থা লোৱাও দেখা গৈছিল। আজিকালি ছোৱালী খোজা বঢ়া কৰাৰ নিয়ম উঠি গৈ অত্যন্ত সৰলীকৰণ হৈছে আৰু পূৰ্বৰ পৰম্পৰাসমূহ প্ৰায় উঠি গৈছে।

## (১০৬) গমনা/গগণা ঃ

গগনাক তিৱা সকলে গমনা বুলিহে কয়। ই ডেকা-গাভৰু উভয়ে বজাব পৰা, বাঁহৰে নিৰ্ম্মিত বাদ্য। পকা জাতিবাঁহৰ পাব কাটি, মিহিকৈ চাঁচি, মাজে মাজে দীঘল জিভাৰ লেখিয়াকৈ এচটা খুউব পাতল বাঁহ ৰাখি দিয়ে। ঠোকৰ খালেই বাঁহচটা কঁপি উঠি বতাহত আঘাত কৰি শব্দৰ কঁপনি তোলে। গমনাৰ এমূৰে ভালকৈ ধৰিবৰ বাবে এই ইঞ্চিমান দীঘলকৈ ৰাখি, অন্য মূৰটো অলপ চিচিঙাকৈ ৰাখি, খাজ কাটি মুগা সূতা বা পাট সূতাৰ ৰচী এডাল লগাই লোৱা হয়। বাদকজনে গমনাখন মুখৰ ওচৰলৈ নি মুখখন অলপ বহল কৰি, মুখৰ সাঃ দি ৰছীডাল ছন্দোবৎ টানি সুৰ উলিয়ায়। মুখৰ সাঃৰ ওপৰত ভিত্তি কৰি গমনাৰ শব্দ সৰু ডাঙৰ নিৰ্ভৰ কৰে। আজিকালি সূতাৰ ৰছী নলগোৱাকৈ কেৱল হাতৰ আঙুলিৰে টুকুৰিয়াই গগণা বজোৱা দেখা গৈছে।

তিৱা সমাজত এটা বিশ্বাসৰ প্ৰচলন আছে যে গমনাৰে যখিনি ছোৱালী নচুৱাব পাৰি। কোনোবা সাহিয়াল মানুহে আগতে জোপোহা কটহ বাহঁৰ তলত অথবা বাৰীৰ পিছফালৰ চেৰা পুখুৰীৰ পাৰত গমনা বজাই যখিনী ছোৱালী নচুৱাইছিল। সেয়েহে অদ্যাপি তিৱাসকলে বিশ্বাস কৰে যে-- গমনাৰে যখিনী ছোৱালী নচুৱাব পাৰি। ইহঁতক নচুৱাবৰ বাবে তৈয়াৰ কৰা গমনাৰ বাঁহছটা সংগ্ৰহ কৰা হয়, কাপোৰৰ ব' তোলা চুঙা মনে মনে চুৰ কৰিহে। ব' চুঙাটো কোনোবা শিপিনীৰ তাঁতশালৰ সৰঞ্জাম থোৱা ঠাইৰ পৰা মনে মনে আনি, মাটিত পথালিকৈ ঠেকেছা মাৰি দিওঁতে-- যিছটা বাঁহ ওপৰলৈ দাং খাই আহে, তাৰে পৰাই ৰামধন গমনা সাজি ৰাতি আহঁতৰ তলত যখিনী নচুৱায়। কবিয়ে লিখা--

আঁহতৰ তলতে যখিনী ছোৱালী
টুক্ টুক্ চাপৰি বায়।

বোলা কথাষাৰৰ তাৎপৰ্য ইয়াতে আছে। বিহুত ঢোল-পেঁপা-টকাৰ লগতে গমনা বা গগনা বজোৱাটো বাধ্যতামূলক। গমনা/গগনা অসমীয়া কৃষ্টিৰ বাহক। মিচিংসকলে গমনাক কয়-- গুংগাং বুলি। লাহৰী গগনা বজাই প্ৰিয়জনক আনিব নোৱাৰি বিননি তোলা অসমীয়া গাভৰুৰ লেছেৰি এটা চোৱা যাওক---

ঐ ধনে সাজি দিয়া লাহৰীনো গগনা
বহি তাঁতৰ পাতত বাওঁ;
ধনো নাহিলে ঐ গগনা ফাটিলে
খৰিকা মঙলা চাওঁ- হেৰ' ইন্দ্ৰজিত
তোমাকে মই দিলো চিত
গাইনো ফুৰোঁ বতৰৰ গীত।

## (১০৭) গঠীয়া ঃ

চুটি চাপৰ মানুহকে গঠীয়া মানুহ বোলে। তেনে মানুহ গায়ে-পায়ে শকত-আবত আৰু লোদোৰ-পোদোৰ হ'লে কয় গাঠলু বুলি। গ্ৰাম্য সমাজত চুটি-চাপৰ মানুহক, বৰতু, বুটী ঢেকীথোৰা, গঠীয়া টিঙৰা আদি উপনাম দি জোকায় অথবা ইতিকিং কৰে। পিছে আঁচৰিত কথা-বিশ্বৰ চুটি-চাপৰ মানুহৰ জীৱনীয়ে প্ৰমাণ কৰিছে যে-- এওঁলোক বৰ দৃঢ়চেতা, সাহসী আৰু বুদ্ধিমান হয়। উদাহৰণ- নেপোলিয়ন বোনাপাৰ্ট, চাৰ্চিল আৰু জাপানৰ সম্ৰাট হিৰোহিটো আদি। চুটি-চাপৰ গঠীয়া দৰাক বিয়াত আয়তীসকলে ইতিকিং কৰি গোৱা নিদানাম (নিন্দাসূচক) এফাঁকি এনেধৰণৰ--

জোনৰে আগৰে একেটি তৰা,
আয়ে বিয়া দিলে গঠীয়া দৰা।
নেলাগে গঠীয়া নেপাৰ' গালি,
আইৰ ঘৰলৈ যাম ভৰি পখালি। ইত্যাদি।

## (১০৮) গজলীয়া ডেকা ঃ

হাঁহৰ পোৱালি পাখি গজি পূৰ হ'লেই তাক গজলীয়া বা গেজেলীয়া হাঁহ বোলে। গজলীয়া শব্দৰ অৰ্থ শৰীৰৰ পূৰ্ণাঙ্গ অৱস্থা পাবলৈ আগবঢ়া এটা শাৰীৰিক অৱস্থা। এই অৱস্থা পালে ল'ৰাবিলাকৰ ঠুটাৰিত দাড়িৰ আবিৰ্ভাব ঘটে পাতলকৈ, আৰু মাতটো ডাঙৰ হয় গলগলীয়া মাত ওলায়। ই যৌৱন অৱস্থাৰ চানেকি দিয়া এটি সীমাৰ ইঙ্গিত। ১২ বছৰৰ পৰা ১৮ বছৰৰ ভিতৰৰ ল'ৰাবিলাকক গজলীয়া ডেকা বোলে।

## (১০৯) গজত খোৱা ঃ

তিৱা সমাজৰ সামাজিক বান্ধোন অতিশয় কঠোৰ। এই সামাজিক বান্ধোন আওকান কৰি কোনোবাই কেনেবাকৈ সমাজ বিৰোধী কাম কৰিলে কঠোৰ শাস্তিৰ সন্মুখীন হ'বলগা হয়। খেলে-চোঙে নাদে-ঘাটে, জুয়ে-পানীয়ে আলগ কৰি থয়। কাৰোলগত সংশ্ৰব কৰিব নোবাৰা কৰে। দোষ অতিশয় গুৰুতৰ হ'লে গাঁৱৰ পৰাও দোষী ব্যক্তিক খেদি দি জীৱন্তে চৰু-হাড়ী পেলাই মৰাবুলি ঘোষণা কৰাৰ দৃষ্টান্তও আছে।

নিকট আত্মীয় যুৱতী বা মহিলাৰ লগত অবৈধ সম্পৰ্ক কৰা ব্যক্তিক তিৰস্কাৰ কৰা গ্ৰাম্য শব্দটোৱেই হ'ল গজত খোৱা! তিৱা সমাজত একেটা কুলত বিবাহ নিষিদ্ধ। গোপন সংশ্ৰবো গুৰুতৰ অপৰাধ। মোমাই-ভাগিনী, মাহী-পেহী, দদাই-বৰপিতাইৰ ল'ৰা-ছোৱালীবোৰ ভাই-ককাই, বাই-ভনী সম্বন্ধৰে বন্ধা একে ঘৰৰ সদস্যৰ দৰে। লগতে একেটা পৰিয়ালৰ বাই-ভনী-ভাই-ককাই ৰূপে গণ্য কৰা হয়। দৈব-দুৰ্বিপাকত কেনেবাকৈ এনে সম্বন্ধীয় যুৱক-যুৱতীৰ মাজত অবৈধ সম্পৰ্ক ঘটিলে– তেনে ল'ৰাক বা মানুহক গজত খোৱা বুলি তিৰস্কাৰ কৰে। সেই একেদৰে যুৱতী বা মহিলাক গজত খাইতি বুলি তিৰস্কাৰ কৰে। ই নীচক চৰিত্ৰ প্ৰকাশক এটি শব্দ। এনেলোক শাস্তিৰ সন্মুখীন হৈ সমাজত গৰিহনাৰ পাত্ৰ হয়।

## (১১০) গৰখীয়া ঃ

গৰু-ম'হ চাৰিফুৰা চেঙেলীয়া ল'ৰাবিলাকক গ্ৰাম্য সমাজত গৰখীয়া ল'ৰা

বোলে। এওঁলোকে পথাৰত গৰু-ম'হ চাৰি ঘৰৰ বয়সস্থ মানুহক সহায় কৰে। বিহুৰে সংক্ৰান্তিয়ে তিৱাসকলে বৰঘৰত অন্য দেৱ-দেৱীৰ লগতে গৰখীয়া দেৱতাৰূপে গণেশক পূজা কৰে। ফা মাহাদেউ, ঘৰদৈউ ঘৰগোঁসানী ৰূপে আই কালিখা কামাখ্যা আৰু বাঘদেউৰ সৈতে একেলগে নৈবেদ্য আগবঢ়ায়। এওঁৰ পূজাৰ স্থানত এডাল বাহৰ লেকেচি পুতি ৰখা হয়। কোনো কোনো বৰঘৰত নেথাকে। এওঁলোকে গৰু-গাইবিলাকক হাবিয়ে জংঘলে চৰাই লৈ ফুৰোঁতে নানান বিপদ-বিঘিনিৰ পৰা ৰক্ষা কৰে বাবে বিঘিনি বিনাশক গণেশ দেৱতাৰ প্ৰতিনিধি স্বৰূপে তিৱাই বছেৰেকত এভাগ পূজা আগবঢ়ায়। কোনো ল'ৰা-ছোৱালীৰ জ্বৰ-জাৰী হ'লে গৰখীয়া ল'ৰা মাতি আনি কড়াইগুড়িৰ লাৰু আগবঢ়াই আশীৰ্বাদ লয়। মাঘবিহুত গৰখীয়া ল'ৰাই মেজিৰ বাবে নৰা কাটি সংগ্ৰহ কৰা, মেজি সজা, হাৰলি ঘৰ সজোৱা, এমাহ-দুমাহৰ আগৰ পৰাই খৰি ফালি শুকুৱাই ৰখা, পানী হিলৈ প্ৰস্তুত কৰি বজোৱা, বিহু মৰা বয়োজ্যেষ্ঠসকলক লাউপানীৰে আপ্যায়ন কৰিবলৈ প্ৰতিঘৰ গৃহস্থৰ পৰা চাউল তুলি মদ ৰান্ধিবলৈ বৰজেলাৰ ঘৰত জমা দিয়া আদি নানান কাম কৰে। আজিৰ দৰে আগৰ কালত বিশেষকৈ সাতৰ দশক পৰ্যন্ত মাঘবিহুত, মানুহৰ জেওৰা-জপনা, তাতি-চকোৱা ভাঙি, আলু-কবি-বেঙেনা চুৰ কৰি বিহু পতা প্ৰথাৰ প্ৰচলনটো নাছিলেই এনে চিন্তা মনলৈকে নানিছিল। বিহুৰ এই সকলোবোৰ কাম-কাজ গৰখীয়াসকলে কৰিছিল— ডাঙৰৰ নিৰ্দেশত। বয়োজ্যেষ্ঠ ব্যক্তিসকলে মাঘবিহুৰ উৰুকা ৰাতি নাম-কীৰ্তন অথবা বিহু লেছেৰি মাৰিবলৈ যোৱা কামহে কৰিছিল। বাকী সকলো কাম ভেটগুটি গৰখীয়াসকলেই সমাধা কৰিছিল।

## (১১১) গৰখীয়া গীত ঃ

গৰখীয়াসকলে মুকলি পথাৰত অথবা হাবিত গৰু চাৰি ফুৰোঁতে-- অকলশৰীয়া হৈ অথবা লগে-ভাগে, বয়সস্থ মানুহে নেদেখা-নুশুনাকৈ লোকালয়ৰ পৰা আঁতৰি হাবিত অথবা দূৰৈৰ মুকলি পথাৰত মনত ওপজা দৈহিক প্ৰেমৰ দাঁহ আঁতৰাবলৈ অশ্লীল গীত-মাত গায়। ইয়াকে গৰখীয়া গীত বা বনগীত বোলে। গৰখীয়া গীত বা বনগীত মানেই অশ্লীল নহয়। পিছে মাঘবিহুৰ উৰুকা ৰাতি ডেকা বা বয়সস্থ লোকসকলে গোৱা গীতবোৰ অশ্লীল। তিৱা সমাজত বিশ্বাস, সৃষ্টিকৰ্তাই বছৰৰ এটা দিনতহে এনে অবাইচ মাত মতাৰ অধিকাৰ দিছে। তাকো মাঘবিহুৰ উৰুকা ৰাতিতহে। বনগীত বা বিহুগীত অথবা গৰখীয়া গীতসমূহ গাঁৱলীয়া চহা কবিসকলৰ স্বতঃস্ফূৰ্ত্ত ভাবৰ প্ৰকাশ। এটা উদাহৰণ লোৱা যাওঁক—

কহিগুৰিৰে পৰা দেখোঁ বালি সৰা
আটাই গৰু খোজৰ পানী;
আনক যে দেখা পাওঁ ঢলাইটিক নেদেখোঁ
মৰি যাওঁ কটাৰী হানি হেৰ' মতিলাল।
দেখিবলৈ বৰে ভাল/সপতা পৰিছে গাল।।

## (১১২) গৰখীয়া ভাৰ ঃ

দৰাই বিয়া কৰিবলৈ কন্যাৰ ঘৰলৈ যাওঁতে, কন্যাঘৰীয়া গৰখীয়াসকলৰ উদ্দেশ্যে এখন ভাৰ নিয়ে, তাকে খৰখীয়া ভাৰ বোলে। এই ভাৰখনত এটেকেলী দৈ, এটেকেলী কোমল (বোকা) চাউল অথবা চিৰা, এটেকেলী মিঠৈ, একাষি ভীমকল, কেঁচা তামোল এথোক আৰু পান দহগুছি দিব লাগে। দৰা গৈ কন্যাঘৰৰ পদুলীমুখত উপস্থিত হওঁতেই কন্যাৰ ঘৰৰ পৰা সুৱাগুৰি তুলিবলৈ ওলাই অহা আয়তীসকলৰ লগতে দুজনমান ধেমেলীয়া লোকে– ভাৰখন লৈ থকা ব্যক্তিজনৰ পৰা ভাৰখন লৈ কোনোবা মানুহৰ ঘৰলৈ নি গৰখীয়া ল'ৰা দুই চাৰিজনক মাতি নি ভগাই খায়গৈ।

তিৱা সমাজত বৰ বিয়া ওৰফে হৰগৌৰী বিবাহৰ প্ৰচলন পূৰ্বতে নাছিল। সেইবাবে গৰখীয়া ভাৰৰ প্ৰথাও নাছিল। আজিকালি দেখাক দেখি বিয়া পাতিবলৈ লোৱাত এইবিধ কৃষ্টিক আদৰিব লগা হৈছে। পিছে মন কৰিব লগীয়া কথা, গৰখীয়া ভাৰৰ ব্যৱস্থা আজিকালি প্ৰায়বোৰ বিয়াতে দেখা পোৱা নেযায়।

## (১১৩) গৰখীয়া সোধা সকাম ঃ

তিৱা সমাজত সৰু সৰু ল'ৰা-ছোৱালী আনকি ডাঙৰ মানুহবো গাত গুৰু গোসাঁই নহ'লে, জ্বৰ-জাৰি হ'লে, ঘৰৰ-ঘৰুৱাহৰ অনবৰতে অসুখ-অশান্তি নুগুছিলে ৫জন অথবা ৭জন গৰখীয়া আৰু এজন জেলাক মাতি আনি আগেয়ে-গোবৰ মাটিৰে লিপি মচি ৰখা ঘৰৰ চোতালত বহিবলৈ দিয়ে। ইয়াৰ আগতে গৃহস্থই কৰাইগুৰি খুন্দি, পানী আৰু মিঠৈ সানি প্ৰথমেই ঈশ্বৰৰ নামত সবাতকৈ ডাঙৰ এটা লাৰু সাজে। পিছত মজলীয়া ধৰণৰ কেইবাটাও লাৰু সাজি ৰাখে। তিনিখন আগলি কলপাত কাটি ৰাখে। লগতে ৫ ডাল অথবা ৭ ডাল জাতিবাঁহৰ চেকনিও কাটি থয়। তামোল-পান চাকি শলিতা সাজু কৰি ৰাখে। গৰখীয়া সকাম গধূলি পৰতহে কৰে।

জেলাজন আৰু গৰখীয়াসকল গৃহস্থৰ ঘৰ পোৱাৰ লগে লগে সিবিলাকক ধানখেৰৰ শুতিত অৰ্দ্ধচন্দ্ৰকাৰে বহিবলৈ দিয়ে। বৰজেলাজন গৰখীয়াসকলৰ বাওঁহাতে

বহে। সেই সময়তে গৃহস্থই এজাপ কলপাত পাৰি তাত প্ৰথমেই সাজি ৰখা ডাঙৰ লাৰুটো দিয়ে। পিছত তামোল-পাণ এযোৰ দিয়ে। তামৰ পইচা এটাও তাতে দিয়ে। কলপাতখনত কাটি থোৱা বাঁহৰ চেকনি কেইডালো দিয়ে। এইখিনি কাম হ'লেই ইকৰা বা বঁটা এডালৰ মাজতে অলপ ফালি মাটিত পুতি দি তাতে মিঠাতেল সনা শলিতা এডাল দি জ্বলাই দিয়ে। পিছত জেলাজনক কেন্দ্ৰ কৰি প্ৰতিজন গৰখীয়াৰ আগে আগে একোখন পাতত এটাকৈ লাডু দিয়ে। একেবাৰে শেহত যিজনৰ অসুখ হৈছে-- সেইজনক আগলি কলপাত এখনত এটা লাডু দিয়ে। এইখিনি কৰাৰ পিছত গৃহস্থই এটা বটাত ৫টা বা ৭টা তামোল ৫ বা ৭ খিলা পান আৰু ৫ বা ৭ টা সিকিৰে এটা তামোল বৰজেলাজনলৈ আগবঢ়াই দিব। তেতিয়া বৰজেলাই সুধিব।

<u>বৰজেলা</u> ঃ ভাল ঔ মোৰ গৃহস্থ জেলাগুৰু। বোলে আগে ঘৰলৈ মাতে, আহোঁ, পাওঁ তামোল-ছালি খাওঁ, নেপাওঁ, ৰঙে আনন্দে যাওঁ। আজি মোৰ গৃহস্থ প্ৰভুৱে পাঁচজন/সাতজন গৰখীয়া ভকতক মাতি বুলি আনিছে। লগতে বহিবলৈ শুতি, আগত মান মইনা আৰু পিছে গ'লে কাপোৰ দি সেঁৱা ধৰিছে। গৃহস্থ জেলা গুৰুৱে কথা কি বতৰা কি ভাঙি পাতি ক'লেহে ভাল। বোলে-- "ভাঙিলেহে বেল ভঙা যায়, নেভাঙিলে হাতে হাতে যায়"। আপোনাৰ দুখ-বিতগুৰ কথা ভকতসকলৰ আগত ভাঙি পাতি ক'লেহে ভাল ঔ মোৰ জেলাগুৰু।

<u>গৃহস্থ</u> ঃ ভাল মোৰ জেলাগুৰু। কথাতে কয় বোলে- "কাক কম কোনে পতিয়াব- যাকে কম সিয়ে লঠিয়াব। " আজি কেইদিনমানৰ পৰা আমাৰ ঘৰৰে এজন নবীয়া পাটিত পৰি আছে। তাকে দেখি এজনে ক'লে বোলে-- যাচোন এজন বেজক চোৱাই চিতাই কিবা লেঠা-পেঠা আছে যদি ভাঙি দিয়া ভাল। তাকে শুনি তামোল- পাণৰ বঁটা এটা বান্ধি বেজজ্ঞানীৰ ওচৰলৈ এজনক পঠালোঁ। বেজে ঈশ্বৰৰ নাম লৈ এচাল কড়ি মাৰি চালে, দুচাল কড়ি মাৰি চালে। পিছত ক'লে-- "বোলে তোমাৰ থানে-থলিয়ে, দেৱে দুপুনীয়ে সকলোফালেই ভাল। ভালহে ভাল, নবীয়াজনৰ গাত গুৰু নাই।" কি কৰিলেনো গাত গুৰু চাপিব।" বুলি সোধাত ক'লে বোলে--" পিতৃ-পুৰুষৰ ৰেৱা, তাকে কৰি যাওঁ সেঁৱা।" লালুঙৰ পিতৃ পুৰুষে দি থোৱা নিয়মমতে কড়াইগুৰি মিঠৈৰে লাডু সাজি পাঁচজন বা সাতজন ভকতক সুধি দিলেই গাৰ গুৰু গাত চাপিব। মতা-মতা ভাবে, তিৰোতা-তিৰোতা ভাবে ভকতৰ চৰণত আশীৰ্বাদ বিচাৰিব। সবে ভকতে ভাল বুলি ক'লে - ৰাহু, কেতু, শনিগ্ৰহ, মঙ্গল গ্ৰহ কাট খাই, গাৰ গুৰু গাত চাপি, যি জ্ঞানীয়ে লাচৰ-লাবৰ (ঔষধ পাতি) দিয়ে, কলপাতে ঔষধ হৈ জয় জয় ময় ময় কৰিব।" সেয়েহে ভকতক মাঁ ; বুলি আনি

আশীৰ্বাদ বিচ্ছাৰিছোঁ ঐ প্ৰভু।

**ববজেলা ঃ** ভাল ঔ মোৰ ভকতসকল। গৃহস্থ জেলাগুৰুৱে কৈছে বোলে তেওঁৰ ঘৰত এজনে নবীয়াত ভুগিছে। এঢাল কৰি চাই বেজে উপদেশ দিছে বোলে গাত গুৰু নাই, পাঁচজন ভকত মাতি আনি মিঠৈ লাড়ু দি সুধি দিলেই দেও দেৱতাৰ ৰেৱা গুছি গাৰ গুৰু গাত চাপিব। কথাতে কৈছে বোলে-- 'ভকত বৰ, ভকত বৰ; ভকতক সুধিলেহে গুছে কৰ্ম্ম জ্বৰ।' সেয়েহে পাঁচজন ভকতক মাতি বুলি আনি আগত মান মইনা-মাজত পৰমান্ন দি কাকুতি কৰিছে; ভকতৰ আশীৰ্বাদত সৰ্ব দোষ কাট যাই, গাৰ গুৰু গাত চাপি ৰোগ ব্যাধি দূৰহৈ জয় জয় ময় কৰিব লাগে।

ইফালে কৈছে বোলে-- ঘৰদেউ এৰিলে বনদেউৱে খাবলৈ কেতেপৰ লাগিছে। আগৰ দিনত আছিলে খাৰু খাৰু জেলা, খাৰু খাৰু বুঢ়া, সেঁৱা জানে, কথা জানে, পূৰ্ব্বৰ দাঁতাল -ছিঙালে দি যোৱা সকলো কথাই জানে। বোলে-- নাওঁখন বাই গ'ল, সজাটোহে বৈ গ'ল। খোজো নেদেখিলো, পঁজালো নেদেখিলোঁ। ভালুকৰ ভাৰ ল'লেও খায় থলেও খায়। দুজন ভাই ককাই-আলচি বিলচি এখন চাল্লি বাঁহ সাজি, তাতে এজনী ছোৱালীকে হাড়ী পাতি, এটা ল'ৰাকে জেলা পাতি আগুৱা পিছোৱা কৰি সেৱা আগবঢ়াইছে। কিজানি বাঢ়িছে, কিজানি টুটিছে, কিজানি বাক্যে বচনে আভূৱা হৈছে। তাতে সৰ্বদোষ মৰিষণ কৰি গৃহস্থৰ মুখলৈ চাই যদি উধাৰ নেপায়, এই পাঁচজন ভকতৰ মুখলৈ চাই সৰ্বদোষ খেমিব লাগে আৰু গৃহস্থৰ সকলো আপদ-বিঘিনি নিলগত দূৰ হৈ ভগবানে ছত্ৰৰ ছাঁ দি কৃপা কৰিব লাগে।

সিপিনে কৈছে বোলে-- হয়, ভকত-বৈষ্ণৱ বুলি মাতি বুলি আনি বহিবলৈ স্তুতি দিছে, আগত মিঠৈ পৰমান্ন, মাজত হাজাৰ টকাৰ সম্মান দি পাছে গ'লে কাপোৰ দি পৰিছে। গৃহস্থই ঘৰৰ ঘৰোৱাহৰ ৰোগ বাধ্যি দূৰ হ'বলৈ ভৰালত ধান, গোহালিত গৰু, বাৰীত তামোল-পাণ উভৈনদী হ'বলৈ ভগবানৰ চৰ্চা কৰিছে। আমি যে বিলনীয়া (বিনন্দীয়া) পৃথিবীখন বেহাই থৈ আহিলোঁ, আমাৰ হকে চৰ্চন্ নকৰিলে। বোলে- 'পিতৃ ভূত, মাতৃ ভূত, জানা নিৰন্তৰে; পিতৃ বুলি শ্ৰদ্ধা নকৰে এতেকে বিঘিনি কৰে।' আমি দেউ পিতৃসকল যে খালে-ডোঙে পৰি আছোঁ-- আমাৰ হকে একো চৰ্চন নকৰিলে। ভাল, যদিহে মোৰ দেউ-পিতৃ-মাতৃ-পিতামহসকল খালে-ডোঙে পৰি আছে, গৃহস্থৰ মুখলৈ চাই যদি সিবিলাকে উদ্ধাৰ নেপায়, এই পাঁচজন ভকতৰ মুখলৈ চাই, সিবিলাকৰ আশীৰ্বাদত তেওঁলোকে উদ্ধাৰ পাব লাগে। লগতে ঘৰৰ গৃহস্থ-গৃহস্থনী ঘৰৰ-ঘৰোৱাহৰ সকলো ৰোগ ব্যাধি, দেউ মনিচৰ কুদৃষ্টি কাট গৈ, যি জ্ঞানীয়ে লাচৰ-লাবৰ দিয়ে, বনপাতে ঔষধ হৈ, নিলগৰ বিপদ

বিঘিনী নিলগতে দূৰ হৈ জল যেন চেচাঁ কৰি পৃথিৱী যেন শান্ত কৰি ৰাখিব লাগে। অ' হৰি, অ' ৰাম।

এনেকৈ আশীৰ্বাদ কৰাৰ পিছত গৰখীয়াসকলৰ এজনে দেৱতালৈ আগবঢ়োৱা লাড়ুৰে সৈতে আগনি কলপাতখন লৈ এজোপা বিৰিণাৰ তলত দিবলৈ নিব। লগৰ সকলে বেকনি একোডাল হাতত লৈ বাট ডোখৰত জেওৰা-জপনা, গছ-বাঁহও কোবাই যাব। পিছত এজোপা গছৰ তলত পাতখন দি ৰোগীৰ আৰোগ্য কামনা কৰি আশীৰ্বাদ দি পিছ ফিৰি নোচোৱাকৈ গুচি আহি লাড়ু খাবহি। (শ্ৰীচিকুন দেউৰীৰ পৰা। কহিগুৰি গাঁও)

## (১১৪) গা-খটা ঃ

পুৰণি কালত তিৱা আৰু কাৰ্বি উভয় সমাজতে ছোৱালীক বিয়া দিয়াৰ আগতে দৰাই ছোৱালীৰ ঘৰত সৰ্বাধিক এবছৰমানকাল গা-খাটি, ঘৰুৱা কাম-কাজ কৰি দিয়াৰ দস্তুৰ আছিল। ইয়াক সাময়িক গোভীয়া খটা বুলি ক'ব পাৰি। আজিকালি গা-খটা নিয়মৰ প্ৰচলন নোহোৱা হৈ আহিছে।

বিবাহৰ উপযুক্ত ছোৱালী থকা গৃহস্থৰ লগত ল'ৰাৰ ঘৰৰ অভিভাবক পিতৃ-মাতৃয়ে ছোৱালী খোজা-বঢ়া কৰে। দুয়োখন ঘৰৰ মতৰ সাপেক্ষে সম্বন্ধ স্থাপনত সন্মতি প্ৰকাশ কৰিলেই কন্যাৰ বাপেকে ল'ৰাক পঠাই দিবলৈ কৈ পঠাব। ল'ৰাই কন্যাৰ ঘৰত থাকি ঘৰখনৰ যাবতীয় কাম-কাজবোৰ কৰিব লাগে একেখন গৃহস্থৰে এজনৰ দৰে। তেওঁৰ সেঁৱা-শুশ্ৰূষাত অকণো ত্ৰুটি-বিচ্যুতি নকৰে। তেনেহ'লেও তেওঁক বিয়া দিবলগা ছোৱালীৰ লগত মুকলিমূৰীয়াকৈ কথাবাৰ্তা পতাৰ কৰ্তৃত্ব দিয়া নহয়। সাধাৰণ ভদ্ৰতাখিনি বজাই ৰাখি তামোল পাণ দিয়া, ভাতপানী দিয়া, বিচনা পত্ৰ আদিৰ ঠিকঠাক কৰি দিয়া কামকাজত সীমাবদ্ধ কথাবাৰ্তা হোৱাত আপত্তি নেথাকে। এইদৰেই এজন ল'ৰাৰ শাৰিৰীক সামৰ্থ্য লগতে ছোৱালীক ভৱিষ্যতে ভৰণ-পোষণ দিয়াত সমৰ্থ হ'বনে নহয় - তাৰে প্ৰমাণ চায়। ইও এটা বাছনি পৰীক্ষাৰ দৰে। কিন্তু ধনবান পৰিয়ালৰ ল'ৰা হ'লে সৰ্বাধিক সপ্তাহ-দহদিনমান আলহীৰ দৰেহে থাকি পিছত ৰীতিমতে ছোৱালী বিয়া কৰাই আনে। আজিকালি গা-খটা প্ৰথাৰ লোপ পাইছে আৰু তাৰ পৰিৱৰ্তে গা-ধন লোৱাৰ এটা পৰম্পৰা চলিছে। অৱশ্যে এই গা-ধন লোৱা ব্যৱস্থাটোক পোনপটীয়াকৈ গা-ধন লোৱা বুলিব নোৱাৰি। ১০১/- টকাৰ পৰা ৩০১/- টকালৈ দৰাপক্ষই কইনাপক্ষক ৰাইজমাননি ৰূপে দিবলগা হয়। এই ধন পিছে কইনাৰ ঘৰৰ পৰিৱৰ্তে গাঁৱৰ ৰাজহুৱা কোষলৈ যায়গৈ। সি যি কি নহওক - এটা সময়ত তিৱা ৮ মাজতো গা-

খটা প্ৰথাৰ প্ৰচলন থকাটো সঁচা।

## (১১৫) গাম খাৰু ঃ

মিৰি ওৰফে মিচিংসকলৰ গামে হাতত পিন্ধা খাৰু কেই গাম খাৰু বোলে। এই গামখাৰু তিনিসিৰীয়া। ইয়াক সোন আৰু ৰূপেৰে গঢ়োৱা হয়। ই সৌন্দৰ্য্যবৰ্দ্ধক হ'লেও পুৰণিকালত ইয়াক শত্ৰুৰ পৰা হ'ব পৰা আক্ৰমনৰ পৰা দুই হাত ৰক্ষা কৰা কবচৰ লেখিয়া আছিলা বুলিব পাৰি। এই গামখাৰু আজিকালি কইনাই বিয়াত পিন্ধে। গামখাৰুত বাখৰ পতাই অধিক আকৰ্ষনীয় কৰা দেখা যায়। বিহুনাচতো নাচনীয়ে গামখাৰু পিন্ধাটো এটা সংস্কৃতিত পৰিণত হৈছে।

## (১১৬) গামোচা ঃ

গা-মচা =গামোচা। যিখন বস্ত্ৰেৰে গা-মচে, তাকে গামোচা বোলে। ই গামোচাৰ সৰলীকৰণ উদাহৰণ। অসমৰ অসমীয়াই গামোচা ব্যৱহাৰ কৰাটো পূৰ্ব্বাপৰ দস্তুৰ। গামোচাৰ ব্যৱহাৰৰ ভিন্ন তাৎপৰ্য্যও নথকা নহয়। তিৱা লোকসকলৰ গামোচা বোৰ দীঘল আৰু বহল। ডিঙিত ওলোমাই ল'লে দুয়োটা আগ ককাল ছুৱৈগৈ। ইয়াক তিনিহতীয়া হিচাপে তিয়নি বা সলোৱা কাপোৰ ৰূপেও ব্যৱহাৰ কৰিব পাৰি।

গামোচা সাধাৰণতে দুয়োফালে পাৰি দিয়া, দুয়োমূৰে আঁচু দি এফালে ফুল বাচি দিয়ে। তিৱা সকলে সাধাৰণতে মূৰতহে বেছিভাগ গামোচা মাৰে। লগতে পানী গামোচা ৰূপে কঁকালতো বান্ধি লোৱাৰ দস্তুৰ আছে। বিভিন্ন সামাজিক কাজ-সকাম হ'লেহে ডিঙিত গামোচা খন লোৱা অভ্যাস তিৱা সকলৰ আছে। বাকী সময়ত গামোচা লৈ নুফুৰে। সন্মানৰ কাৰকৰূপে উপহাৰ দিবলৈ গামোচাৰ ব্যৱহাৰ হয়। শৰাই আদি ঢাকিবলৈ গামোচাৰ প্ৰয়োজন; ইয়াক বোৱাৰ ধৰণো সুকীয়া। গাঁৱৰ যুৱতীসকলে বিহুত নিজে তাঁতশালত বোৱা গামোচা উপহাৰ দি প্ৰিয়জনৰ প্ৰতি থকা ভালপোৱাৰ চানেকি ডাঙি ধৰে। তাৎপৰ্যপূৰ্ণ কথা এয়ে যে জনজাতি সকলৰ প্ৰত্যেকৰে গামোচাৰ বৈশিষ্ট্য আছে। গামোচাক লই আয়তী সকলে গোৱা বিয়ানাম এফাঁকি এনে ধৰণৰ —

'গা চাই গামোচা
আনাগৈ ঘুনুচা
ককাঁল চাই আনাগৈ ধুতিহে।'

## (১১৭) গুই চালনি ঃ

আঢ়ৈ বা তিনিবছুৰীয়া জাতিবাঁহৰ পাব কাটি, ফঁহিয়াই ধান-চাউল চলা

চালনী সজা হয়। গুইচালনীও সাধাৰণ ধান-চাউল চলা চালনিৰ লেখিয়াই। পিছে ইয়াৰ তমালবোৰ একেবাৰে সৰু। মোৰটোও চালনিৰ দৰে একে - দুদলীয়া। গুই চালনীৰ ফুটাবোৰ বৰ সৰু হ'ব লাগে আৰু তমাল ভালকৈ টাবি বব লাগে। গুইচালনি বোৱা কষ্টকৰ কাম, সময়ো লাগে। কৰাইগুৰি, পিঠাগুৰি আদি চালিবৰ বাবেহে গুইচালনিৰ প্ৰয়োজন। আজিকালি প্লাষ্টিকৰে তৈয়াৰী চালনিৰে আটা-ময়দা অথবা পিঠাগুৰি চলাটো অসমীয়া সমাজৰ দস্তুৰ হৈছে। গুইচালনী টাউনীয়া সমাজততো নায়েই পাবলৈ - আনকি গাঁৱলীয়া সমাজতো পাবলৈ নাই। আজিকালি কম দামতে পোৱা সহজলভ্য প্লাষ্টিকৰ চালনিয়ে গাঁওবোৰতো আধিপত্য বিস্তাৰ কৰিছে।

## ১১৮। গুলৈ ঃ

জাঁহি-জাবৰ গোট খাই পোত গ'লে তাৰ পৰা এবিধ গেচ উৎপন্ন হয় — এই গেচৰ নাম মাৰ্ছ গেচ। এই গেচ বৰ পাতল আৰু বতাহৰ সংস্পৰ্শ পালেই জ্বলি উঠে। ইয়াৰ জুইকুৰা নীলা। অতিশয় পাতল হোৱা বাবে ই সামান্য বতাহতে লৰচৰ কৰে। বতাহ নেপালে ই একেঠাইতে জ্বলি থাকে।

অসমীয়া মানুহৰ বিশ্বাস যে গুলৈ বা ধনগুলৈ এবিধ অপদেৱতা। কোনো মানুহে জীৱনকালত আৰ্জিত ধন মাটিত পুতি থৈ কাকো জনাব নোৱাৰি মৃত্যু হ'লে মৰাৰ পিছত ভূত হৈ সেই ধন ৰখি থাকে বুলি বিশ্বাস। ইয়াকে ধনগুলৈ বোলে আৰু মানুহে ইয়াক ভয়ো কৰে। কিন্তু ধনৰ লুভীয়া মানুহে সেইধন আহৰণৰ বাবে গৈ মৃত্যুমুখত পৰা কথাও শুনা যায়। ইয়াৰ কাৰণ, ৰাতি ধনগুলৈয়ে মানুহ খেদে বুলি থকা অন্ধবিশ্বাস। ওপৰত কোৱা হৈছে গুলৈৰ গেচ অতি পাতল বুলি। ধনগুলৈৰ গেছ জ্বলি থাকিলে কোনো মানুহ ওচৰলৈ গ'লে, মানুহৰ শৰীৰৰ বা লাগি লৰচৰ কৰে। তাতে ভয় পাই মানুহে বেগাই গুছি আহিলে শৰীৰৰ বতাহৰ বেগত মানুহৰ পিছে পিছে গুছি আহে। ইয়াকে ধনগুলৈয়ে খেদা বুলি ভয়ত হৃৎপিণ্ড বন্ধ হৈ মানুহ মৃত্যুমুখত পৰে। ভয়ত শ্বাস কষ্ট হোৱা বাবে নাকে-মুখে আঁচুৰি মৃত্যুবৰণ কৰা লোকক দেখিলে মানুহে ভূতে আঁচুৰি-বাকুহি মাৰিলে বুলি বিশ্বাস কৰে।

## ১১৯। গুণ লোৱা ঃ

পঘা, এবাল, নাকী, গলজোঁট আদি বটিবলৈ মৰাপাটৰ সূত পকাই লোৱাকে গুণ লোৱা বোলে। মৰাপাটৰ গুণ লোৱা ব্যৱস্থাটো ব্যাপকভাৱে চলে বহাগ বিহুৰ আগত — চ'ত মাহৰ পৰাই। বহাগ বিহুলৈ দহ-পোন্ধৰ দিনমান থাকোঁতেই প্ৰতিঘৰ

গৃহস্থই গৰু-গাই, ম'হ-ছাগলীৰ বাবে, প্ৰত্যেকৰ বাবে তিনিডালকৈ পঘা বা নাকী, এৰাল, গলজোট, গলপতা আদি বটিবলৈ লয়। পঘা বটিবলৈ পৰিস্কাৰ মৰাপাটৰ মুঠি লই গুৰিটো ভালদৰে কোৱাই খৰচীয়াবোৰ নোহোৱা কৰি লয়, অথবা সেইখিনি কাটি পেলায়। মুঠিটো কোনো খুটা বা গছত বান্ধি জোখ অনুপাতে লই সূত টানি আনি পকায়। পঘাত বটিবৰ বাবে তৰাগছৰ পাতৰ বখুৱা গুছাই তাৰপৰা সৰু সৰু সূত উলিয়াই ৰাখে। মৰাপাটৰ সূতবোৰ পকাই যাওঁতে — তৰাগছৰ বাকলিৰ সূতো তাত সংযোগ কৰি পকাই যায়। ইয়াকে মৰাপাট গুণিওৱা বোলে বা গুণ লোৱা বোলে। গুণ লোৱা যিমানে মিহি হ'ব পঘা, নাকী বা এৰাল সিমানে সল্‌সলীয়া আৰু ধুনীয়া হ'ব। দুটুকুৰা বাঁহ ইংৰাজী এক্স (X) আখৰটোৰ দৰে বান্ধি অথবা জাতি বাঁহৰ পাবৰ দুয়োমূৰে গাঁঠি ৰাখি, তাতকৈ চাৰি আঙুলমান দুয়ো মূৰে দীঘলকৈ ৰাখি মাজত ফাঁক কৰি খাঁজ কাটি তাতে গুণিওৱা মৰাপাট মেৰিয়াই ৰখা হয়। এনেকৈ ৰাখিলে পঘা বা এৰাল বটিবলৈ সহজ হয়।

## ১২০। গিয়াতি ঃ

তিৱা সমাজত গিয়াতিৰ স্থান যথেষ্ট গুৰুত্বপূৰ্ণ। জীৱনৰ তিনিটা ঢাপৰ ভিতৰত অৰ্থাৎ জন্ম, বিবাহ আৰু মৃত্যুৰ ক্ষেত্ৰত — শেহতীয়া ঢাপ হিচাপে জনাজাত মৃত্যুৰ সময়ত জ্ঞাতিৰ প্ৰয়োজন অপৰিহাৰ্য। গিয়াতি শব্দই সম্বন্ধীয় বা মিতিৰ কুটুম অৰ্থ কৰা নাই। গিয়াতিৰ ক্ষেত্ৰত অসমীয়া সমাজত প্ৰচলিত প্ৰবাদটি এনেধৰণৰ —

ৰাইজেই ৰজা/জ্ঞাতিয়েই গঙ্গা। — এই আপ্ত বাক্যষাৰীৰ গুৰুত্ব তিৱা সমাজত বিদ্যমান। তিৱা সকলৰ কোনো গৃহস্থৰ ব্যক্তিগত সকাম, তেওঁৰ নিজা সকাম নহৈ একোখন খেলৰ ৰাজহুৱা সকাম ৰূপে গণ্য হয়। সেয়েহে এই সকামত ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, বোৱাৰী-জীয়াৰী সকলোৱে নিজা কাম বুলি ভাবি খেলৰ বৰজেলাৰ নিৰ্দেশত হাতে কামে লাগি সহায় কৰে। সেইবাবে ৰাইজক ৰজাৰ দৰে শক্তিশালী বুলি গণ্য কৰা হয়। লালুঙৰ গিয়াতিজন বিশেষ কিছু কুলৰ পৰাহে হ'ব পাৰে। তিৱাৰ ৰজাঘৰীয়া পাঁচোটা কুল যেন — ফাংচ', হুকাই, মুনিৱালি আদি কুলে মৰাসজাত গিয়াতি নিদিয়ে। উক্ত কুলসমূহৰ মৃতকৰ গিয়াতি বেলেগ কুলৰ পৰা ল'ব লাগে। যিহেতু তেওঁলোকে অন্য কুলৰ মৃতকৰ গিয়াতি নহয় আৰু হ'বও নোৱাৰে সেইবাবে বছৰত এবাৰ খেলক মাতি এধাৰ মদ আগবঢ়াব লাগে। গিয়াতিয়ে গঙ্গা বোলাৰ কাৰণ হ'ল — গঙ্গা পবিত্ৰ নদী। গঙ্গাৰ স্পৰ্শত শৰীৰ আৰু মন পবিত্ৰ হয়। গঙ্গাই জীৱ দেহক গ্ৰহণ কৰে — আশ্ৰয় দিয়ে। আগতে মানুহে বিশ্বাস

কৰিছিল — মৰাৰ পিছত শবটো গঙ্গাত উটুৱাই দিলে মৃতকৰ আত্মা স্বৰ্গগামী হয়। সেইবাবে অজনজাতি হিন্দুসকলে মৃতকৰ অস্থি গঙ্গাত লগায়গৈ। তিৱাসকলৰ গঙ্গা হ'ল গিয়াতি দুগৰাকী। এগৰাকী গিয়াতি পুৰুষ আৰু অন্যগৰাকী মহিলা। মাহ-হালধি, মথা, গান্ধ বিৰিণা বটি তাৰে মৃতকৰ গা-ধুওৱা, কণী, বেঙেনা আৰু আৰৈ চাউলৰে মলা চৰুত ভাত ৰান্ধি মৃতকক ভাত কটিওৱা, মৰিশালিলৈ পানীৰ কলহ নিয়া লগতে মৃতকৰ আত্মাই বৈতৰণী পাৰ হ'বলৈ সাঁকোৰ দৰে পাকৰিৰ পৰা ডোখৰ ডোখৰকৈ এঁৰা সূতা ছিঙি আগে আগে পাৰি যোৱা কাম হ'ল মহিলা গিয়াতিৰ। পুৰুষ গিয়াতিয়ে মৃতকৰ ভাত কটিওৱা, কুমাৰ-কুমাৰণীৰ পাতখন মৰিশালীৰ উত্তৰ দিশত স্থাপন কৰা, মৃতকৰ শৱ-দ'ল স্থাপনৰ আছুল ঠাইখিনি কণীমাৰি বাছি উলিওৱাৰ পিছত শৱদাহণ শেষ নকৰালৈকে তেওঁৰ দায়িত্ব। ইয়াৰ পিছত শ্ৰাদ্ধ বা কৰমৰ বেলিকা, কৰম কৰোঁতাসকলৰ মূৰ খুৰাই দিয়া কাম পুৰুষ গিয়াতিৰ। শ্ৰাদ্ধৰ ভাত-আঞ্জা ৰান্ধি হ'লে, বৰঘৰত আগলি কলপাত পাৰি প্ৰথমেই মহিলা গিয়াতিয়ে মৃতকলৈ ভাত আঞ্জা আগবঢ়াই দিয়া নিয়ম। ইয়াৰ পিছত পুৰুষ গিয়াতিয়ে ভাত পানী আগবঢ়োৱাৰ পিছতহে মৃতকৰ আত্মীয়সকলে পিণ্ডদান কৰি সেঁৱা-সৎকাৰ কৰা নিয়ম। পিণ্ডদান শেষ হ'লে পুৰুষ গিয়াতিয়ে লগত এজন বা দুজন মানুহ লগত লৈ মৰিশালিৰ ওচৰৰ এজোপা বিৰিখৰ তলত পিণ্ডভাগ দি আহে? তাৰ পিছতহে ৰাইজে ভোজন কৰা নিয়ম।

শ্ৰাদ্ধৰ ৰন্ধা-বঢ়া হোৱাৰ আগমুহূৰ্ত্তলৈকে বৰঘৰৰ চোতালত চক্ৰাকাৰে বহি লাউপানী খাই খেল সমজুৱাৰ অন্যান্য লেঠা-লুঠলিবোৰ ভাঙে। সমজুৱাক এইদৰে বহিবলৈ দিওঁতে খেলৰ বৰজেলাৰ বাওঁহাতে গিয়াতিজনক বহিবলৈ দিয়ে। তেওঁৰ সন্মুখত এখন আগলি কলপাতত এডাৰণ মদ, কলপাতেৰে ঢাকি দিয়ে। তেওঁ তাৰ পৰাহে লাউপানী খাব পাৰিব। বাকী ৰাইজক বেলেগ লাউপানী দিব। তেওঁ ব্যৱহাৰ কৰা থোলাটো নাওঁখনৰ লেখিয়া নহয় — সৰু ডুলি এটাৰ নিচিনা। ইয়াক কলগছৰ সৰু সৰু বখুৱা কাটি ধুনীয়াকৈ বৈ মাজেৰে দুডাল অলপ মজলীয়া বাঁহৰ শলা সুমুৱাই দিয়া হয়, যাতে দুই হাতেৰে ধৰি দাঙি লাউপানী খাব পাৰে। শৰাই অথবা আগলি কলপাতত এথোক তামোল, পান পাঁচ গুছি ৰাখে, এয়া গিয়াতিজনৰ বিশেষ সন্মান। ভাত-আঞ্জা আগবঢ়োৱাৰ আগমুহূৰ্ত্ততে গৃহস্থই গিয়াতি দুগৰাকীক বস্ত্ৰ আৰু টকাৰে মাননি আগবঢ়ায়। ভাত দিওঁতেও প্ৰথমেই গিয়াতিজনক দি — পিছত খেলক বৰজেলাৰ পৰা সোঁৱে-বাঁৱে দুজনে অন্যসকলক ভাত-আঞ্জা দি যায়। এয়াই নিয়ম। খেলৰ বৰজেলা হ'লেও তেওঁক প্ৰথম সন্মানটো দিয়া নহয়। ৰাইজে খোৱা-বোৱা কৰাৰ পিছত গিয়াতি দুগৰাকীয়ে তুলাত মিঠাতে ল লই খেল

আৰু গৃহস্থৰ পুৰুষ মহিলা সকলৰ হাতে হাতে তুলা চেপি দুই তিনি টোপালমানকৈ তেল দিয়ে। ইয়াক চেলেকি খাব লাগে। ইয়াৰ পিছত গিয়াতিৰ লগত গৃহস্থই "চুন-পান ছিৰা" কামফেৰা সমাধা কৰিলেই গিয়াতিৰ কৰ্ত্তব্য শেষ হয়।

## ১২১। গেনালগা পদ্ধতি ঃ

গেনা শব্দে কোনো কাম গহৰি কৰি পেলাই থোৱা বুজায়। ইয়াকে তুলি থোৱা প্ৰথা বোলে। তিৱাসকলৰ এটা পূৰ্বাপৰ নিয়ম আছে যে, সন্তানসকলৰ অশৌচ আৰু মৃতকৰ শ্ৰাদ্ধ তৎকালীনভাবে কেতিয়াও নকৰে। মানুহ ঘৰ আৰ্থিক দিশত যিমানেই স্বচ্ছল নহওঁক লাগিলে — এটি সন্তানৰ জন্ম হ'লে তাৰ অশৌচীয়া সকাম নেপাতে। বৰং পোৱাতি বাহিৰ উলিওৱা কামফেৰা কৰিয়েই থয়। সেইদৰে, কোনো খুটা বা বংশৰ এজন ব্যক্তিৰ মৃত্যু হ'লে তিনিদিনত খাৰ-মাছ চুৱা কাম ফেৰা কৰি শ্ৰাদ্ধ নেপাতে। যেতিয়া দহ-বাৰজনমান ল'ৰা-ছোৱালীৰ জন্ম নহয় অথবা দহ-বাৰজন ব্যক্তিৰ মৃত্যু নহয় তেতিয়ালৈকে শ্ৰাদ্ধ বা কৰমো নেপাতে। এইদৰে পেলাই থোৱা ব্যৱস্থাকে তুলি থোৱা প্ৰথা বোলে। এই তুলি থোৱা পদ্ধতিকে গেনা বোলে। আজিকালি তিৱাসকলেও তিনিদিনত তিলনি, দহদিনত দহা কাৰ্য্য আৰু এঘাৰ দিন বা এমাহত শ্ৰাদ্ধ কৰা হৈছে। ই অজনজাতি অসমীয়া সংস্কৃতিৰ প্ৰভাৱ।

## ১২২। গোভা ৰাজ্য ঃ

কিলিং নদীক গোভা নদী বোলে। এই নদীৰ পাৰতে অৱস্থিত লালুংসকলৰ সকলোতকৈ ডাঙৰ আৰু পুৰণি ৰাজ্যখনৰ নামেই হ'ল গোভা। গোভা ৰাজ্যৰ লগত ডিমৰুৱা আৰু জয়ন্তা ৰাজ্যৰ সম্পৰ্ক বৰ ওচৰা-ওচৰি আৰু প্ৰাচীন। ঐতিহাসিক কালছোৱাতো আহোম আৰু জয়ন্তা ৰাজ্যৰ মাজত গোভাই এখন সংযোগী ৰাজ্য হিচাপে কাম কৰিবলগীয়া হৈছিল। আহোম ৰাজত্বৰ কালছোৱাত আৰু বৃটিছে গোভা দখল নকৰালৈকে ই এখন স্বতন্ত্ৰ ৰাজ্য হিচাপে আছিল। ১৮৩৬ চনত গোভা ৰজা ছত্ৰসিঙে চাৰিজন বৃটিছ বিষয়াক কালী মন্দিৰত বলি দিয়া হেতু বৃটিছে গোভাৰাজ্য আক্ৰমণ কৰি দখল কৰে আৰু বৃটিছ শাসনৰ অন্তৰ্ভুক্ত কৰে। গোভাৰজা আৰু ৰাজ্যৰ বিষয়ে তলৰ জনশ্ৰুতিটো তিৱা সমাজত প্ৰচলিত।

কাৰ্বি আংলং ওৰফে মিকিৰপাহাৰ জিলাৰ দক্ষিণ প্ৰান্তত মৰামুজি পাহাৰত থিন্‌মখ্‌লং নামে তিনিফালে পাহাৰেৰে বেষ্টিত এটি গভীৰ হ্ৰদত জয়ন্তা-গোভা আৰু ডিমৰুৱা ৰজাৰ জন্ম হয়। কোনো কোনোৰ মতে জয়ন্তা, খৈৰাম, গোভা আৰু ডিমৰুৱা চাৰিজনৰ জন্ম হয়। জনশ্ৰুতি মতে জয়ন্তা খৈৰাম ৰজা শিলৰ পৰা,

গোভাৰজা মালি মাছৰ পেটৰ পৰা আৰু ডিমৰুৱা ৰজা আঁৰি মাছৰ পেটৰ পৰা জন্ম হয়। গোভাৰজাৰ পৰিয়ালে মালি মাছ আৰু ডিমৰুৱা ৰজাৰ পৰিয়ালে আৰি মাছ নোখোৱাৰ কিংবদন্তি বোধ কৰো এইবাবেই চলি আহিছে। এটা সময়ত বৰ ভাই জয়ন্তা ৰজাক ডিমৰুৱা আৰু গোভা ৰজাই কলে যে তেওঁলোকে ইষ্টদেৱতাক পূঁজিবৰ বাবে নিৰিবিলি স্থান বিচাৰি যাত্ৰা কৰিব। সেইমতে দুয়ো একেলগে যাত্ৰা কৰি আহি গোভাৰজাই পাহাৰেৰে বেষ্টিত নিৰিবিলি ঠাই আৰু এখন বোৰতী নদী দেখি তাতে জঙঘল কাটি বাসৰ উপযোগী স্থান উলিয়াই ল'লে। পাহাৰৰ ভিতৰৰ নিৰ্জন স্থানত ইষ্টদেউ মহাদেৱৰ থান পাতিলে। ডিমৰুৱা ৰজাই ভায়েকক এৰি পশ্চিমলৈ আগবাঢ়ি পাহাৰৰ দাঁতিত এজোপা ডিমৰু গছৰ তলত জিৰণি লই — পাহাৰৰ দাঁতি কাষৰতে বাসৰ উপযোগী স্থান নিৰ্বাচন কৰিলে। পৰ্বতৰ কুৰুঙত ইষ্টদেউ পূজাৰ বাবে ৰাজ্যক ঘোপা-গোপা-গোভা কোৱা হ'ল। ডিমৰু গছৰ তলত জিৰাই, ডিমৰু গছৰ গুটি খাই ভোক গুছোৱা বাবে ডিমৰুৱা ৰজা নাম পালে হেনো। গোভা ৰজাই বৰ ককাই জয়ন্তা ৰজাৰ লগত সৰ্বকাল মিত্ৰ আৰু ভাইৰাজা ৰূপে নিজৰ দায়িত্ব পালন কৰি থাকিল। ১৫৬৮ খৃষ্টাব্দত চিলাৰায় দেৱানে টৌমাৰা পাহাৰত সৈন্য শিবিৰ পাতি ডিমৰুৱা জয় কৰে আৰু গোভা আক্ৰমণ কৰি ৰজা পান্তেশ্বৰক বন্দী কৰে। পিছত কোঁচৰজাৰ মিত্ৰ ৰাজ্য ৰূপে স্বীকৃতি দিয়ে।

গোভাৰাজ্যৰ মাৰ্কাংকুছিত এটা সময়লৈকে নৰবলি প্ৰথাৰ প্ৰচলন আছিল। ৰজা ছত্ৰসিঙৰ কথা ওপৰত উল্লেখ কৰা হৈছে। জনশ্ৰুতি মতে — পুৰণিকালত গোভাত নৰবলি চলিছিল। ৰজাৰ সৈন্যই বাটেদি যোৱা মানুহক "শিকিয়া নে বাংকা" — এই বুলি সোধে। বাংকা বুলি ক'লে ধৰি নি বলি সজায়গৈ। এবাৰ ৰাজপৰিয়ালৰ এজন কোঁৱৰক গোঁসাবীৰ ওচৰত বলি দিবলৈ ধৰি লৈ গ'ল। কোঁৱৰজনে গোভাৰজাক সাক্ষাৎকৰাৰ বাবে বৰকৈ কাকুতি-মিনতি কৰিছিল যদিও — গোভাৰজা থানলৈ গৈ ল'ৰাটোৰ কথা শুনাৰ ইচ্ছা নকৰিলে। তাতে ক্ৰুদ্ধ হৈ ৰাজকোঁৱৰে অভিশাপ দিলে — যিদিনাই গোভাৰজা আৰু পৰিয়ালে এই থানত উপস্থিত হ'ব, তেতিয়াই তেওঁৰ মূৰ ছিগি মাটিত পৰিব। তেতিয়াৰ পৰাই গোভাৰজা মাৰ্কাংকুছিৰ থানত উপস্থিত নহয়। এই পৰম্পৰা আজিও পালন কৰি আহিছে। মধ্য অসমৰ ১৯ খন পোৱালী ৰাজ্যৰ ভিতৰত ১৬ খনেই তিৱাসকলৰ। ডিমৰুৱাৰ ৰজা প্ৰথমে লালুং আছিল যদিও পিছলৈ বেপং ৰজাৰ দিনৰে পৰা কাৰ্বিসকলহে ৰজা হয়। প্ৰান্তীয় ৰাজ্য কেইখনৰ ভিতৰত গোভাই লেখত ল'বলগীয়া।

## ১২৩। গৈদ (বংশলতা) ঃ

কোনো এটা কুল বা বংশৰ পুৰুষানুক্ৰমিক পঞ্জীক গৈদ বোলে। অথবা বংশ পৰম্পৰাৰ লিখিত চৰিত্ৰ পুথিকে গৈদ বোলে। ইতিহাস আৰু গৈদৰ মাজত পাৰ্থক্য আছে। মধ্য অসমৰ সাতোৰজা আৰু পাঁচোৰজা সকলৰ বংশ পৰম্পৰাৰ ক্ৰমপঞ্জীক গৈদ বুলি কয়। ইয়াৰে ভিত্তিত বঘৰা ৰাজবংশাবলী গৈদ, কুমৈ ৰাজবংশাবলী গৈদ, বাৰপূজীয়া ৰাজবংশাবলী গৈদ আদি ইয়াৰ উদাহৰণ। লালুঙৰ গৈদ কথা কওঁ অথবা কোঁচৰ গৈদ কথা কওঁ বুলি ক'লে — লালুং বা কোঁচসকলৰ উৎপত্তি, ক্ৰমবিকাশ, সাংস্কৃতিক কাম-কাজ, ধৰ্ম্ম-সামাজিক বিশ্বাস আদিকেই সামৰে। চমুকৈ বুৰঞ্জীৰ অন্য এক সংস্কৰণেই হ'ল গৈদ।

## ১২৪। ঘৰ ঃ

তিৱা ভাষাত ঘৰক 'নো' বোলে। উত্তৰ-পূৰ্বাঞ্চলৰ ভৌগোলিক পৰিবেশৰ লগত খাপ খুৱাই চলিবৰ বাবে লগতে ধুমুহা বৰষুণৰ পৰা ৰক্ষা পাবৰ বাবে দুচলীয়া চালৰ ঘৰৰ উদ্ভাৱনকাৰী নগাসকল বুলি আমি যুক্তি দৰ্শাইছিলো — "তিৱাসকলৰ চামাদি (ডেকাচাং) অনুষ্ঠান ঃ এটি বিশ্লেষণাত্মক অধ্যয়ণ" নামৰ ক্ষুদ্ৰ গৱেষণামূলক গ্ৰন্থখনিত। এই দুচলীয়া ঘৰৰ প্ৰচলন পিছলৈ ভৈয়াম অঞ্চলত প্ৰৱৰ্ত্তন হয় বুলি ক'ব পাৰি। এই ঘৰৰ প্ৰয়োজনীয় দ্ৰব্যবোৰ বাঁহ, কাঠ, বেত আৰু ঢেকীয়া লতি আদিৰ পৰাই সাজি লোৱা হৈছিল। এটা বাঁহ-কাঠৰ ঘৰ সাজিবলৈ খুটাৰ প্ৰয়োজন — মুধ, কুম আৰু পানী পোছাৰ। পানী পোছা বা লাইখুটা কাঠৰ দি ঘৰ মজবুত কৰি সাজিব পাৰি। মাৰলিও তিনিডাল — মুধ, কুম আৰু পানী পোছাৰ। দমৰা — মুধ আৰু কুমত প্ৰয়োজন। চটি — এপোলিয়া ঘৰত দুটা চটিৰ প্ৰয়োজন। চটি দিলে দমৰা নেলাগে। ঘৰৰ চালৰ বাবে ৰুৱা, কামি, সৰা আৰু জেঠী বা জিলি কাঠিৰ প্ৰয়োজন। ঘৰ চাবৰ বাবে কুমলীয়া বাঁহৰ পাব কাটি ফঁহিয়াই তমাল তুলি ৰাখি, জোঙাই লোৱা হয়। চাল বান্ধিবৰ বাবে বেতৰ সূত আৰু ঢেকীয়ালতি ব্যৱহাৰ কৰা হৈছিল। আজিকালি চাল আৰু মাৰলি সামৰি হাতী সাঙোৰা, ঝুমুৰ আৰু গঠিয়া ঝুমুৰ বান্ধ দিবলৈ মৰাপাটৰ ৰচীৰ প্ৰয়োজন বা ব্যৱহাৰ কৰে। মৰাপাট বা নাৰিকলৰ বাকলিৰ দ্বাৰা পকোৱা চুটলীও ব্যৱহাৰ কৰা হয়। ঘৰৰ চালৰ ৰুৱাৰ বাবে আগতে জাতি আৰু ভলুকা বাঁহৰ আগবোৰ সম জোখত কাটি ইয়াক সৰা আৰু জেঠি বা জিলি কাঠিৰে বৈ বা গাথি পেলোৱা হয়। সৰা আৰু জিলি কাঠিৰে ৰুৱা গাঁথিলে — পিছত নেবান্ধিলেও সোলোক-ঢোলোক নহয়। আজিকালি জাতি বাঁহৰ পৰাই ৰুৱা ফালি, চাঁচি লোৱা দস্তুৰ তলি আহিছে।

বেৰৰ কাৰণে ইকৰা, বটা আৰু বাঁহৰ চোঁচলি চাঁচি বই লগাইছিল। খবুৰা, কুকুৰখুটি, গোৰ্‌বাং আদিৰ প্ৰয়োজন। দ' গাত খান্দিবৰ বাবে বাঁহৰ আগলিৰ পৰা ছয়-সাত ফুট দীঘল গোটা বাঁহৰ টুকুৰা কাটি, তাক এহাতমান দীঘল কৰি কেইবা ছটাকৈ ফালি, চাঁচি জোঙাই লোৱা হয়। ইয়াৰে দ' গাতৰ পৰা মাটি খান্দি অনা হয়। ইয়াক থেৰেকাবাৰী বোলে। ৰ'দ-বৰষুণ, ঘৰচীয়া বা বনৰীয়া জীব-জন্তুৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাবলৈ লগতে পাৰিবাৰিক গোপনীয়তা ৰক্ষা কৰিবলৈকে -- গুহাৰ পৰিবৰ্তে উন্নতমানৰ ঘৰ তৈয়াৰ কৰি লৈছিল। ঘৰ উদ্ভাৱনেই সভ্যতাৰ প্ৰথম সোপান আৰু কৃষি উদ্ভাৱন উন্নত সভ্যতাৰ প্ৰতীক আছিল।

## ১২৫। ঘৰ বুঢ়া বা ঘৰজেলা ঃ

ঈশ্বৰৰ সেঁৱা-পূজা ভাগ কৰাৰ ক্ষেত্ৰত তিৱা বা লালুং সমাজত এষাৰ কথাৰ প্ৰচলন আছে বোলে -- "হেন্দুৰ নামঘৰ, লালুঙৰ বৰঘৰ"। হিন্দু বৈষ্ণৱধৰ্মী লোকসকলে সিবিলাকৰ ঈশ্বৰৰ সেঁৱা পূজা নামঘৰত কৰে। তিৱাসকলৰ ঈশ্বৰ সেৱাৰ থান হ'ল বৰঘৰ। এখন গৃহস্থৰ ঘৰ সজাৰ কাম আৰম্ভ নৌকৰোতেই, তেওঁলোকে ঘৰদেউ পূজাৰ সেৱাৰ স্থান বৰঘৰটোহে প্ৰথমে সাজি লয়। ই ব্যক্তিগত গৃহস্থৰ ক্ষেত্ৰত প্ৰযোজ্য। নামঘৰত যিদৰে মেধি, নামলগোৱা, গায়ন-বায়ন, সূত্ৰধাৰ, নামঘৰীয়া, দেউৰী, খনিকৰ আদি বিষয়ববীয়া থাকে, ঠিক সেইদৰে বৰঘৰৰ সেৱা-পূজা চলাবলৈকো ঘৰবুঢ়া বা ঘৰজেলা, চা-জেলা বা সৰু জেলা, গিয়াতি, হাৰী কুঁৱৰী, দেউৰী আদি বিষয়ববীয়া থাকে। পাহাৰীয়া লালুঙসকলৰ সেৱা পূজা কৰা মুৰব্বীজনক লৰ' বোলে।

থলুৱা তিৱাসকলৰ জেলা তিনি প্ৰকাৰৰ। যিসকল জেলাই এটা কুল বা বংশৰ বৰঘৰত তেওঁলোকৰ সেৱা পূজাৰ কামখনি চলাই থাকে, তেওঁলোকক ঘৰবুঢ়া বা ঘৰজেলা বোলে। কেইবাটাও বংশৰ মানুহৰ ঐক্যবদ্ধ অৱস্থাত এখন খেল হয়। সেইখন খেলৰ মাজত যিজন সেৱা পূজা আৰু অন্যান্য সামাজিক কাম-কাজত লালুংসকলৰ পূৰ্বাপৰ নীতি-নিয়ম আৰু পৰম্পৰা ভালদৰে জানে, তেনে ব্যক্তিক বৰজেলা নিৰ্বাচন কৰি বোলা হয়। বৰজেলাৰ স্থান পূৰাবলৈ চখা জেলাৰূপে মধ্যম স্থানৰ জেলাকো নিৰ্বাচন কৰি লয় ৰাইজে। এখন গাঁৱত দুটাৰ পৰা তিনিটালৈকে খেল থাকিব পাৰে। সেই অনুপাতে বৰজেলা নিৰ্বাচন কৰি ৰাখে। কৰম, অশৌচ, বিয়া, খোৱা-খুউৱা আদিত গৃহস্থৰ ফালৰ পৰা বা কুল বা বংশৰ ফালৰ পৰা ঘৰবুঢ়া বা ঘৰ জেলাই জেলাৰ কাম কৰে। অন্যথা অন্য ঘৰজেলা মাতি আনি কামফেৰা চলাবলৈ দায়িত্ব অৰ্পণ কৰিব লাগে। এনেকুৱা

কাম সাধাৰণতে নকৰে। বংশৰ বয়োজ্যেষ্ঠ ব্যক্তি হ'লেই ঘৰজেলা হ'বলৈ নোৱাৰে। ঘৰজেলা পুৰুষানুক্ৰমিক হয় আৰু সেৱা পূজাৰ নীতি-নিয়ম জনা হ'ব লাগে। যদিহে ঘৰজেলাৰ মৃত্যুৰ পিছত তেওঁৰ উত্তৰাধিকাৰীয়ে ঘৰজেলাৰ দায়িত্ব ল'ব নোখোজে বা নীতি নিয়মৰ বিষয়ে নেজানে, তেতিয়াহে বংশৰ মানুহ একগোট হৈ ৰৰঘৰৰ আচাৰ নীতি জনা এজন বয়সস্থ ব্যক্তিক ঘৰজেলা নিৰ্বাচন কৰে। ঘৰজেলা নিৰ্বাচনত বংশৰ মানুহৰ লগতে খেলৰ ৰৰজেলা আৰু অন্যান্য কুলৰ ৰৰজেলা, চা-জেলাসকলকো ৰৰঘৰলৈ মাতি আনে। ঘৰজেলা পাতিব লগা ব্যক্তিজনক নোৱাই-ধুৱাই, ঘৰদেউৰ থাপনাৰ আগত তামোল-পানৰ বঁটা দি সেৱা-সৎকাৰ কৰাই পূৰ্বাপৰ নীতি-নিয়মৰ কথা বিৱৰি কয়। ইষ্টদেৱতাক স্তুতি কৰোতেই পূৰ্বাপৰ নীতি-নিয়মৰ কথা বিৱৰি কয়। তুতি মন্ত্ৰত দেওপিতৃ সকলে দি যোৱা সেৱা পূজাৰ পৰম্পৰাৰ কথা কিদৰেনো উল্লেখ হৈছে ফাংচ' কুলৰ জেলাগাবিৰ মুখেৰে শুনা যাওঁক। – "আ ৰাম ঈশ্বৰ প্ৰভু, ঘৰদেউ-ঘৰ গোঁসানী পিতৃ-মাতৃ, জেলা ডাঙৰীয়া গুৰু। বোলে - কি কিওঁ কি থওঁ মনে নেপাওঁ গুনি, যি বস্তু দিব লাগে সমস্তে আপুনি।" হে মোৰ প্ৰভু দেউ পিতৃসকল মোৰ চাতোকুল-বাৰেকুলৰ উপৰিপুৰুষসকল খাৰু খাৰু জেলা, খাৰু খাৰু বুঢ়া, দঁতাল ছিঙাল চলি গৈছে। সিবিলাকে সেৱা-পূজাৰ নীতি দিছে, নিয়ম দিষে, ভাগে ভাগে পূজা-সেৱাৰ বিধান দি থৈ গৈছে। আমি হ'লো পথালি চকুৱা নৰমনিচ, বোলে খোজে প্ৰতি অপৰাধ। তাৰে কোনোটো আগ হৈছে, কোনোটো পিছ হৈছে, দিয়াতহে দিয়া নাই, নিদিয়াতহে দিয়া হৈছে – এই সকলোবোৰ অজান দোষ ত্ৰুটি মাৰ্জনা কৰিব লাগে। বোলে "ৰজা ৰাইজৰো বিহু, দুখীয়া আপামৰো বিহু। আজিৰ এই বছেৰেকৰ বিহুত কেৰ্কেটুৱাই খোৱা তামোল, মকৰাই ছাতা পান, পিঠা-পনা আৰু এধাৰ অমৃত আগবঢ়োৱা হৈছে। তাতে সন্তুষ্ট হই মোৰ দেউপিতৃসকলে আপোনাৰহে নোৱা, আপোনাৰহে জুৱা, আপোনাৰহে গো-গাই, নালি-পুলি, সবাৰো কুশল কৰি, নিলগৰ টৌ-বজাৰ নিলগতে দূৰ কৰি, জল যেন চেঁচা কৰি পৃথিবী যেন শান্ত কৰি, ছত্ৰৰ ছাঁ দি ৰাখিব লাগে। আৰু ধনে-ধানে উভৈনদী কৰি জয়জয় ময়ময় কৰি ৰাখিব লাগে ঐ মোৰ ফা-মাহাদেউ, হে আই কালিখা কামাইখা, ঐ মোৰ প্ৰভু ৰামচন্দ্ৰ জেলাগাবি।" ইত্যাদি।

ঘৰজেলা বিবাহিত ব্যক্তি হবই লাগিব। আৰু দেৱতাৰ সেৱা-পূজাৰ নীতি-নিয়ম জানিবই লাগিব। তেওঁ মৃতকৰ শব কান্ধত ল'ব নেপায়। গিয়াতিৰ কামো কৰিব নেপায়। সচঙৰ (ৰাতি সেঁৱা) সাধাৰণ ভকত হ'লেও, মুখ্য ভকত হ'ব নোৱাৰে। য'তে ত'তে খোৱা-পিয়া আৰু চলা-ফিৰা কৰাতো বাধা আছে। কেকোঁৰা, কুচিয়া, বাঙি মাছ, কাছ আদি খাব নোৱাৰে – লগতে খঁৰেবুৰী, খথলাপ আদি

খোৱা নিষেধ, কাৰণ এইবোৰ বিকৃত জীৱ। কোনো কোনো ফুলৰ জেলাই আকৌ কোমোৰা নেখায়, আনকি কোমোৰা বগোৱা ঘৰৰ ভিতৰতো নোসোমায়। অশৌচ, বিয়া, শ্ৰাদ্ধ, ন-জনীয়া সেঁৱা, বিহুৱে সংক্ৰান্তিয়ে বংশৰ সামূহিক সেৱা পূজাৰ কাম ঘৰবুঢ়া বা ঘৰজেলাজনৰ। গতিকে ঘৰবুঢ়া বা ঘৰজেলা অথবা লৰ' — তিৱাসমাজৰ এগৰাকী নমস্য ব্যক্তি।

## ১২৬। ঘৰজিয়া/ঘৰজোঁৱাই/গোভীয়া ঃ

ঘৰজোঁৱাই ৰখা ব্যৱস্থাটো সাধাৰণতে গাঁৱলীয়া সমাজখনতহে প্ৰচলিত। আজিকালি এই প্ৰথা উঠি গৈছে বুলিব পাৰি। তিৱা সমাজত ঘৰজোঁৱাই ৰখা ব্যৱস্থাটো বহু পুৰণিকালৰে পৰা চলি আহিছে। কোনসকল লোকে, কি পৰিস্থিতিত ঘৰজোঁৱাই ৰাখে, সেইটো জনাৰ দৰকাৰ। যি পিতৃ-মাতৃৰ বংশত চাকি জ্বলাবলৈ এগৰাকীহে ছোৱালী মাথোন, তাইক বিয়া দিলে পিতৃ-মাতৃক চোৱা-চিতা কৰাৰ বাবে আগলৈ-পিছলৈ কোনো নেথাকিব, তেনে পৰিস্থিতিত পিতৃ-মাতৃয়ে ছোৱালীৰ বিয়াৰ বয়স হোৱাৰ লগে লগে ঘৰজোঁৱাই ৰখা সিদ্ধান্ত লয়। কেতিয়াবা কোনো গৃহস্থৰ অকাল মৃত্যু ঘটিলে, ঘৰত এমা-ডিমা ল'ৰা-ছোৱালী থাকিলে, মাটি-ভেটী, সা-সম্পত্তিৰ তদাৰক কৰিবলৈ কোনো বিশ্বাসযোগ্য মানুহ নেথাকিলে আৰু বিয়াৰ বয়স হোৱা ছোৱালী ঘৰত থাকিলে মাকহঁতে ঘৰজোঁৱাই ৰখা বা গোভীয়া ৰখাৰ সিদ্ধান্ত লয়। তেনে পৰিস্থিতিত কাম-কনত পাকৈত, সৎ স্বভাৱৰ ল'ৰাক গোভীয়া ৰখাৰ সিদ্ধান্ত গ্ৰহণ কৰে। ঘৰজোঁৱাই খটাৰ ক্ষেত্ৰত সাধাৰণতে ঘৰজোঁৱাই হ'বলৈ অহা ল'ৰাটোৰ ঘৰুৱা অৱস্থা বৰ টনকীয়াল নহয়। কাহানিবা এনেও দেখা যায় যে — অৱস্থাবান লোকৰ ল'ৰাইয়ো গোভীয়া খাটে — যদিহে ঘৰখনত ভাই-ককাইৰ সংখ্যা অধিক হয়। ভৱিষ্যতে ভাই-ককাই বেলেগ হ'লে সা-সম্পত্তিৰ ভাগ কমকৈ পৰিব এনে চিন্তাইয়ো গোভীয়া খটাৰ বাবে ইন্ধন যোগায়। তথাপি দুখীয়া পৰিয়ালৰ ল'ৰাইহে নিজৰ ভৱিষ্যত ভাবি ঘৰজোঁৱাই খাটিবলৈ আহে। তেওঁক ছোৱালীৰ মাক-বাপেকে প্ৰথমে ছোৱালী বিয়া দি বিয়ৈ-বিয়নিৰ ঘৰত কিছুদিন ৰাখি, পিছত ছোৱালী মাক-বাপেকৰ ঘৰলৈ আহিলে — শহুৰৰ ঘৰলৈ নপঠাই ঘৰতে ৰাখে। ল'ৰাইয়ো শহুৰেকৰ ঘৰতে নিজৰ ল'ৰাৰ দৰে থাকি যায়। এনে লোকক ঘৰজিয়া/ঘৰজোঁৱাই অথবা গোভীয়া বোলে। ল'ৰাই শহুৰ-শাহু আৰু মাক-বাপেকৰ ঘৰৰ মাজত যোগসূত্ৰ ৰাখি চলে। বিহুৱে সংক্ৰান্তিয়ে দুয়োঘৰ গৃহস্থৰ আহ-যাহ চলে, ল'ৰা-ছোৱালী হ'লেও দুয়োখন ঘৰকে এখন ঘৰ বুলি গণ্য কৰে।

কোনো কোনো ক্ষেত্ৰত ল'ৰা আৰু ছোৱালীৰ মাক-বাপেক ঐক্যমতত

ল'ৰাক ঘৰজোঁৱাই ৰখা হয়। ঘৰজোঁৱাইক আপোন ল'ৰাৰ দৰে জ্ঞান কৰা হয়। শহুৰ-শাহুৰেকৰ বৃদ্ধ অৱস্থাত চোৱা-চিতা কৰা, এমা-ডিমা খুলশালিহঁতক আপোন ভাই-ভনীৰ দৰে যত্নেৰে ডাঙৰ-দীঘল কৰা, স্থাৱৰ-অস্থাৱৰ সা-সম্পত্তিবোৰক নিজৰ সা-সম্পত্তি বুলি তদাৰক কৰা, শহুৰ-শাহুৰৰ মৃত্যু হ'লে নিজ পুত্ৰৰ দৰে সিবিলাকৰ ঔৰ্দ্ধদেহিক কাম কাজ সম্পন্ন কৰা, যুৱক-যুৱতী হৈ অহা খুলশালীহঁতৰ বিয়া-বাৰুৰ দায়িত্ব পালন কৰে ঘৰজোঁৱাইজনে। কাৰোবাৰ ৰাউনী তিৰোতা হ'লে, কাহানিবা ঘৰৰ কাম-কাজৰ প্ৰতি অমনোযোগী হ'লে গিৰিয়েকক টান কথা শুনায়, গালিও পাৰে। ছোৱালী বিয়া নিদিয়াকৈ কোনো গৃহস্থই পোনো পোনে ঘৰজোঁৱাই ৰাখিলে, খেলৰ বৰজেলা, ঘৰৰ জেলা প্ৰমুখ্যে গাঁৱৰ মুখিয়াল সকলক মাতি আনি লাউপানী খুৱাই, কুল-বংশৰ বিচাৰ কৰি ধৰমঘৰ দিয়ে আৰু গোভীয়া ৰখা বিয়াৰ স্বীকৃতি দিয়ে। তেনে কৰিলে সেই ব্যক্তিজন খেল-ছোঙৰ ৰাজহুৱা সকলো কাম-কাজত সহযোগ কৰাৰ স্বীকৃতি পায়।

## ১২৭। ঘিলা খেল ঃ

ঘিলা খেল দুই প্ৰকাৰৰ। ই পুৰণি অসমৰ এক জনপ্ৰিয় খেল। ইয়াক গাইগুটিয়াকৈ খেলা হয়। খেলটোৰ বাবে মাটিত ছয়টা ঘৰ আঁক মাৰি লোৱা হয়। তলৰ পৰা ওপৰলৈ ছয়টা ঘৰৰ নাম এইদৰে দি লোৱা হয় যেনে— হাতী, মাউত, দলি, ঠগি আৰু চকুমুজা। আগৰ দিনত এই খেলত ঘিলা ব্যৱহাৰ কৰা হৈছিল বাবে ইয়াক ঘিলা খেল বোলা হয়। আজিকালিও এই খেল লৰা-ছোৱালীয়ে খেলা দেখা যায়। সিবিলাকে ঘিলাৰ অভাৱত খোলাকটি ঘূৰণীয়াকৈ কাটি লই খেলা দেখা যায়।

এই খেলত প্ৰথমেই ঘিলা বা খোলাকটি ডোখৰ হাতীৰ চিনত পেলাই দি ভৰি এখনেৰে লঠিয়াই লঠিয়াই আটাইকেইটা ঘৰ পাৰ কৰিব লাগে। ঘিলাটো বা খোলাকটি ডোখৰ আগবঢ়াই নিওতে যদি ঘিলাটো- টানি ৰখা আঁচত পৰে; অথবা ভৰিৰে আঁক গছকে, অথবা ঘিলাটো লক্ষ্যত অৰ্থাৎ পাৰ হৈ কাটি থোৱা ঘৰত নপৰে, তেতিয়া খেলুৱৈ জন মৰে। তেতিয়া অন্যজন খেলুৱৈয়ে খেলটো আৰম্ভ কৰে। ঘৰ কাটি কাটি ঘিলা চলাই হাতীৰ ওপৰত ঘিলা পুনঃস্থাপন কৰাজনেই প্ৰথম বুলি ঘোষণা কৰা হয়।

দ্বিতীয় পৰ্য্যায়টো হ'ল লাটুমৰ দৰে খেলা ঘিলা খেল। লাটুমৰ দৰে ঘিলা চক্ৰাকাৰে ঘূৰাব পৰাটোয়েই এই খেলৰ বাহাদুৰি। এক আঙুলমান বহল পকা জাতিবাঁহ, ছয় ইঞ্চিমান দীঘলে ৰাখি, পাতলকৈ চাঁচি, সোঁ-মাজতে বিন্ধনাৰে এটা

ফুটা কৰি তাৰ মাজেৰে লাটুমৰ ৰচীৰ দৰে মৰাপাটৰে বটা ৰচী ভৰাই লোৱা হয়। সেইদৰে ঘিলাটোৰ সোঁ-মাজত ফুটা কৰি প্ৰায় আঠ ইঞ্চিমান দীঘল বাঁহৰ চাঁচিলোৱা শলা ভৰাই দিয়া হয়। ঘিলাৰ ওপৰ ফালে এক ইঞ্চিমান দীঘলকৈ ৰখা হয়। ঘিলাৰ শলাডাল খৰিকাৰ দৰে হ'ব লাগে। ৰচাডালেৰে এই শলাত পাক দি খেলিবৰ সময়ত বাঁহছটাত হেঁচা দি ৰচীডাল জোৰেৰে গাৰফালে টানি এৰি দিলে, ঘিলাটোয়ে শূন্যৰ মাজেৰে জপিয়াই গোঁ-গোঁৱাই মাটিত চক্ৰাকাৰে ঘূৰিবলৈ ধৰে। দহ-বাৰতা ঘিলা একেলগে খেলিলে মৌ-মাখিৰ গুন্‌গুননিৰ দৰে ঠাইখন মুখৰিত পৰে। ইয়াক লাটুমৰ খেলাৰ দৰেই খেলা হয়।

## ১২৮। ঙা-ফ্লাং বা শুকতি ঃ

কেৱল তিৱাসকলৰ মাজতে নহয়, সমগ্ৰ উত্তৰ-পূৰ্ব্বাঞ্চলৰ জনজাতি সকলৰ মাজত শুকান মাছৰ পৰা তৈয়াৰ কৰা শুকতিৰ প্ৰচলন আছে। মাছ সাঁচিথোৱাৰ ই এক অন্যতম উপায়। তিৱাসকলে শুকতি মাছক ঙা-ফ্লাং বোলে। বিভিন্ন প্ৰজাতিৰ মাছৰ পৰা শুকতি কৰিলেও তিৱাসকলে পুঠিমাছ আৰু বেছামাছৰ শুকতিহে উৎকৃষ্ট বুলি গণ্য কৰে। শুকতিক আঁৰৈয়া আৰু চুঙাত খুন্দাৰূপে দুইভাগত ভগাব পাৰি।

শুকতি কৰিবলৈ অনা মাছবোৰ পেটু নুগুছোৱাকৈ ডাঙৰ চালনিত পাতলকৈ মেলি দি ৰ'দত শুকুউৱা হয়। পিছত গাৰ পানীবোৰ শুকাই গলে মাখিয়ে নষ্ট কৰিব নোৱাৰাকৈ গধুলি জুইৰে জাগ দিয়া হয়। ধোঁৱা আৰু তাপ পালেই ই টান হয় আৰু মাখি নপৰে। পিছদিনা পুনৰ ৰ'দত শুকুউৱা হয়। এইদৰে জুইৰ তাপ আৰু ৰ'দত শুকুৱাই কন্‌কনীয়া কৰাৰ পিছত ৰাতি নিয়ৰত সেমেকিবলৈ দিয়া হয়। পুনৰ ৰ'দত শুকুৱাই নিয়ৰত দি সেমেকা কৰা হয়। নিয়ৰত সেমেকি মাছবোৰৰ পৰা এটি বিশেষ গোন্ধ ওলায়। তেনেহ'লেই পিছত ৰ'দত ভালদৰে শুকুৱাই খালৈত ভৰাই থলে তাকে আঁৰৈয়া শুকতি বোলে।

কন্‌কনীয়া কৰি শুকুৱাই নিয়ৰত সেমেকিবলৈ দি উপযুক্ত অৱস্থা পালে কাকবাঁহ অথবা ভলুকা বাঁহৰ চুঙা কাটি তাত মাছবোৰ ভৰাই খুন্দি পেলোৱা হয়। চুঙাটো ভৰিলেই মুখত কচুৰ ঠাৰি ঠেতালি অলপ কলাখাৰৰ গুড়ি দি তামোলৰ ঢকুনা ঘূৰণীয়াকৈ কাটি মুখত টানকৈ দিয়ে বতাহ নোসোমাবৰ বাবে। পিছত পুনৰ তামোলৰ ঢকুনাৰে ঢাকন দি ৰচীৰে বান্ধি দিয়া থয়। ইয়াকে চুঙা খুন্দা শুকতি বোলে। শুকতি মাছ মেলেৰীয়াৰ প্ৰতিষেধক আৰু শক্তি কাৰক।

## ১২৯। চৰাইকণীয়া ঃ

চৰাইৰ কাণৰ দৰে কাণ যাৰ — সেইজন মানুহ চৰাইকণীয়া। ই কাণৰ আকৃতিৰ কথা নুবুজাই গুণৰ কথাহে বুজাইছে। আচলতে শব্দটো সমাসবদ্ধ হৈ নিষ্পন্ন হ'লেও শ্ৰৱণ শক্তিসম্পন্ন এনে অৰ্থহে কৰিছে। তীব্ৰ শ্ৰৱণ শক্তিসম্পন্ন ব্যক্তিক এইদৰে কোৱা হয়। সামান্য শব্দ এটা হ'লেও শুনিবলৈ পোৱা নাইবা ভালেমান দূৰত হোৱা শব্দকো শুনিবলৈ পোৱা লোক। চৰায়ে অনেক দূৰত থাকিলেও শব্দৰ ধ্বনি শুনিব পৰা শক্তিৰ অধিকাৰী। একেদৰে চৰাইৰ দৰে প্ৰবল শ্ৰৱণশক্তিৰ গৰাকী মানুহকে চৰাইকণীয়া বোলে।

## ১৩০। চটাই পাখৰী ঃ

এবিধ চৰাইৰ নাম। দন্দুৰী বা মুখৰা অৰ্থত চটাই পাখৰী শব্দটো ব্যৱহাৰ কৰা হয়। ই গ্ৰাম্য শব্দ, নিকৃষ্ট বাচক। সাধাৰণতে তিৰোতা মানুহৰ ক্ষেত্ৰত ব্যৱহাৰ কৰা হয়। অলপ গাত লগা কথা কলেই চট্‌চটাই ইয়াৰ প্ৰতিবাদ কৰোঁতা তিৰোতাক এইদৰে মাতে। ধুনপেছ মাৰি, উনৈচত বা বলাই চট্‌ফটাই কথা কোৱা আৰু কাজিয়া প্ৰিয় মহিলাক চটাই পাখৰী আখ্যা দিয়া হয়। এই চৰাইৰ নামত বিহুগীত এফাঁকিও আছে। যেনে —

> কলঙৰ কাষৰি চতাই পাখৰী
> হেকেৰা আঁহতত পৰে
> চেনাইৰে মুখলৈ চাবকে নোৱাৰি
> চকু চাঁটে মাৰি ধৰে।

## ১৩১। চপনীয়া ঃ

কাৰোবাৰ ঘৰত চাপি থকা মানুহ। গৃহস্থৰ লগত কোনো সম্পৰ্ক নথকা অচিনাকি ব্যক্তি — যি গৃহস্থৰ ঘৰত কাম-কাজ কৰি পেটৰ ভাতমুঠি মোকলায়, তেনে মানুহকে চপনীয়া মানুহ বোলে। অন্যহাতে, নীতিগতভাবে বিয়া-বাৰু নকৰাকৈ, কোনো তিৰোতাক পত্নী ৰূপে গ্ৰহণ কৰি, সেই তিৰোতাৰ ঘৰতে চাপি গৃহ বাস কৰা লোককো চপনীয়া বোলে। নাইবা কোনো গৃহস্থৰ ঘৰত কাম-কাজ কৰিবলৈ চপাই লোৱা ব্যক্তিজনৰ কাম-কাজ আৰু স্বভাব-চৰিত্ৰ ভাল দেখিলে নিজৰ ছোৱালীলৈ ৰখাই বিয়া পাতি দিলে — সেইজনক চপনীয়া বুলিব। তিৱা সমাজত আগৰ কালত এনে পৰম্পৰা আছিল। চপনীয়া লোকসকল অচিনাকি আৰু আচহুৱা বাবে মানুহে তেনে লোকক সততে বিশ্বাস নকৰিছিল আৰু থাকিবলৈ ঠাই নিদিছিল।

তিৱা সমাজত এষাৰ কথাৰ প্ৰচলন আছে ; বোলে — 'চপনীয়ক নিদিবি লাই, চপনীয়াই চৰুতে খায়।" ইয়াৰ তাৎপৰ্য্য এয়ে যে, চপনীয়াই লাই পালে গৃহস্থৰ ঘৰত সিদ্ধি দি গৃহস্থৰ এজন হয়গৈ।

## ১৩২। চাপনী তিৰোতা ঃ

আপোন ইচ্ছাৰে বিয়া কৰোৱা বা নকৰোৱা মুনিহৰ ঘৰলৈ আহি, সেই মানুহৰ ভাৰ্য্যা হৈ বসবাস কৰা তিৰোতা। এনেবোৰ তিৰোতা বা যুৱতীয়ে সাধাৰণতে সংশ্লিষ্ট ব্যক্তিৰ লগত সামাজিকভাবে বিয়া-বাৰু নকৰাকৈ, অবৈধ সম্পৰ্ক ৰক্ষা কৰি চলাৰ পিছত, নিজৰ নিৰাপত্তাৰ খাতিৰত আহি ভাৰ্য্যা হৈ থাকেহি। সেইবাবে নিজ খুচীমতে এঘৰত চাপেহি বাবে এনে তিৰোতাক — মাইকী মানুহে চাপনী তিৰোতা বুলি ইতিকিং কৰে। এনে তিৰোতাক মহিলাসকলে এটা ফকৰা মাৰি শুনায় — "আহিল চাপনী, গ'লগৈ আপুনি।"

## ১৩৩। চামাদি (ডেকাচং, চাংঘৰ) ঃ

তিৱা ভাষাত চা - অৰ্থে পুত্ৰ বা সন্তান, মা অৰ্থে মাতৃ বা মা, আৰু তি বা দি অৰ্থে নদী বুজায়। চামাদি শব্দৰ অৰ্থ সেইবাবে নদীমাতৃক বা নদী মাতৃৰ সন্তান বোলে। পৰোক্ষে চাংমাথি অৰ্থাৎ ভূমিৰ ওপৰত সাজি লোৱা চাংঘৰ অৰ্থ কৰে। তিৱাসকলে বিশ্বাস কৰিছিল, মহাদেউ গোঁসায়ে বহুকাল অবিবাহিত হৈ থাকি এনেধৰণৰ বেৰ-খোৰ নোহোৱা চাঙৰ ঘৰত বাস কৰিছিল। সেইবাবে তিৱাসকলেও যুৱকসকলৰ ৰাত্ৰি যাপনৰ একমাত্ৰ অনুষ্ঠান হিচাপে চামাদি ঘৰৰ নিৰ্মাণ কৰিছিল। এই চামাদি ঘৰতে তিৱা যুৱকসকলে নৃত্য-গীত আৰু গাৰ্হস্থ্য জীৱনৰ প্ৰয়োজনীয় দ্ৰব্যাদি সাজি লোৱাৰ প্ৰশিক্ষণ পায় — চাংঘৰৰ মুৰব্বী বিষয়া চাংদলৈ, চামাজি কৰাইমাজি, হুকমা আৰু গ্ৰা-পাম্থাই বা বয়োজ্যেষ্ঠ ডেকাসকলৰ পৰা। যুৱকসকলৰ এই চামাদি ঘৰ সজা হয়, একেবাৰে গাঁৱৰ মাজত, অথবা গাঁৱৰ একেবাৰে মুৰত। ই তিৱা সকলৰ একোখন গাঁৱৰ একোটা সুৰক্ষা গৃহ বা (Sentry House) ৰ দৰেই। চামাদি ঘৰত জীৱ-জন্তু চিকাৰ কৰাৰ জাল-জৰি, বিহসনা কাৰ্ফাই, ধনু-কাঁড়, যাঠি-জোং আদি সংৰক্ষিত হৈ থাকে। লগতে ডেকাসকলে নাচ-গান কৰি স্ফুৰ্ত্তি-তামাচা কৰিবৰ বাবে খ্ৰাম, খ্ৰাম্-বাৰ', থোৰাং, পাংচী আদি বাদ্য বাজনা মজুত থাকে।

চামাদিৰ বৈশিষ্ট্য হ'ল — ইয়াৰ মূধত তিনিটা খুটা থাকে — ই শিৱলিঙ্গৰ প্ৰতীক। চামাদি ঘৰত বেৰ নাই। চামাদিৰ চাংঘৰৰ এচুকত এখন জুঃ াল থাকে। ই

কেৱল ডেকাল'ৰাৰ ৰাতি কটাবৰ বাবে নির্মিত ঘৰ। ইয়াত যুৱতী ছোৱালীৰ প্ৰৱেশ নিষেধই নহয়, সৰু সৰু অকুলন ছোৱালীয়েও চামাদিত নুঠে। চামাদিত বিশেষকৈ তিনিজন বসয়স্থ বিষয়াৰ অধীনত কঠোৰ শাসনৰ মাজত ডেকাসকলে যৌৱনকাল কটাব লগা হোৱা বাবে, নৈতিক দিশত তিৱা যুৱকসকলক আনৰ লগত তুলনা কৰিব নোৱাৰি। তেওঁলোকে বয়োজ্যেষ্ঠ মহিলাক মা-মাইপাৰ আবি, আনি-আচী আৰু পাই বুলি সম্বোধন কৰে, লগতে সৰু ছোৱালী বা যুৱতীসকলক 'নানাও' বুলি সম্বোধন কৰে। ইয়াৰ লগতে মহিলাৰ সাম্বন্ধিক শালীনতা ৰক্ষা কৰাত আগৰণুৱা। ল'ৰাবোৰে সৰুৰে পৰা প্ৰশিক্ষণ পোৱা বাবে তিৱা সমাজত অসামাজিক-অনৈতিক কাৰ্য্য নাই বুলিলেও বঢ়াই কোৱা নহয়। সেইবাবেই তিৱা সমাজত মহিলাসকল সন্মানৰ আসনত অধিষ্ঠিত হৈ আছে। আজিকালি অজনজাতি সমাজৰ সংমিশ্ৰণৰ প্ৰভাৱত, তিৱা সমাজতো দুই-এটা ঘটনা ঘটিছে যদিও ই বেছিকৈ সংক্ৰমিত হ'ব পৰা নাই — কঠোৰ সামাজিক শাসনৰ বাবে।

তিৱা সমাজৰ কৃষ্টিৰ মূল উৎস হ'ল চামাদি। ইয়াত ছগ্ৰামিছুৱা, ছুংখং, বান ঝুৱা, খেল ছাৱা, লাংখুন পূজা, ছিঙাল পূজা আদি পূজা উৎসৱ উদ্‌যাপন কৰে। চামাদিৰ ডেকাসকল সমাজৰ উমৈহতীয়া সম্পত্তি স্বৰূপ। তেওঁলোকে ৰাজহুৱা কাম-কাজ কৰাৰ বাদেও ব্যক্তিগত গৃহস্থৰ আমন্ত্ৰণ ক্ৰমেও চাংদলৈৰ নিৰ্দেশত কাম-কাজত এঁহিচা সহায় কৰি দিয়ে। তাৰবাবে তেওঁলোকক গৃহস্থই লাওপানী খুৱায়। চাংদলৈ, চাংমাজি আৰু কৰাই মাজিয়ে ডেকাসকলক তিৱাসকলৰ পৰম্পৰাগত গীত-মাত আৰু নৃত্যৰ প্ৰশিক্ষণ দিয়ে চামাদিতে।

চামাদিত সদস্য হ'বৰ নুন্যতম যোগ্যতা ৭ বছৰ। সাত বছৰ পূর্ণ হ'লেই অভিভাৱকে নিজৰ ল'ৰাক চামাদিত চমজি দি অহাৰ নিয়ম। কোনোবাই পাহৰিলেও বা পঠাবৰ ইচ্ছা নকৰিলেও চামাদিৰ চোৰাংচোৱাসকলৰ দৃষ্টিৰ পৰা তেওঁলোক সাৰি নেযায়। চাংদলৈৰ এটা চোৰাংচোৱাৰ দল থাকে — দলটোক কোৱা হয় 'ফুৰা খেল'। এই ফুৰা খেলে চামাদিৰ উপযুক্ত ল'ৰাৰ খবৰ চাংদলৈক দিয়াৰ পিছত, এজোটা শুকান চেনাফলা মাছ গৃহস্থৰ ঘৰৰ দুৱাৰত ওলোমাই থৈ আহেগৈ। এই চেনাফলা মাছজোটা দেখিয়েই গৃহস্থই জানিব যে, ল'ৰাক চামাদিলৈ পঠাবৰ হ'ল। এইদৰে চামাদিলৈ পঠোৱা ডেকাল'ৰাসকলক লৈ চামাদিত ডেকা তোলা উৎসৱৰ আয়োজন কৰে আৰু সকলোকে আজিকালিৰ ফুটবল টিমৰ লেখিয়াকৈ সকলোৱে সহযোগিতা ৰক্ষা কৰাৰ উপদেশ দিয়ে চাংদলৈ আৰু চাংমাজিয়ে। চামাদিৰ পৰম্পৰা, সামাজিক নীতি-নিয়ম, ডাঙৰক সন্মান, সৰুক মৰম, মহিলাক মা-ভনী, আনি-আচী ৰূপে জ্ঞান কৰিবলৈ উপদেশ প্ৰদান কৰে। সাত বছৰৰ পৰা ষোল্ল বছৰৰ ল'ৰাক

খৰ্‌কিয়া পাছাই, সোতৰ বছৰৰ পৰা সাতাইশ বছৰ পৰ্য্যন্ত পাছাই বা পূৰ্ণ যুবক আৰু আঠাইশৰ পৰা সাতত্ৰিশ বছৰ মানলৈকে বয়সীয়াল ডেকাক গ্ৰা-পাছাই বোলে। চল্লিশ বছৰ পৰা উৰ্দ্ধৰ বয়সৰ লোককেই লিবিং বা মানুহ ৰূপে গণ্য কৰা হয়। চামাদিৰ বিষয়ববীয়া যেনে- চাংদলৈ, চাংমাজি, কৰাইমাজি আৰু হুকমাৰ নিৰ্ব্বাচন গণতান্ত্ৰিকভাৱে কৰা হয়। যি জন বয়োজেষ্ঠ্য গ্ৰা-পাছাই সামাজিক কাম-কাজ আৰু তিৱাৰ ৰীতি-নীতিত পাৰ্গত, তেওঁক গুৰুখেলৰ নিৰ্দ্দেশত চাংদলৈ নিৰ্ব্বাচনৰ বাবে চামাদিৰ যুবক সকলক নিৰ্দ্দেশ দিয়ে। তেওঁলোকে ডাঙৰ এজোটা শুকান চেনাফলা মাছ, কৌপাতেৰে বন্ধা ডাঙৰ এটা নিমখৰ টোপোলা আৰু এলাউ লাউপানী লই চাংদলৈ নিৰ্ব্বাচন কৰিবলগা ডেকাজনৰ ঘৰলৈ গৈ মাকৰ ভৰিৰ ওচৰত বস্তু-বেহানি খিনি থৈ এইদৰে ক'ব– " এ' মা – , তাও তুৰিদ' না-নে চা-লা', নেম্ ৰাখেনা, নীতি ৰাখেনা, চাং-ৰাখেনা, ফাত্ ৰাখেনা, মিছিন্ চাংদলৈ ফাতেৱানে হংগা।" অৰ্থাৎ 'হে মাতৃ, আজিৰ পৰা তিৱা সমাজৰ নীতি-নিয়ম ৰক্ষা কৰিবলৈ, চাং-পাতৰ মৰ্যাদা ৰক্ষা কৰিবলৈ আপোনাৰ লৰাক চাংদলৈ পতা হৈছে।" লৰাৰ মাকে এইখিনি গ্ৰহণ কৰিলেই নিৰ্ব্বাচনৰ কাম শেষ হব। যদিহে কোনো মাকে ডেকা সকল আৰু গুৰুখেলে আগবঢ়োৱা এই সম্মান বাৰম্বাৰ অনুৰোধ কৰা স্বত্বেও নেৰাখে; তেতিয়া তেওঁলোকে বস্তু-বেহানি বিলাক লই ঘুৰি আহি চামদি ঘৰৰ চাংদলৈৰ খুটাটোত এই বস্তু কেইপদ ওলোমাই দি এইদৰে শাও দিব – 'হেবে জু-লাউ, ঙা-চেনা আৰ' ছমুনে থপ্‌লা কিছা, চাদি ৰাজে আঠং কুৰিও কইখল লানা ফিয়া, পেগা হংগাইদ', নাবুৰ নেগ' চাঙেকিৰি ফাতেকিৰি লাম্‌ফা ৰাজাল' নমছেদং।" অৰ্থাৎ এই মদৰ লাউ, চেনাফলা মাছৰ জোটা আৰু নিমখৰ টোপোলাটো যদি ৰাইজৰ ভৰিত পৰি নিবলৈ নাহে, তেনেহ'লে চামাদিৰ চাং-পাতৰ গৰাকী লাম্‌ফা ৰজাই সেই ঘৰখন ধ্বংস কৰক।" ৰাইজৰ অভিশাপ ফলিউৱাৰ ভয়ত, সেই বস্তু কেইপদ লৈ যাবহি। পিছে এনে ঘটনা আজিলৈকে ঘটা নাই আৰু নঘটেও। মাকসকলে চাং-পাতৰ গৰাকীৰ দৰে দায়িত্বশীল বিষয়বাব ল'ৰাই চম্ভালিব নোৱাৰিব বুলি ভয় কৰাটো স্বাভাৱিক। এই বিষয়া সকলক গুৰুখেলে অত্যন্ত গোপনে নিৰ্বাচন কৰি থয়।

## ১৩৪। চাংদলৈ ঃ

চামাদিৰ মুখ্য বিষয়া আৰু ডেকাসকলৰ মুৰব্বী। এওঁ চামাদিৰ যুবকসকলক গৃহস্থী জীৱনৰ লাগতিয়াল দ্ৰব্যাদি সজা, নৃত্য-গীত-বাদ্য আদিৰ প্ৰশিক্ষণ দিয়া, ৰাজহুৱা কাম-কাজত ডেকাসকলক পৰিচালনা কৰা, উৎসৱ-পাৰ্বন আদি ত প্ৰয়োজনীয়

দ্ৰব্যাদি সংগ্ৰহ কৰা আদি সকলো কাম-কাজৰ তদাৰক কৰে। এওঁ পিছলৈ গুৰুখেলৰ বিষয়ববীয়া পদত অধিষ্ঠিত হয়গৈ।

## ১৩৫। চাংমাজি ঃ

চামাদিৰ দ্বিতীয়জন মুখ্য বিষয়া আৰু ডেকাসকলৰ মুৰব্বী। চাংদলৈয়ে যিবোৰ কামৰ দায়িত্ব এওঁক অৰ্পন কৰে, তেওঁ ল'ৰাসকলক লই সিবোৰ নিয়াৰিকৈ পৰিচালনা কৰে। এবোঁ নৃত্য-গীত, কাম-কাজত পাৰ্গত বিষয়া। বয়োজ্যেষ্ঠ হ'লে পিছলৈ এবোঁ গুৰুখেলৰ বিষয়ববীয়া পদত অধিষ্ঠিত হয়গৈ।

## ১৩৬। চা-জেলা ঃ

তিৱা ভাষাত চা-জেলা শব্দৰ অৰ্থ সৰু জেলা। ভৈয়ামৰ তিৱাসকলৰ বৰঘৰৰ জেলাজনক সহায় কৰিবলৈ, দেও-অপদেৱতাৰ স্তুতি-মিনতি কৰোঁতে জেলাক সহায় কৰিবলৈ লগতে জেলাৰ লগত লাচনি-পাচনি কৰি দিবলৈ এজন সহায়কাৰী জেলা নিৰ্বাচন কৰা হয়। তেওঁকে চা-জেলা বা সৰু ঘৰবুঢ়া বোলে। এওঁ ঘৰজেলাৰ কাম-কাজবোৰ ভালদৰে নিৰীক্ষণ কৰি, দেওঁ-দেৱতাৰ স্তুতি মন্ত্ৰবোৰ মনত ৰাখি, পিছলৈ বৰঘৰৰ সেঁৱা পূজাভাগ কৰাৰ দায়িত্ব পূৰ্ণ ৰূপত গ্ৰহণ কৰাৰ অধিকাৰ পায়গৈ।

## ১৩৭। চাকনি ঃ

তিৱাসকলে লাউপানী চাকি খাবলৈ চালনিৰ দৰে মোৰ দি তিনিকোণীয়া কৈ বাঁহৰ তমালেৰে এবিধ যতন সাজি লয়। ই তলৰ ফালে তিনিকোণীয়া হ'লেও মুখৰ অংশ ঘূৰণীয়া। ইয়াৰ ফুটাবোৰ চালনিতকৈ অলপ ঘন। লাউপানী পৰিস্কাৰ কৰি চেকিবলৈ ইয়াক ব্যৱহাৰ কৰা হয়। চাকনিৰ ত্ৰিকোণাকাৰ চুকত বেতৰে টুপীৰ দৰে সাজি তিনিফালে দুডালকৈ বেতৰ সূত বহল মুখৰ কামিৰ লগত সংযোজন কৰে। কোনো কোনোৱে তিনিছটা সৰু পাতল বাঁহৰ কামি চাঁচি তাত বেতৰে বান্ধি দি মজবুত কৰে। আজিকালি খৰাহীৰেও লাউপানী চেকে। কোনো কোনো ঠাইত ধুই পৰিস্কাৰ কৰা ধানখেৰৰে কলহৰ মুখত সোপা দিও লাউপানী চেকে। লাউপানী চেকা চাকনি সাজিবলৈ মানুহে নজনা হৈ আহিছে দিনে দিনে। নগাসকলেও বাঁহৰ তমালেৰ সজা চাকনিৰে মদ (কাকিয়া) চেকে। কেৱল লাউপানী চাকিবৰ বাবে সাজি লোৱা তিৱাসকলৰ ই এক অভিনৱ সৃষ্টি আৰু কৃষ্টিৰ আহিলা।

## ১৩৮। চালনি ঃ

ধান আৰু চাউল চালিবলৈ ঘূৰণীয়াকৈ সাজি লোৱা ফুটা থকা এবিধ বাঁহৰ সঁজুলি। ই সকলো অসমীয়া মানুহৰে দৈনন্দিন প্ৰয়োজনীয় আহিলা। অকল ধান-চাউলেই নহয় মাহ-সৰিয়হ আদি চালিবৰ বাবেও চালনিৰ প্ৰয়োজন। পকা জাতি বাঁহৰ পাব কাটি, নেলিয়াকৈ ফঁহিয়াই তমাল চাঁচি লোৱা হয় চালনিৰ বাবে। দুদলীয়া মোৰেৰে ইয়াক বোৱা হয় আৰু সোঁমাজত দুডাল দুডাল তমাল একেলগ কৰি অথবা কোনো কোনোৱে অলপ বহল চাৰিডাল তমালেৰে ঘাইটো আৱদ্ধ কৰি মোৰটো লগাই লয়। ধান চলা চালনিৰ ফুটা কিছু বহল আৰু চাউল চলা চালনিৰ ফুটা সৰু কৰি বৈ যোৱা হয়। তিৱাসকলে বিভিন্ন পৰ্য্যায়ত চালনি সাজে। ধান-চাউল চলা চালনি সুকীয়া। পিঠাগুৰি চালিবলৈ গুই চালনি। ধান, মাহ আদি চলা চালনি অলপ ডাঙৰ। মাছ বাচিবৰ বাবেও তেওঁলোকে সুকীয়াকৈ চালনি সাজে। মাছ শুকুৱাবলৈকো চালনি ব্যৱহাৰ কৰে — ই ডাঙৰ। মাছ মাৰিবলৈ মাইকী মানুহক ডাঙৰ চালনি সাজি দিয়ে। পিটৰ তলেদি ভৰাই মাছ ধৰা চালনি সাধাৰণতে দুগৰাকী মহিলাই ধৰি ব্যৱহাৰ কৰে।

## ১৩৯। চাঙী ঃ

মৃত ব্যক্তিক শ্মশানলৈ নিবৰ বাবে এখন চাঙী সজা হয়। তিৱাসকলে তেওঁলোকৰ কুল অনুপাতে এই চাঙী তৈয়াৰ কৰে। তিৱা সকলৰ বজাঘৰীয়া পাঁচোটা কুলৰ মানুহ মৰিলে ৯ হাত দীঘলকৈ দুডাল কাজমাৰি, ৯ হাত দীঘল পুলি কামি ৯ ডাল, প্ৰায় এহাত দীঘল ৯ ডাল পথালি কামি তাত বান্ধে। বাঁহৰ তমালেৰে ৯ টাকৈ গাঁথি দিয়ে। বাকী কুলবিলাকৰ বাবে উদ্ধৃত বস্তুবিলাক সাত সংখ্যাৰে প্ৰস্তুত কৰা হয়। ফাংচ', হুকাই, মচৰং, মুনি, মেলাং বজাঘৰীয়া।

## ১৪০। চুঙা ঃ

কেৱল বাওধান কটাৰ সময়ত অজনজাতি অসমীয়া সমাজত বৰাধানৰ চাউলেৰে চুঙা পিঠা তৈয়াৰ কৰি খোৱা নিয়মৰ প্ৰচলন আছে। কিন্তু প্ৰায়বোৰ জনজাতিৰ মাজত বাঁহৰ চুঙাৰ প্ৰচলন ব্যাপক আৰু ই সিবিলাকৰ কৃষ্টিৰ এক অনবদ্য চানেকি।

দেখাত সাধাৰণ যেন লাগিলেও বাঁহৰ চুঙাৰ ব্যৱহাৰ তিৱা সমাজত ব্যাপক। কুঁমলীয়া জাতিবাঁহৰ চুঙাৰে চুঙাপিঠা খোৱা দস্তুৰ সকলোৰে। তিৱা সকলে বিশেষ পদ্ধতি ৰে সৰু সৰু মাছ শুকুৱাই, বাঁহৰ চুঙা কাটি তাত ভৰাই খুন্দি ভবিষ্যতলৈ

সাঁচি ৰাখে। এই চুঙাৰ নাম শুকতি চুঙা। অলপ লবা বা গেলা মাছ কেঁচা মোকাল বা জাতি বাঁহৰ চুঙা কাটি তাৰ ভিতৰত মাছটো ভৰাই দি নিমখ আৰু হালধি দি খেৰৰে সোপা মাৰি, গৰ্ এডালৰ ওপৰত অলপ একতীয়া কৰি তলত জুই দিলে পানীবোৰ ওলাই যাব আৰু মাছটো সিজি ফৰ্ফৰীয়া হব। পিছত চুঙাটো কাটি অথবা ওলোটাই মাছটো উলিয়াই তাৰ ছাল আৰু হলবোৰ আঁতৰাই নিমখ, জলকীয়া আৰু পকা মিঠাতেলেৰে পিটিকা কৰি খোৱা দস্তুৰ তিৱা আৰু অন্যান্য সকলো জনজাতিৰ মাজত বিদ্যমান। মোকালবাঁহৰ গাঁথি খুলি দূৰৰ জুৰি বা নদীৰ পৰা তাত পানী ভৰাই ৰাজহুৱা কাজ-সকামত পানী জমা কৰি ৰখা দস্তুৰ পাহাৰীয়া আৰু দাঁতিয়লীয়া তিৱা সমাজত প্ৰচলন আছে। সেইদৰে এখন ডাঙৰ সমাজত লাউপানী খাবলৈ অথবা ভোজভাতৰ আয়োজন কৰিলে পানী খাবলৈ শৰ পৰা হাজাৰলৈ চুঙা কাটি প্ৰস্তুত কৰি ৰাখে। চুঙাবোৰ প্ৰায় ছয় ইঞ্চিমান দীঘল কৰি, বাঁহৰ আকাৰৰ অনুপাতে দীঘল-চুটি কৰে। এই চুঙা বিলাক ভালেমানদিনলৈ ব্যৱহাৰ কৰিব পাৰি। জনজাতীয় লোক সকলে অসুখ-অশান্তি বা মানুহৰ কু-কৰ্ম বা কু-মন্ত্ৰৰ প্ৰভাৱ নোহোৱা কৰিবলৈ বাঁহৰ বা নলৰ ওভোতা চুঙাত পানী ভৰাই বেজৰ দ্বাৰা মন্ত্ৰপূত কৰি মন্ত্ৰ প্ৰভাৱিত লোকজনক গা-পা ধুৱায়। সেয়েহে চুঙা তিৱা কৃষ্টিৰ এক অপৰিহাৰ্য্য অঙ্গ স্বৰূপ।

## ১৪১। চেং মাছ ঃ

শ'ল মাছৰ দৰে ক'লা, পখৰা-চিতৰা এবিধ মাছ। ই গাঁতৰ ভিতৰত থাকে। এই মাছ ধৰিবলৈ তিৱাসকলে বিহলঙনি থেতালি, কোনো কোনোৱে লগত জলকীয়া গুড়ি মিহলি কৰি গাতৰ মুখত দি পানীবোৰ অলপ ঘোদালি দিয়ে। বিহলঙনি আৰু জলকীয়াৰ ৰস মিহলি হৈ ইয়াৰ চকুত লাগিলে মাছটো ভিতৰত থাকিব নোৱাৰি বাহিৰলৈ ওলাই আহে। পখৰা-চিতৰা বিকৃত মাছ বাবে তিৱাসকলৰ ঘৰজেলাই এই মাছ নেখায়। ·

## ১৪২। চেঙেলী মাছ ঃ

বাম পানীত থকা ক'লা-মতীয়া চানেকীয়া এবিধ মাছ। ই বৰকৈ জপিয়াই উত্তওালি কৰে। মাছটো লুভীয়া যদিও ই খাবলৈ সোৱাদ। চেঙেলী মাছ অত্যন্ত পিছল বাবে ইয়াক সহজে ধৰা টান। হাতত ফুট ছাই লৈহে বামত ইয়াক ধৰিব পাৰি। "বুঢ়াৰ হাতত চেঙেলী পৰা" খণ্ড বাক্যই অতি দুষ্টলোকক কৌশলেৰে জব্দ কৰা এনে অৰ্থ প্ৰকাশ কৰে। দুষ্ট মানুহক চেঙেলী বোলে। প্ৰতিখন সমাজত এচাম অতি চতুৰ আৰু দুষ্ট ব্যক্তি থাকে। তেওঁলোকৰ বুদ্ধি আৰু চাতুৰিৰ বাবে

যিকোনো দুষ্টামী কৰি সাৰি যায়। কিন্তু সিৰিলাকত কৈ বুদ্ধিমান মানুহৰ হাতত জব্দ হ'লে মানুহে ওপৰোক্ত খণ্ডবাক্যটি আওৰায়। তিৱাসমাজৰ লোকসকল স্বভাৱতে হোজা হ'লেও এওঁলোকৰ মাজতো চেঙেলী চৰিত্ৰৰ সলিসিয়ান মানুহ বিদ্যমান।

## ১৪৩। চেপাত থোৱা ঃ

মানুহে বিভিন্ন পৰ্য্যায়ত মাছ ধৰে। অসমীয়া মানুহে মাছ ধৰিবলৈ তৰাং পানীত জাবৰ-জোথৰ আৰু মাটি দি ভেটা সাজে আৰু তাৰ মাজে মাজে মাছ ধৰা সঁজুলি চেপাৰ জোখ অনুপাতে গাঁত ৰাখে। এই গাঁতক খান বোলে। খানত চেপা পাতি মাছ ধৰাৰ দস্তুৰ অসমীয়া মানুহৰ আছে।

তিৱা সমাজত মৃতকৰ সৎকাৰ কৰা বিকল্প পদ্ধতি এটা আছে সেই ব্যৱস্থাক চেপাত থোৱা বোলে। যৌৱনকাল নোপোৱা ল'ৰা-ছোৱালীৰ মৃত্যু হ'লেও, সিৰিলাকক বয়সস্থ মানুহৰ দৰে কাষ্ঠ সংস্কাৰ নকৰি বিধিগতভাৱে গাঁত খান্দি পুতি থয়। এই ব্যৱস্থাকে চেপাত থোৱা বা গাঁতোৱা কৰা বোলে। অকল যৌৱনকাল নোপোৱা লৰা-ছোৱালীৰহে যে এনে ব্যৱস্থাৰে সৎকাৰ কৰা হয় এনেও নহয়; অচিন ৰোগত মৃত্যু হোৱা, সামাজিক ভাৱে কোনো বংশৰ হাথামৰ গৰাকী হব নোৱাৰা, সামাজিকভাৱে বৰ্জিত লোককো মৃত্যুৰ পিছত দাহন নকৰাকৈ এইদৰে পুতি থয়। ভেটাত খান কাটি চেপা পাতি থোৱাৰ দৰে গাঁত খান্দি মৃতকক শুৱাই পুতি থোৱাকে তিৱা সমাজত চেপাত থোৱা বা গাতোৱা কৰা বোলে।

## ১৪৪। চেনাফলা মাছ ঃ

তিৱা লোকসকলৰ মাছৰ প্ৰতি দুৰ্ব্বলতা সৰ্ব্বাধিক। তেওঁলোকে বিভিন্ন পৰ্য্যায়ত মাছ সাঁচি ৰাখি খোৱাৰ অভ্যাস আছে। সেই সাচি খোৱা পদ্ধতিৰ ভিতৰত চেনাফলা মাছো অন্যতম। চেনা ফালিবলৈ সাধাৰণতে গোটা মাছ ভাল বাবেই ইয়াক নিৰ্ব্বাচন কৰে। শ'ল টেঙেনা, বৰালীটেপা, বৰালী কাণিয়া, গৰৈ মাছ, শ'ল ঠাৰি, শাল আদি মাছ চেনা ফালিবলৈ ভাল। চেপেতা ধৰণৰ যেনে ঢেকেৰা, ভকুৱা টেপা, বৌ, বৌ-মুৰলি আদি মাছৰ পেটু গুছাই পখালি বা খিয়কৈ ফালি ৰ'দত দি শুকুওৱাৰ ব্যৱস্থা আছে। মাছবোৰৰ বাকলি গুছাই, পেটুবোৰ আঁতৰাই নিমখ পানীত কিছু সময় গৰাই ৰাখি, ডাঙৰ চালনিত মেলি দি ৰ'দত শুকুৱায়। গধুলি হ'লে জুইৰ তাপত দি থোৱাৰে তাপ দিয়া হয়। তেনেদৰে জুইৰ তাপ দিলে মাছ নেগেলে আৰু বহুত টিকটিকিয়া হয়। নিমখ পানীত কৰাৰ কাৰণ, ইয়াত মাখি পৰি পোক দিব নোৱাৰে আৰু ভালেদিনলৈ মাছ নষ্ট নহয়। কোনো কোনোৱে সক সক বটীত দীঘে দীঘে দুফাল কৰা মাছ বোৰ ওলোমাই দিও ক ঠ শুকুৱায়।

এইদৰে ৰদ আৰু জুইৰ তাপত দিয়াৰ পাছত মাছবোৰে ৰঙচুৰা ৰং লয়। কণকণীয়াকৈ শুকালে মাছবোৰ পাতল হয় আৰু তেতিয়াই ডাঙৰ খালৈত ভৰাই কাপোৰেৰে মুখ বন্ধ কৰি ৰান্ধনিখালৰ সুবিধাজনক ঠাইত ওলোমাই থয়। খাবৰ সময়ত উলিয়াই আনি জোখমতে কাটি গৰম পানীত তিয়াই থৈ পিছত ৰান্ধে। গাৰ বিষ মাৰিবলৈ ক'লাকচুৰ ঠাৰিৰ লগত বাৰবিধ মছলাৰে জ্বাল তৈয়াৰ কৰি উখুৱা চাউলৰ ভাতৰ লগত খায়। এনেদৰে ৰন্ধা মাছৰ এক ভিন্ন স্বাদ আছে। চেনাফলা মাছ; মাছ ভালেদিনলৈ সাঁচি ৰাখি খোৱাৰ এক অভিনৱ পদ্ধতি।

## ১৪৫। চুৱা ঃ

তিৱা সকলেও জীয়াচুৱা আৰু মৰাচুৱা পালন কৰে। তেওঁলোকে মৰাচুৱাতকৈ জীয়াচুৱাকহে বেছি গুৰুত্ব দিয়ে। কেঁচুৱা জন্মৰ চুৱাক জীয়াচুৱা বোলে। এনে হলে কেঁচুৱা আৰু মাকক বাহিৰলৈ নুলিওৱালৈকে ভৰাল ঘৰ নুচুৱে, বৰঘৰ নুচুৱে আৰু কোনো ধৰ্ম্মীয় কাম-কাজ নকৰে। পোৱাতীক বাহিৰ উলিয়াবলৈ ঘৰ-দুৱাৰ লিপি মছি, ধূপ-ধূনা জ্বলাই, তুলসী পানী ছটিয়াই ঘৰজেলা আৰু হাৱী কুঁৱৰীয়ে অন্যান্য সকলৰ লগত এই চুৱা খেদে।

অন্যহাতে মৃতকৰ ক্ষেত্ৰতিৱা সকলে ইমান চুৱা-নিকা পালন নকৰে। মৃতকৰ শৱ ঘৰত থকা সময়লৈকেহে ঘৰ চুৱা বা অপবিত্ৰ বুলি গণ্য কৰে। মৃতকক শ্মশানলৈ নিয়াৰ পাছত, কানি-কাপোৰ বোৰ তিয়ন-ভিজন কৰি, গা-পা ধুই মহিলা সকলে গোবৰ পানীৰে ঘৰ-দুৱাৰ লিপি-মছি পৰিষ্কাৰ কৰে। ঘৰ জেলাই তুলসী-দুবৰিৰে ঘৰৰ ভিতৰ-বাহিৰ আৰু চৌহদত পানী চতিয়াই পবিত্ৰ কৰে। চৰু-হাড়ী আদি জুইৰে পুৰি-ধুই-মাজি পৰিষ্কাৰ কৰে। মাটিৰ চৰু-হাড়ী হলে ভাঙি বাৰীৰ চুকত পেলাই দি আহেগৈ। তিনিদিনলৈ লঘোণ দি খাৰ-মাছ-টেঙা আৰু তিতা আঞ্জা ৰান্ধি মৃতকলৈ এপাত ভাত-আঞ্জা আগবঢ়াই, সিদিনাৰ পৰাই নিৰামিষ আহাৰ গ্ৰহণ কৰাৰ দস্তুৰ তিৱা সকলৰ চলি আহিছে। চুৱা-নিকাৰ ক্ষেত্ৰত তেওঁলোকে এইখিনিহে মানি চলে।

## ১৪৬। ছংখং/ জংকং পূজা ঃ

চ'ত মাহত তিৱা সকলে ছংখং পূজা উৎসৱ পালন কৰে। ভৈয়ামত ছংখং শব্দটোৰ উচ্চাৰণ কৰে জংকং বুলিহে। সেইবাবে তিৱা ভিন্ন অন্যান্য লোকসকলে ছংখং পূজা আৰু জংকং পূজা দুটা বুলি প্ৰায়েই ভুল কৰে। ই হ'ল কৃষি কৰ্ম্মৰ আৰম্ভণিৰ আগমূহূৰ্ত্তত কৃষিদেৱতাৰ উদ্দেশ্যে পালন কৰা উৎসৱ। এই পূজাৰ মুখ্য দেৱতা চাৰিভাই- চাৰিকৰা যদিও মুখ্য দেৱতা মহাদেউ-পাৰ্ব্বতী। লগত বাঘদেউ

আৰু জলথল দেৱতা। পূজাৰ উপকৰণ লাউপানী, দুটা বজা মুগী চৰাই, এটা কাছ', চাউল, এটা কণী, এটা ৰূপৰ আঙঠি, সৰু খৰাহীৰে এখৰাহী চাউল( প্ৰায় এক কিলো), ১০১ এটা কৌপাত, বাঁহৰ সৰু সৰু কাঠিৰে গুথি ৰখা এখন সৰু চাং(বানৰ দৰে); আগলি কলপাত পাঁচ জাপ, তামোল-পাণ, তামৰ পয়চা এটা আৰু এলাউ লাউপানী। কাছৰ প্ৰয়োজন থলুৱা তিৱা সকলৰ ক্ষেত্ৰতহে প্ৰয়োগ হোৱা দেখা গৈছে।

ছুংখং পূজা উৎসৱৰ আগমুহূৰ্ত্তত লৰৰ নিৰ্দেশত গাঁৱৰ লোকসকলে একগোট হৈ পূজাৰ উপকৰণ যোগাৰ কৰাৰ বাবে আলোচনা কৰে। নিৰ্দিষ্ট পূজাৰ দিনৰ আগদিনা মুকলি পথাৰত কোবেৰে বনবোৰ চুৰুকি এখন খোলা তৈয়াৰ কৰে। পিছদিনা পূজাৰ উপকৰণ সমূহ লই বাইজে চুৰুকিখোৱা খোলাত উপস্থিত হয়গে। খোলাখনৰ পূব দিশত মাটিৰে চাৰিটা ওখ টিপ সাজি, তাত প্ৰথমেই মহাদেউ গোঁসাইৰ স্থান নিৰ্ব্বাচন কৰি এজাপ কলপাত পাৰি দিয়ে। মহাদেৱৰ বাওঁফালে শস্যৰ অধিপতি ছুংখং দেৱতা ওৰকে চাৰিভাই-চাৰিকৰাৰ স্থান। ছুংখং দেৱতাৰ সোঁফালে কালিখা-কামাইখা আৰু বাঘৰজাৰ আসন। মহাদেউ গোঁসাইৰ আসনৰ শীৰ্ষত সৰু সৰু কাঠিৰে বোৱা এখন বাঁহৰ চাং ওলোমাই দিয়ে। চাংখনৰ ওচৰতে এলাউ মদ ৰাখে, লগতে তামোল পাচোটা আৰু পাণ পাঁচ খিলা দিয়া হয়। চাৰিভাই-চাৰিকৰাৰ আসনত কলপাত জাপৰ ওপৰত ১০১ এটা কৌপাত জাপি দি, তাত আৰৈ চাউল ওপচাই দিয়া হয়। চাউলৰ ওপৰত এটা ৰূপৰ আঙঠি; আঙুঠিৰ ওপৰত এটা চৰাইৰ কণী দি তামোল-পাণ সকলোতে আগবঢ়ায়। পূজাৰ শুভক্ষণ হৈছেনে নাই সেয়া চাবলৈ লৰই হাতত দুছটা ফলা বাঁহ লৈ ওপৰলৈ মাৰি পঠিয়ায়। বাঁহ দুছটা যদি ফলা অংশ ওপৰলৈহে পৰে তেন্তে শুভক্ষণ মিলিছে বুলি জানিব। তেতিয়া বাইজে আদামবাৰ'(হৰিধ্বনি) দিব। পিছত বাইজক লাউপানী বিলাবলৈ দি লৰই প্ৰতিজন দেৱতাৰ নামত স্তুতি মন্ত্ৰ মাতি চৰাই, কাছ' আদি উচৰ্গি তাৰ তেজবোৰ পাতবোৰত ছতিয়াই দিয়ে আৰু পেটুবোৰ দীঘলে দীঘলে পাৰি দিয়ে। স্তুতিমন্ত্ৰত শস্যাধিপতি দেৱতাক কৃষিৰ সঁজুলি নাঙল-যুঁৱলি আদি, কঠিয়া হ'বলৈ, নদ-নদীত পানী হ'বলৈ, খেতি-বাতি উজ্জ্বনদী হ'বলৈ আশীৰ্ব্বাদ বিচাৰি স্তুতিমন্ত্ৰ উচ্চাৰণ কৰে। চৰাই কেইটা পুৰি-কাটি ৰান্ধিবলৈ দিয়ে। বন্ধা-বঢ়া হোৱাৰ সময়লৈ ডেকাসকলে গ্ৰাম-খোৱাং বজাই স্তুতি কৰাৰ ভঙ্গীৰে নৃত্য কৰে আৰু লৰই সুৰ লগাই স্তুতি গীত গায়। বন্ধা-বঢ়া শেষ হলেই সকলোৱে চক্ৰাকাৰে বহি লাউপানীৰে সৈতে বন্ধা মাংস খায়। পিছত গ্ৰাম-খোৱাং বজাই ডেকাসকলে কৃষি উৎসৱৰ নৃত্য-গীত কৰি ঘৰলৈ ঘূৰি আহে। পিছদিনা লৰৰ ঘৰৰ পথাৰৰ

এডোৰলমান মাটি ডেকাসকলে কোৰেৰে চহাই নৃত্য-গীত কৰি লৰৰ ঘৰলৈ আহে আৰু লাউপানী খায়। ছংখং পূজা উৎসব পালন কৰাৰ পিছৰে পৰাই পাহাৰীয়া তিৱাই সময় আৰু সুবিধা বুজি কৃষিকাৰ্য্য আৰম্ভ কৰে।

## ১৪৭। ছুগ্ৰামিছ্বা ঃ

ছুগৰামিছ্বা বা ছুগ্ৰামিছ্বা শব্দৰ অৰ্থ হ'ল সমুদায় নাচ নচা। ছুগ্ৰা অৰ্থে সমুদায় বা সকলো; আৰু মিছ্বা অৰ্থে নৃত্য কৰা। ছুগৰামিছ্বা উৎসৱ ফেব্ৰুৱাৰীৰ শেষ আৰু মাৰ্চৰ প্ৰথম সপ্তাহত অৰ্থাৎ চ'তমাহৰ শেহ ভাগত পালন কৰা হয়। ই হ'ল পাহাৰীয়া তিৱা সকলৰ বসন্ত উৎসৱ- ই কৃষিৰ লগত জড়িত। এই উৎসৱ পালনৰ বাবে এখন সমিতি থাকে। লৰ' আৰু হাতাৰী এই উৎসৱৰ প্ৰধান পৃষ্ঠপোষক। ওজাখেল, চাংদলৈ প্ৰমূখ্যে ডেকাচাঙৰ বিষয়া আৰু যুৱক সকল আৰু ফুৰাখেলক লই এই সমিতি গঠন কৰা হয়।

পূজাৰ এমাহ আগৰে পৰাই চামাদিৰ গ্ৰাম, গ্ৰাম্‌বাৰ', তুম্বাং গ্ৰাম আদি মেৰামতি কৰা হয়। এটা দিন ঠিক কৰি(বুধবাৰ) ওজাখেল,লৰ', চাংদলৈ প্ৰমূখ্যে বিষয়া সকলে এলাউ মদ, এটা পাতি পইচা, এলোটা পানী, তামোল-পাণ আৰু এটা ৰঙা চৰাই লই বাঁহী কাটিবলৈ পাহাৰলৈ যায়। পাহাৰৰ ধুনীয়া বিজুলি বাঁহ এজোপা বিচাৰি তাৰ তল পৰিষ্কাৰ কৰি, এটা সৰু টিপ তুলি, তাত এজাপ কলপাত পাৰি, চাকি-শলিতা জ্বলাই, তামোল-পাণ দি, পাতি-পয়চাটো তাত থাপি, অলপ লাউপানী বাঁহগছৰ দেৱতা চাল্‌ভ্জা ৰজাক তামোল দি পূজা কৰে- বাঁহীৰ বাবে বাঁহ কটাৰ অনুমতি বিচাৰি। পিছত চৰাইটো কাটি তাত তেজবোৰ ঢালি,পেটুবোৰ উলিয়াই তাত দীঘলে দীঘলে পাৰি দি স্তুতিমন্ত্ৰ মাতে। শুভক্ষন চাবলৈ দুফাল বাঁহ লৈ ওপৰলৈ মাৰি দিয়ে। দুয়োফাল বাঁহ ওপৰমুৱাকৈ পৰিলে অৰ্থাৎ ফলা অংশ ওপৰমুৱাকৈ পৰিলে শুভসময় বুলি গণ্য হয়। তেনেকৈ নপৰিলে ৰাইজে আদামবাৰ' দি পুনঃ শুভক্ষণ চায়। শুভক্ষণ মিলিলে দেৱতাৰ সংকেত পোৱা বুলি গণ্য কৰি বাঁহীৰ বাবে বাঁহ কাটে। ইয়াৰ লগতে ম্লিন্দাই থুনাৰ বাবে মদাৰ গছ (মাদাৰ ফাং) এডালো কাটি " হে কুৰু, হে কুৰু" কৈ উচ্চাৰণ কৰি চামাদিলৈ বস্তুবোৰ লৈ আহে। ইয়াকে কোৱা হয় পাংচী টানা বা বাঁহীৰ বাবে বাঁহ কটা। পিছত চামাদিৰ কাষত বিজুলি বাঁহ বোৰ ৰাখি, কিছু দূৰত এটা পঁজা ঘৰ সাজি, ওজাখেলক তাতে ম্লিন্দাইথুনা প্ৰস্তুত কৰিবলৈ দিয়া হয়। চামাদিৰ জুহালত গধুলি ডেকাসকলে জুই ধৰি বাঁহী প্ৰস্তুত কৰে। ইয়াকে " পাংচী ফেন্দানী" বা বাঁহী সজা বোলে।

পূজাৰ এসপ্তাহ আগৰে পৰাই মহিলা সকলে কানি-কাপোৰ ধোৱে। ঘৰ-

দুৱাৰ লিপি-মচি পৰিষ্কাৰ পৰিচ্ছন্ন কৰে। পূজাৰ এসপ্তাহ কাল কোনেও কোৰ-কটাৰী, নাঙল-যুঁৱলি লই পথাৰৰ অথবা ঘৰৰ্বা কাম-কাজ নকৰে। ভৰালঘৰ নুচুৰে। জোতা, লং-পেন্ট, পায়জামা পিন্ধা নিষিদ্ধ। চাংদলৈক চোৰাংচোৰা দল-ফুৰা খেলে মুহূৰ্তে মুহূৰ্তে গাঁৱৰ সকলো খবৰ জনাই থাকে। আইন অমান্যকাৰী ব্যক্তি ৰাইজৰ ওচৰত দণ্ডনীয় হ'ব। দণ্ড হ্ব দুটা মগলা চৰাই আৰু এলাউ মদ।

গধুলি সময়ত লৰ'ই ওজাখেল আৰু বয়োবৃদ্ধ সকলক লই নো-বাৰত (ৰেঘৰ) ফা-মাহাদেউ, চাৰিভাই-চাৰিকৰা দেৱতাৰ নামত দুটা ৰঙা চৰাই উচৰ্গা কৰি পূজা কৰে। পূজা কৰি হলেই চৰাই দুটি পুৰি-কাটি ৰান্ধিবলৈ দিয়ে আৰু ডেউকা, ঠেং, কলিজা আদি দেৱতালৈ উচৰ্গি বাকীবোৰ লাউপানীৰে সৈতে ৰাইজে গ্ৰহণ কৰি চামাদিলৈ যায়। চাংদলৈয়ে চামাদিৰ সন্মুখৰ চোতালত ডাঙৰকৈ এফোৰা জুই ধৰে। মিন্দাইফাৰ নামত এটা কণী উচৰ্গা কৰাৰ পিছত লৰ'ই স্তুতিগীত গায়। পাছাই সকলে ধীৰ গতিত স্তুতিগীতৰ আহিঁত নৃত্য কৰে। স্তুতিগীত সম্পূৰ্ণ হলেই ডেকা সকলৰ উদ্দেশ্যে নৃত্যগীতৰ বাজনা বজোৱা হয়। লৰা-বুঢ়া-গাভৰু-বোৱাৰী, বুঢ়ী-মেথি সকলোৱে চামাদিৰ চোতালত জুম বান্ধে। ডেকাসকলৰ নৃত্য চলে, গীত গায়। এদলৰ ভাগৰ লাগিলে অন্য এটা দলে শাৰী পূৰাইহি। ৰাতি পুৱালেই ডেকা সকলে চামাদিৰ বিবয়ৰবীয়া সকলৰ ঘৰত নাচেগৈ। তাৰ পৰা ঘূৰি আহি পুনৰ চামাদিৰ চোতাল পায়হি। তাত নাচি থকাৰ ,সময়তে লৰ'ই চামাদিৰ ছুত্ৰা-কাৰছগাত মিন্দাইফাং পোতে। এই ব্যৱস্থাই উৎসৱৰ সামৰণীৰ ইঙ্গিত দিয়ে। তেতিয়া চাংমাজিয়ে তিনিটা দীঘলীয়া উঁকি মাৰে। গাঁৱৰ বুঢ়া-মেথা, বুঢ়ী,গাভৰু, বোৱাৰী সকলোৱে জুমে জুমে চামাদিৰ চৌহদৰ ওচৰ পায়হি। এই সময় খিনি বৰ গহীন হয়। পৰিস্থিতিৰ লগত খাপ-খুৱাই গ্ৰামত গুৰু গম্ভীৰ ছেওৰ মূৰ্চ্ছনা দিয়া হয়। লৰ'ই মিন্দাইফা মহাদেউৰ নামত চৰাই এটি হাতত লই সকলোৱে মঙ্গল কামনা কৰি স্তুতি কৰি, চৰাইটোৰ এটা ঠেং মুচৰি এৰি দিয়ে। সেই সময়ৰ পৰাই থোৰাংবাদক সকলৰ চকুৰে ধাৰাসাৰে চকুলো বাগৰে। তেওঁলোকে এজন এজনকৈ থোৰাঙত কৰুণ বিননিৰ সুৰ তুলি ছুত্ৰা-কাৰাছগাত বন্ধা মিন্দাইফাঙত থোৰাংবোৰ কোবাই ভাঙি পেলায় আৰু চকুলো টুকি টুকি আঁতৰি যায়।

ইয়াৰ পিছত চামাদিৰ ওজাখেলৰ নৃত্য-গীতৰ পাল। গায়ক সকলে করুণ সুৰেৰে গীতৰ মূৰ্চ্ছনা তোলে। উপস্থিত থকা বুঢ়া-বুঢ়ী, জীয়ৰি-বোৱাৰী সকলোৱে চকুত চকুলো ওলায়। শেহত চাংদলৈ, চাংমাজি, কৰাইমাজি আৰু হৰুমা বিৰয়াই ডেকা সকলে নমচা সাতোটা নৃত্য নাচি উৎসৱৰ সামৰণীৰ ইঙ্গিত দিয়ে। এই সাতোটা নৃত্যত কেৱল গ্ৰামহে বজোৱা হয়। সদৌ শেষত লৰ'ই এটি নতুন নৃত্যৰে

সামৰণি মাৰি মিন্দাইফা মহাদেউৰ স্তুতি কৰি ছগ্রামিছাৰা উৎসৱৰ সামৰণি ঘোষণা কৰে।

## ১৪৮। ছুংদেউ/ছোং ঃ

বাঘ-ভালুক আদিয়ে হাবিৰ কোনো নিৰাপদ ঠাইত নিজকে আবদ্ধ কৰি ৰাখে। মানুহে ইয়াকে বাঘৰ ছোং বা ভালুকৰ ছোং বা ছুং বোলে। ছোং বা ছুং শব্দে হাবি-জংঘলৰ নিৰাপদ বাসস্থান বুজায়। বনৰীয়া জীৱ-জন্তু বিলাকে বাস কৰা সমস্ত জংঘলকে তিৱা সকলে ছোং বা ছুং বোলে। এই হাবি বা জংঘলৰ বা ছোঙৰ অধিপতি শিৱ আৰু কালিখা। তেওঁলোকৰ নির্দেশত খৰকিয়া দেৱতা গনেশে জঙঘল তদাৰক কৰে। কোনেও যাতে জঙঘলৰ নীতি-নিয়মৰ ভঙ্গ নকৰে — সেইটো চোৱাচিতা কৰিবলৈ বাঘক ছোংদেউৰ প্ৰতিনিধি ৰূপে ধৰা হয়। হাবিত গৰু-গাই, ম'হ-ছাগলী চৰাবলৈ নিলে যাতে কোনো উপদ্ৰৱ নকৰে, তাৰ বাবে ছুংদেউৰ নামত হাবিৰ কাষত তিৱাসকলে পূজা দিয়ে। বৰঘৰতো বাঘদেউৰ পূজা কৰা হয়। "খেল-ছোং নহ'লে মানুহৰ জীৱন মিছা" বোলা কথাষাৰে একেলগে সমাজ পাতি বাস কৰা গাঁওবাসী অর্থ কৰিছে।

## ১৪৯। ছুঠাল/জেঠাল ঃ

তিৱা সমাজত মহিলাসকলে শহুৰ-শাহু পৰ্য্যায়ৰ লোকসকলক নির্ঘাত সন্মান কৰে। এই শহুৰসকল হ'ল স্বামীৰ পিতৃ, দদাই, মোমাই, বৰপিতাই ইত্যাদি। সর্বাধিক সম্মানীয় শহুৰজন হ'ল ভাই শহুৰ, স্বামীৰ ককায়েক সকল। ভাই শহুৰক ছুঠাল বা জেঠাল বোলে। অন্যান্য শহুৰসকলৰ ক্ষেত্ৰত এৰাধৰা থাকিলেও ভাইশহুৰ বা ছুঠাল ওৰফে জেঠালৰ ক্ষেত্ৰত তেওঁলোকে অতি নিষ্ঠাৰে সন্মান প্ৰদৰ্শন কৰে। সেইদৰে ভাইবোৱাৰী সকলকো জেঠালসকলে খুব আদৰ সন্মান কৰে। ভাই বোৱাৰীসকলে ওৰণিখন মূৰৰ পৰা মুঠেও নুগুচায়। ভাই শহুৰৰ মুখলৈ চাই মুঠেও কথা নকয়। ভাই শহুৰেও ভাইবোৱাৰীক নিজৰ জীয়েকৰ দৰে দেখে আৰু সৰু আই বা সৰু ছোৱালী বুলিহে সম্বোধন কৰে। যিকোনো পৰিস্থিতিতে কোনো ভাই বোৱাৰীয়ে ভাই শহুৰৰ মুখামুখিকৈ কথা-বতৰা নেপাতে আৰু কথা পাতিব লগা হ'লেও একাষৰীয়াকৈ কিবা ক'ব লগা থাকিলে চমুকৈ কৈ আঁতৰি যায়। আজিৰ যুগৰ ভাই বোৱাৰীসকলে বিশেষকৈ অজনজাতিৰ বোৱাৰীসকলে অন্যান্য শহুৰসকলৰ কথা বাদেই ভাই শহুৰসকলক "দাদা" বুলিহে সম্বোধন কৰে। ওৰণি-বাৰণিও নলয়, চকীত বহি সমানে কথা-বতৰাত অংশগ্ৰহণ কৰা দেখা যায়। এনে ব্যৱস্থা তিৱাসমাজত নাছিল আৰু নাই। এয়া অৱশ্যে সময়ৰ পৰিবৰ্তন।

## ১৫০। ছক্ ঃ

তিৱাসকলে ৰাতি সেবা বা ভিতৰ সেবা বুলি, ৰাতিৰ ভিতৰতে সম্পন্ন কৰা এটি গোপন সেবা উদ্‌যাপন কৰে। এই সেৱাত কলডিল, চৰাই, পছু অৰ্থাৎ গাহৰি, চৰাই, লাউপানী, সান্দহ, পিঠাপনা, তামোল-পাণ আদিৰ প্ৰয়োজন হয়। সচভৰ সেঁৱাৰ প্ৰধান প্ৰতিকৃতি পিতৃধ্বজ আৰু মাতৃধ্বজ। পিতৃধ্বজৰ ওপৰত অক্ষয় বন্তি জ্বলোৱা হয়। এই পিতৃধ্বজ স্থাপনৰ বাবে ধ্বজৰ তলিৰ জোখত কলপাতৰ পৰা আঠকোণীয়া দুটা ছক্ কটা হয়। এটা ছক্ পিতৃধ্বজৰ তলত অৰ্থাৎ মাটিত আৰু আনটো ছক্ ধ্বজৰ ওপৰত দি তাৰ ওপৰত তেল-শলিতাযুক্ত মাটিৰ চাকিটো স্থাপন কৰা হয়। এই আঠকোণীয়া ছক্‌টোৱে আঠোটা দিশত বিৰাজমান প্ৰকৃতি শক্তিৰ অৱস্থিতিৰ কথাই সূচনা কৰে। আঠকোণীয়া ছক্‌ৰ তাৎপৰ্য্য হ'ল — সৰ্ব-ক্ষিতি, ভৱ-জল, ৰুদ্ৰ-অগ্নি, উগ্ৰ-বায়ু, ভীম-আকাশ, মহাদেৱ-সোম, ঈশান-সূৰ্য্য আৰু পশুপতি-যজমান। শিৱ আৰু শক্তিৰ এই আঠোটা স্বৰূপৰ ইঙ্গিত বহন কৰিছে বুলি কোৱা হয়। অভিজ্ঞান শকুন্তলম্ নাটকতো মহাকবি কালিদাসে তেওঁৰ ইষ্ট গুৰু মহাদেৱক অষ্ট দিশত বিৰাজমান বুলি নান্দী শ্লোকতো বৰ্ণনা কৰিছে এনেদৰে — "যা সৃষ্টিঃ স্রষ্টুৰাদ্যা বহতি বিধিহুতং, যে দ্বে কালং বিৰ্বত্তঃ শ্ৰুতি বিষয়গুণা যা স্থিতা ব্যাপ্য বিশ্বম্" – এইবুলি। পিতৃধ্বজ হ'ল মহাদেৱৰ লিঙ্গপুৰুষৰ প্ৰতীক আৰু ছক্ হ'ল মহাদেৱৰ লিঙ্গ স্থাপনৰ আধাৰ অষ্টদল পদ্ম — ভগৱতীৰ যোণীমণ্ডলৰ প্ৰতীক।

## ১৫১। জঁ ঃ

মতা মুৰ্গী চৰাইবোৰ ডাঙৰ হ'লে সিবিলাকক মগলা চৰাই বোলে। মগলা চৰাইবোৰৰ মূৰত টিক্‌টিক্‌কৈ ৰঙা মুকুটৰ দৰে ডাঠ ছাল এটুকুৰা বাঢ়ি আহে। ই চৰাইৰ বীৰত্বৰ চানেকিৰ দৰে আৰু দেখাত সুগঢ়ি কৰি তোলে। ইয়াকে চৰাইৰ জঁ বোলে।

## ১৫২। জঁক উঠা / জকা ঃ

তিৱা সমাজতেই নহয়, প্ৰায়বোৰ জনজাতি সমাজতেই অপদেৱতা বা দেৱতাই লম্ভিলে জঁকে বুলি বিশ্বাসৰ প্ৰচলন আছে। আই ভগৱতী, শিৱ প্ৰভৃতি বিভিন্ন দেৱতাই মানুহৰ শৰীৰত ভৰ কৰিলে অস্বাভাৱিক ধৰণেৰে, অদ্ভুত অদ্ভুত কথা কৈ, পদ্মাসন কৰি সমস্ত শৰীৰ কঁপাবলৈ ধৰে। তেনে অৱস্থাত, ঘৰ-দুৱাৰ লিপি মচি, ধূপ-ধুনা জ্বলাই আসন পাতি দিব লাগে বুলি মানুহক ধমকি দিয়ে। সেইসময়ত

কোনো মানুহে কিবা অমঙ্গলৰ কথা সুধিলে সেইবোৰকৈ তাৰ বিধান দিয়ে। দেৱতা লম্ভি সৰ্বশৰীৰ কঁপনি উঠা কাৰ্য্যকে জঁক উঠা বা জকা বোলে।

## ১৫৩। জহা :

ধানৰ এবিধ প্ৰজাতি। এইবিধ ধান মহঙা। এই ধানৰ চাউলৰ পৰা সিদ্ধ ভাতৰ মলমলীয়া গোন্ধ বাহিৰ হয়। অতিশয় মিহি আৰু মূল্যবান চাউল। কাজ-সকামত সততে লাগে। ক'লা জহা, বগা জহা আৰু কুন্‌কুণি জহা, মানিকী মধুৰী জহা সবাতকৈ উত্তম — এই চাৰি পৰ্য্যায়ৰ জহাধানৰ অসমত খেতি কৰা দেখা যায়। শাক হিচাপে লতাজাতীয় জহাভোল এবিধ সুগন্ধি আৰু সুমিষ্ট খাদ্য। জহা শব্দই মাছৰ জহা অহাৰ কথাও মনলৈ আহে। মাছৰ জহা অহা বুলিলে সাধাৰণতে নাৰ', বাট', বৌ, শিঙি আৰু কাৰৈ মাছৰ জাক পাতি পাতি অহা ব্যৱস্থাৰ কথাৰেই ইঙ্গিত দিয়ে। উজান অহা আৰু জহাৰ পাৰ্থক্য আছে। উজান অহাত মাছবোৰে পানী বাঢ়ি অহাৰ লগে লগে বিভিন্ন ঠাইত সিচঁৰিত হৈ পৰে। কিন্তু মাছৰ জহা অহা বুলিলে একেবিধ প্ৰজাতিৰ অসংখ্যক মাছ জাক বান্ধি বান্ধি অহা বুলি বুজিব লাগিব।

## ১৫৪। জখাৰ/ছখাৰ :

তিৱাসকলে গোটা বস্তু বা আধাৰক বেলেগ বেলেগ ধৰণেৰে নাম দি লৈছে। ডাঙৰ হ'লে তৰা, সৰু হ'লে চিপ' আৰু মজলীয়া ধৰণৰ বস্তুক ছখাৰ বা জখাৰ বোলে। জখাৰ শব্দটো ভৈয়ামৰ মানুহৰ মাজত চলে, পাহাৰীয়া সকলে ছখাৰ বোলে। জখাৰ শব্দে সৰুও নহয়, ডাঙৰো নহয় মজলীয়া আকৃতিৰ অৰ্থ কৰে। যেনে মাছটো ডাঙৰো নহয় একেবাৰে সৰুও নহয় – জখাৰ। অৰ্থাৎ মধ্যমধৰণৰ।

## ১৫৫। জচ্‌কাই :

মহিলাৰ বক্ষ ঢাকনি চাদৰক হাজোবালি। তিৱাসকলে জচ্‌কাই বোলে। তিৱা মহিলাই ব্যৱহাৰ কৰা মেখেলাক কয় কাইছং, চাদৰক কয় ফাচ্‌কাই বুলি আৰু ৰিহাখনক কয় জচ্‌কাই বুলি। তেওঁলোকে এই তিনিবিধ বস্ত্ৰ শৰীৰত পৰিধান কৰিছিল। বয়সস্থা মহিলাই ককালত এখন নৰাবাক্সো মাৰে। এই ফাচ্‌কাই বা জচ্‌কাইবোৰ বিভিন্ন ৰঙৰ আৰু তাত বিচিত্ৰ ধৰণৰ ফুল বাছি লয়।

## ১৫৬। জপা :

আমাৰ সমাজত এবাৰ কথাৰ প্ৰচলন আছে – বোলে –

জপাৰ বৰ কাপোৰ জপাতে ৰহিব
হাড়তো গজিব বন,
কালৈ সাচিছ ধন ঐ মনাই তই
কালৈ সাচিছ' ধন।।

আগৰ কালত মানুহে বাঁহৰ চেপেতা সৰু কামি চাঁচি তাক বেতৰে গুঁথি, চাৰিচুকীয়াকৈ ডাঙৰ বাকছ সাজে। ইয়াত কাপোৰ কানিবোৰ জাপি, সামৰি-সুতৰি আটোম-টোকাৰিকৈ ৰাখে বাবে ইয়াক জপা বোলে। বেতৰ সূতৰে তিনিটা কটপা দি খোলা-মেলা কৰাৰ অৰ্থাৎ দণ্ডা আৰু জপোৱাৰ সুবিধা কৰি লয়। জপাৰ দুয়ো কাষত বেতৰ সূতেৰে চেলা গাঁথনি দি দুডাল-হাকোটা কৰি দিয়ে -- তাৰে ঘৰৰ চালৰ কামিত অথবা চাঙত ওলোমাই ৰাখিব পাৰি। কেৱল বেতৰ সূত ডাঙৰকৈ চাঁচি তাক মো'ৰ লগাই বৈয়ো জপা সজা হয়। আজিকালি জপাৰ ব্যৱহাৰ উঠি গৈছে।

## ১৫৬। জাত/জাতি ঃ

বেদত উল্লেখ আছে যে -- "চাতুৰ্ব্বৰ্ননং ময়া সৃষ্টং গুণ কৰ্ম্ম বিভাগশাঃ" অৰ্থাৎ গুণ আৰু কৰ্ম্মৰ বিভাজন হেতু মই চাৰিবৰ্ণৰ বা চাৰিজাতৰ সৃষ্টি কৰিছো। পিছলৈ এই চাৰি বৰ্ণ, যথাক্ৰমে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰৰ পৰাই বৰ্ণ সংকৰৰ সৃষ্টি হৈ চৌৱষ্ঠি জাতৰ সৃষ্টি হৈছে। খাদ্যাভাস, সাংস্কৃতিক জীৱন আৰু সামাজিক সংমিশ্ৰণত নানা জাতৰ সৃষ্টি হৈছে। ব্ৰহ্ম বৈবৰ্ত্ত পুৰাণতো বিভিন্ন জাতৰ সৃষ্টি বিবৰণ আছে। অসমতো মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে বিভিন্ন জাতৰ মানুহ থকাৰ কথা উল্লেখ কৰিছে -- যথা --

কিৰাত কছাৰী খাচি গাৰো মিৰি
যবন কঙ্ক গোৱাল,
অসম মুলুক ধোবাযে তুৰুক
কুবাচ ম্লেচ চণ্ডাল।

মাধৱ কন্দলিয়েও অসমক চৌত্ৰিশ জাতৰ দেশ বুলি কৈছিল। বুৰঞ্জীত পোৱা মতে -- কমাৰ, কঁহাৰ, কাটনি, কাঠকটীয়া, খৰিকটীয়া, খাৰঘৰীয়া, খনিকৰ, গুণাকটীয়া, চমাৰ, জৰাধৰা, তাঁতী, তেলী, দুলীয়া, ধোবা, নাপিত, পটীয়া, বাঢ়ে, বেজ, মৰীয়া, মালী, মুচীয়াৰ, শিলাকুটী, সোণাৰী আদি বৃত্তিয়াল লোকৰ উল্লেখ আছে। ইবোৰত বাদেও লালুং, মিকিৰ, কোঁচ-কছাৰী, ডিমাছ-হাজং, বাভা-সোণোৱাল, গোঁসাই-মহন্ত, বামুন-গণক, কায়স্থ-কলিতা, নাথ-যোগী, আহোম-কৈবৰ্ত্ত আদি বিভিন্ন

সম্প্ৰদায় বা জাতৰ অৱস্থিতি মন কৰিবলগীয়া।

## ১৫৮। জাপ ঃ

"ইটোৰ ওপৰত সিটো থ" — এনে অৰ্থত হুকুম দিয়া অৰ্থত জাপ বা জাপি থোৱা বোলে। তিৱাসকলে সেৱা পূজা ভাগ কৰোতে আগলি কলপাত ব্যৱহাৰ কৰে। এই আগলি কলপাতত দেৱ-দেৱতাৰ বাবে বিভিন্ন নৈবেদ্য আগবঢ়ায়। দুখন আগলি কলপাত ওপৰা-ওপৰিকৈ ৰখাকে এজাপ কলপাত বোলে। তামোল-পানৰ বঁটা বান্ধিবলৈকো এজাপ কলপাতৰ প্ৰয়োজন। সেইবাবে কলপাত দুখনৰ লগ্নীকৰণকে সাধাৰণতে জাপ বা এজাপ বোলে।

## ১৫৯। জাপি ঃ

অসমীয়া সমাজত এষাৰ ফকৰাৰ প্ৰচলন আছে বোলে — "জাপি, লাঠি, টনা, ইয়াক এৰিলে দিনতে কণা।" ইয়াৰ অৰ্থই হ'ল - জাপি, লাখুটিডাল নেৰা আৰু পোন্ধ মাৰি থকাটো প্ৰতিজন অসমীয়াৰ অপৰিহাৰ্য্য, দৈনন্দিন জীৱনৰ অঙ্গস্বৰূপ আছিল। আজিকালি জাপি-লাখুটি লৈ ফুৰা অভ্যাসটো অসমীয়াই এৰি পেলাইছেগৈ। মাঘবিহুত মহ যুঁজালেহে  হাতত লাখুটিডাল লোৱাৰ অভ্যাস। জাপিও গাঁৱলীয়া সমাজতহে ব্যৱহাৰ হৈ আছে। নগৰীয়া চহৰীয়াসকলে নিজকে অসমীয়া কৃষ্টিৰ চমজদাৰ ব্যক্তি ৰূপে চিনাকি দিবলৈকে ড্ৰইং ৰুমত ফুলাম গামোছা এখন, ফুলাম জাপি এটা আৰু এখন শৰাই সজাই থোৱাৰ অভ্যাস কৰিছে। জাপি, পাহাৰ ভৈয়ামৰ মুনিহ-তিৰোতা উভয়ে ব্যৱহাৰ কৰে। খেতি-বাতিৰ সময়ত, বৰষুণ বাদলৰ সময়ত।

পিছে জাপিৰ জন্মস্থানো চীন দেশতহে। প্ৰথমতে সেই দেশতহে ইয়াৰ প্ৰচলন আছিল। পিছলৈ মঙ্গোলীয়-তিব্বত ধৰ্ম্মীসকলে প্ৰব্ৰজন কৰি আহোঁতে এই জাপি প্ৰাচীন প্ৰাগজ্যোতিষ ওৰফে কামৰূপলৈ আনে। চীন দেশৰ জাপিৰ আকৃতি লাটিমটোৰ দৰেহে। কিন্তু দক্ষিণ পূব এচিয়া হৈ এই দেশ পাওঁতে ই মজলীয়া চৰিয়া এটাৰ নিচিনা আকাৰ ধাৰণ কৰে। পিছলৈ এই আকৃতিৰো পৰিবৰ্ত্তন ঘটি গোটোঙা, ঘূৰণীয়া আৰু মাজডোখৰ দৌলৰ আকৃতিৰ দৰে জোঙা হ'ল। বাঁহ-বেত আৰু তাল পাত বা টকৌ পাত জাপিৰ বাবে প্ৰয়োজন।

জাপি বিভিন্ন প্ৰকাৰৰ আছে। তাৰে ভিতৰত ৰজাজাপি, পানী জাপি আৰু হালোৱা জাপি প্ৰধান। অসমৰ মহিলাই বিশেষ উৎসৱ-পাৰ্ব্বনত ব্যৱহাৰ কৰা জাপিটোৰ নাম আছিল সৰুদৈয়া জাপি। সৰু সৰুকৈ মিহি দৈ অৰ্থাৎ তমালেৰে সাজি লোৱা জাপিকে সৰুদৈয়া জাপি বোলে। ইয়াক বিভিন্ন বস্তুৰ পৰ্চুলা কাপোৰেৰে গুণা দি

অথবা চুম্‌কি লগাই দেখনিয়াৰ কৰি তোলা হয়। পিছে সময়ে মানুহৰ ৰুচিৰ পৰিবৰ্তন ঘটাইছে। এতিয়া অসমীয়া মহিলাই সৰুদৈয়া জাপি মুৰত পিন্ধিলে হাঁহিয়াতৰ পাত্ৰ হোৱাৰ ভয় আছে আৰু সমালোচনাৰ পাত্ৰ হ'ব পাৰে। জাপি এতিয়া যাদুঘৰৰ সংৰক্ষণৰহে বস্তু। কিন্তু গাঁৱৰ তিৱা মহিলাই পথাৰলৈ গ'লে জাপি ব্যৱহাৰ কৰাটো এতিয়াও এৰা নাই। বনগীতত জাপিৰ উল্লেখ মন কৰিবলগীয়া। যেনে --

তুমি যে যাবাগৈ · উজনিৰ ৰাজ্যলৈ
মৌলৈনো আনিবা কি?
তোমালৈ আনিমে সৰুদৈয়া জাপিটি
মাজত বালিচন্দা দি।

## ১৬০। জাল ঃ

জাল শব্দ ব্যাপক অৰ্থত ব্যৱহাৰ হয়। খাদ্যাভাসত কচু, অমিতা, শুকতি আদিৰে জাল তৰকাৰী ৰান্ধি খোৱা ব্যৱস্থাৰ ইংগিত দিয়ে। খাদ্যদ্ৰব্যৰ ক্ষেত্ৰত জলকীয়া, জালুক, আদা আদিৰ জ্বলাৰ কথাৰো ইঙ্গিত বহন কৰে। প্ৰবঞ্চনা অথবা কপটালিৰ ক্ষেত্ৰতো জাল শব্দৰ ব্যাপক প্ৰয়োজন হয় যেনে -- জালনোট, জালচহী ইত্যাদি। মকৰাজাল, চকুৰজাল, কণীৰ জাল আদিয়েও ভিন্ন অৰ্থ প্ৰকাশ কৰে। অন্যহাতে ৰিহা, মুগা, পেৰাচুট আদিৰে মাছ, পহু, চৰাই আৰু বাঘ চিকাৰৰ বাবে গুথি লোৱা এবিধ যতন। মাছৰ বিভিন্ন প্ৰজাতি ধৰিবৰ বাবে বিভিন্ন পৰ্য্যায়ৰ জাল গোথা হয়। সেইবাবে ইবোৰৰ নামো সুকীয়া সুকীয়া। যিবোৰ জাল পানীত পুণ্ডা পৰ্কি পাতি থোৱা হয় সিবিলাকক লাঙিজাল বোলে। যেনে -- পুঠিলাঙি, কাৱৈলাঙি, শ'ললাঙি, মোৱালাঙি ইত্যাদি। তিনিকোণীয়া ঘোক থকা জালক ঘোকাজাল, দুডাল বাঁহৰ গোঁজত ইটা বান্ধি জাল গাঁথি দি মোনাটোৰ দৰে গুঁথি লোৱা জালক মলিজাল, পলৌটোৰ দৰে গোলাকাৰ কৰি লোৰ গুড়ি বান্ধি হাতেৰে ধৰাৰ ফালে সৰু কৰি ৰচী লগাই দুহাতেৰে দলিয়াই ফুলাই মৰাজালক খেৱালি জাল, চাৰিটা টঙিৰে বাব পৰা চাৰিচুকীয়া জালক টঙিজাল বা পৰজনি জাল বোলে। চৰাই ধৰিবৰ বাবে আকাশীজাল ওলোমৰ দৰে পাতি ৰখা হয়। এনেধৰণেৰে ডাঙৰ ডাঙৰ বীহাসুতাৰ ৰচীৰে পহু, গাহৰী আৰু বাঘ চিকাৰৰ জাল গুঁথি লোৱাটো তিৱাসমাজৰ দস্তুৰ আছিল। চামাদি বা ডেকাচাঙত পহু-গাহৰী আৰু বাঘ চিকাৰৰ বাবে ৰখা দেখা আমাৰ মনত পৰে। আজিকালি জাল বোৱা নিয়মটো তিৱা সমাজত উঠি গৈছে।

## ১৬১। জাকৈ ঃ

বাঁহৰ তমালেৰে ৰম্বাচ ক্ষেত্ৰটোৰ আকৃতিৰে বৈ লোৱা মাছ ধৰা যতন। ই চালনিৰ দৰে ফুটা থকা। বহল মূৰৰ ফালটো চপাই আনিলেই তিনিকোণীয়া হৈ পৰে। সৰু কোণটোৰ মাজ অংশত চেপা গুঠাৰ দৰে এখন জাল্না গুঠি দুয়োফালে বান্ধি দিয়া হয়। ইয়াক দুডাল কামিৰে সাবটাই চপাই আনি এডাল মাথো নাল কৰি লোৱা হয়। মুকলি অংশৰ দুয়োফালৰ বাওত ৰচী এডাল লগাই দিয়া হয়। চুঁচি, চাব্ মাৰি জাকৈ বোৱা হয়। জাকৈৰ লগত খাপ খোৱা ফকৰা এটাৰ প্ৰচলন এনেধৰণৰ-

আহু চাবা গধুলি, শালি চাবা পুৱা,
জাকৈ বাওঁতে ছোৱালী চাবা, কোন কেনেকুৱা।

আৰু এটা দিস্তান এনেকুৱা —

জালকে বুলিলে জকাই,
আন্ধাৰে মুধাৰে চিনিব নোৱাৰি
পৈয়েকক বুলিলে ককাই।

## ১৬২। জাখৰ ঃ

পুৰণি কালত সৈন্যসকলে অস্ত্ৰাঘাতৰ পৰা ৰক্ষা পাবলৈ পিন্ধা লোৰ চোলা আৰু অন্তৰ্বাস। জাখৰ শৰীৰৰ বুকুৰ অংশৰ পৰা কঁকালৰ ওচৰলৈকে ওলমি থাকে। সূক্ষ্ম লোৰ চালনিৰে বৈ লোৱা প্ৰতিৰক্ষামূলক যতন। অস্ত্ৰ-শস্ত্ৰ, যাঠি-জোঙেৰে আঘাত কৰিলেও সহজে ইয়াক ভেদ কৰিব নোৱাৰে। জাখৰ কঁকালৰ পৰা গুপ্তাংশ লৈকেও সুৰক্ষাৰ কাৰণে পিন্ধি লোৱা হয়।

## ১৬৩। জালিগাঁত ঃ

ৰন্ধনৰ পাত্ৰ থৈ জুই জ্বলাই ৰন্ধা-বঢ়া কৰিবৰ বাবে খান্দি লোৱা গাঁত। জুই বাহিৰ ওলাই নেযাবলৈ, কম খৰিৰে ৰন্ধা-বঢ়া বা বস্তু বেহানি গৰম কৰিবলৈ কৰা গাঁত। ভোজ-ভাৰাল, কুঁহিয়াৰৰ ৰস পগাবলৈ খান্দি লোৱা গাঁতকে জালিগাঁত বোলে। এনে জালিগাঁত দীঘলকৈ এফুটমান বহলকৈ খান্দি এফুটমান দ' কৰি খন্দা হয়। কাষে কাষে সৰুকৈ খিড়িকিৰ দৰে কাটি জুইৰ আগ আৰু ধোৱা ওলাই যাবলৈ সুবিধা কৰি দিয়া হয়। খৰি সুমুৱাবৰ বাবে অলপ বহলকৈ কাটি ঠিক কৰি লোৱা হয়। একেলগে দহ-বাৰটাকৈ জালিগাঁত খান্দি বৃহৎ সমাজ এখনক বান্ধি বাঢ়ি খুউৱা হয়।

পিছে মাধবিৰৰ এসপ্তাহমান আগৰে পৰাই তিৱাসকলৰ গৰখীয়াবোৰে

জালিগাঁত খান্দি পানী হিলৈ ফুটোৱা নিয়ম আছিল। এই পানীহিলৈ ফুটোৱা ব্যৱস্থাটো আজিকালি দেখা পোৱা নেযায়। গৰখীয়াসকলে বিহুৰ এমাহমান আগৰে পৰাই বাওধানৰ নৰা কাটি শুকুৱাই ৰাখে মেজি আৰু ভেলাঘৰ সাজিবলৈ। খৰি কাটি শুকুৱাই ৰাখে। বিহুৰ এসপ্তাহমান আগৰে পৰাই কুমলীয়া জাতি বাঁহৰ পাব কাটি দুয়োফালে গাঁথি ৰাখি, এটা গাথিৰ ফালে গজাল মাৰি ফুটা কৰে। সেই ফুটাৰে বাঁহৰ পাবত পানী ভৰাই গছৰ ঠাৰি চাঁচি গজাল মাৰি ফুটা বন্ধ কৰে। পিছত জালি গাঁতৰ ওপৰত এই পানী হিলৈবোৰ পাৰি দি তলত দীঘল ডাঁৰবাৰীৰে খেৰ বা নৰা ভৰাই জুই লগাই দিয়ে। জুইৰ তাপত পাববোৰ উফন্দি গুৰুম্ গুৰুম্ শব্দ কৰি ফুটে। ইয়াকে পানী হিলৈ ফুটোৱা বোলে। এইদৰে বিহুৰ দিনালৈকে প্ৰতিদিন গধুলি এসপ্তাহমান পানীহিলৈ ফুটাই মাঘ বিহুৰ জাননী দিয়া হয়।

## ১৬৪। জাঁজ মৰা / জাঁজ ভঙা ঃ

ঘৰুৱা কাম-কাজবোৰ নিয়াৰিকৈ কৰি ঘৰৰ সকলোকে খুৱাই- বোৱাই, আজৰি হোৱাকে জাঁজ মৰা বোলে। জাঁজ-জঞ্জাল, লেঠা-সুঠলি এনে অৰ্থ কৰে। ঘৰৰ সৰু সৰু ল'ৰা-ছোৱালীয়ে খেন্ খেন্ মেন্ মেন্ কৰি আমনি কৰি থাকিলে মাকে গাখীৰ দি অথবা খাবলৈ কিবা দি আউলবোৰ মাৰি হাত সৰা অৱস্থাক জাঁজ ভঙা বোলে। জাঁজ শব্দে জঞ্জাল বা আমনি অথবা কাম-কাজৰ পৰা আহৰি নোপোৱা অৰ্থ কৰে।

## ১৬৫। জেলা ঃ

তিৱা সমাজৰ একোটা খেলৰ অথবা একোটা খুটা বা বংশৰ লৌকিক বা ধৰ্মীয় কাম-কাজসমূহ সুচাৰুৰূপে চলাই নিবৰ বাবে খুটা বা বংশই প্ৰতি একোজন বয়োজ্যেষ্ঠ লোকক দায়িত্ব অৰ্পন কৰা হয়। তেওঁলোক পূজা-সেৱাৰ ৰীতি-নীতিত পাৰদৰ্শী হোৱ উচিত। ইয়াৰ লগতে জন্ম-মৃত্যু, অশৌচ, শ্ৰাদ্ধ, বিয়া-সবাহ সকলো কাম-কাজৰে পূৰ্বাপৰ চলি অহা নীতি-নিয়ম জনাৰ দৰকাৰ। তেওঁলোকে বংশৰ লগতে খেল সমজুৱাৰ মাজতো সম্মানৰ আসন পায়। এওঁলোকক জেলা বোলে। ঘৰজেলা, চখাজেলা, বৰজেলা এই তিনি প্ৰকাৰ নামেৰে এওঁলোক খেল সমাজত পৰিচিত। ঘৰ জেলা আৰু বৰজেলাক সহায় কৰিবলৈ থকা পালি জেলাসকলক চা-জেলা বোলে। এওঁলোকো সামাজিক কাম-কাজত দক্ষ। জেলা অবিহনে তিৱাসমাজ পঙ্গুপ্ৰায়। (বিশদ বিৱৰণ "বৰজেলা" দ্ৰষ্টব্য)

## ১৬৬। জেঙা/জেঙা লগা/জেঙা ভঙা ঃ

জেঙা শব্দে দায়-দোষ বুজায়। তিৱা লোকসকল দেৱতা বিশ্বাসী আৰু নিজৰ সমাজ গাঁথনিৰ ওপৰত আস্থাশীল। তেওঁলোকৰ বিশ্বাস, বিভিন্ন দেৱ-দেৱীয়ে বিভিন্ন সময়ত অদৃশ্য ৰূপত ঘূৰা-পকা কৰি ফুঁৰোতে, কোনো গছ-বিৰিখত দুপৰীয়া, গধুলি জিৰণি লৈ থাকোতে — ল'ৰা-ছোৱালী বা ব্যক্তি বিশেষে দেৱতাৰ ছাঁ গচকি পালে, দেৱতাৰ জিৰণি স্থানৰ তলত শৌচ-প্ৰস্ৰাব কৰিলে সিবিলাকে দায় ধৰে। লগতে এনে দায়-জগৰৰ বাবে দোষীক বিভিন্ন ৰূপত নিগ্ৰহ কৰে। জ্বৰ-জাৰি, ভুল বকা, শুই থকাৰ পৰা উঠি দৌৰাদৌৰি কৰা, দাঁত-মুখ কৰচি মানুহক কামুৰিবলৈ খেদি যোৱা, কঁপি কঁপি মুখেৰে ফেন ওলোৱা, মিচিক-মাচাককৈ হাঁহি থকা, চকু ঘোপা কৰি দ'ম দিয়া নানান ধৰণৰ উপসৰ্গই দেখা দিয়ে। তেনে কৰিলে মানুহে আইৰ (বসন্ত) জেঙা লগা বা দেৱতাৰ জেঙা লগা বুলি বিশ্বাস কৰে। আই জুৰনি দি তেনেলোকক গ্ৰাম্য চিকিৎসা বা ডাক্তৰী চিকিৎসা কৰোৱা হয়। তাৰাতাৰিকৈ ডাক্তৰী চিকিৎসা কৰিলে ব্যক্তি পঙ্গু হ'ব পাৰে। এনেধৰণৰ উৎপতীয়া কাম-কাজ হঠাৎ হ'লেই মানুহে দেৱতাৰ জেঙা লগা বোলে।

অন্যহাতে খেল সমাজত থাকি, বিধি বিৰুদ্ধ কাম-কাজৰ দ্বাৰা সমাজৰ দায়-জগৰ লগোৱা, বিয়া-বাৰুৰ ক্ষেত্ৰত সামাজিক বিধিমতে কাৰ্য্য সম্পাদন নকৰা, অবৈধ-অসামাজিক কাম-কাজ কৰি সমাজৰ গৰিহণা পোৱা, পিতৃ-পিতামহৰ দিনৰে পৰা চলাই অহা সেৱা-পূজা, শ্ৰাদ্ধ-অশৌচ আদি নকৰি পেলাই থোৱা — জেঙা লগা কাম। তেনে গৃহস্থৰ ঘৰত ৰাইজে যাতায়ত নকৰে, খোৱা-পিয়া নকৰে। খেল সমজুৱাক আহ্বান কৰি মদ-পানীৰে আপ্যায়ন কৰি কৃতকৰ্ম্মৰ বাবে জৰিমনা আগবঢ়াই দোষ এৰুওৱা কামকে জেঙা ভঙা বোলে। জেঙা ভাঙি দিলে পূৰ্ব্ববৎ খেলে সমাজে চলা ফুৰা কাম-কাজত নিৰ্বিঘ্নে যোগদান কৰাত বাধা নাথাকে।

## ১৬৭। জু/ছু/লাউপানী/মদ ঃ

আবহমান কালৰে পৰা তিৱা সমাজত " জু" বা লাউপানীৰ প্ৰচলন হৈ আহিছে। ই এবিধ উত্তেজক পানীয়। অকাৰী চাউল চৰুত সিজাই তাক কলপাতত বাঢ়ি ঠাণ্ডা কৰি লাডুবোৰ ভাঙি লোৱা হয়। পিছত বাখৰ পৰিমাণ ৰূপত গুৰি কৰি সানি কলপাতেৰে ঢাকি ৰখা হয়। মৃতকৰ হাত নেলাগিবলৈ দা বা কটাৰী আৰু শুকুতা পাত ইয়াৰ ওপৰত দুখিলামান দি থোৱা হয়। সম্পূৰ্ণ ২৪ ঘন্টাৰ পিছত চাউল আৰু বাখৰৰ সংমিশ্ৰনত ৰাসায়নিক প্ৰক্ৰিয়া ঘটি ৰস ওলাবলৈ আৰম্ভ কৰে আৰু এক মলমলীয়া গোন্ধ বাহিৰ হয়। তেতিয়াই ধুই থোৱা কলহত ১½/২

লিটাৰমান পানী দি সিদ্ধ চাউলবোৰ(জুগুলি) কলহত ভৰাই মুখখন কলপাতেৰে টানকৈ মাৰি বন্ধ কৰি থৈ দিয়ে। গৰমৰ দিনত অতি বেছি চাৰিদিনতে খাবৰ উপযুক্ত হয়। ঠাণ্ডা দিনত ৫/৬ দিন সময়তহে খাবৰ উপযুক্ত হয়। খাবৰ আগমুহূৰ্ত্তত কমেও দুঘন্টামান আগতে জুগুলিৰ পৰিমাণ চাই ঠাণ্ডাপানী কলহত বাকি, হাত ভৰাই লৰাই দি থৈ দিব লাগে। পিছত চেকণিৰে চেকি উলিওৱা পানীয়খিনিকেই 'জু' বা লাউপানী বোলে। চোকা-মিঠা লগা প্ৰথম পৰ্য্যায়ৰ লাউপানীক পহন মদ বোলে। পিছত পুনৰ পানী দি কম চোকা লাউপানীক ধৰাবুঢ়ী মদ বোলে। লাউপানী খাই তিৱা বুঢ়া-মেথাই লা-লি-হিলালী গীতৰ ৰাউচি জুৰে—

মদৰ নাম আলাই        মদৰ নাম জালাই
পানী দিলে ভৰ্‌ভৰ ওলায়;
ধৰাবুঢ়ী মদকে        চাক' তিনিবেলি
মদেনো লাগিবৰ ডৰাই!!
মদকো চাকিলি        মদকো বাকিলি
ডাৰণনো কৰিলি কাতি;
কাতি-কুতা কৰি        খাবলৈ নেপালি
মজিয়াত মেহেলা পাতি।

জু বা লাউপানী তিৱাসমাজৰ সাংস্কৃতিক জীৱনৰ অপৰিহাৰ্য্য বস্তু। জন্ম-মৃত্যু, বিয়া-শ্ৰাদ্ধ-অশৌচ সকলোতে লাউপানী নহলে নচলে। আত্মীয়-কুতুমৰ ঘৰলৈ আলহী খাবলৈ গ'লেও অন্য হাজাৰ উপাদেয় বয়-বস্তুৰে আপ্যায়ন কৰিলেও লাউপানীকণ নেযাছিলে সেইঘৰ গৃহস্থৰ মান-মৰ্য্যদা নেবাছে। কিন্তু তিতাই-কেহাঁই, ভাত মুঠি মাছ-মাংস নোহোৱাকৈ দিলেও লাউপানীকণ আগবঢ়ালে সেই গৃহস্থৰ প্ৰশংসাত আলহী পঞ্চমুখ হয়। লাউপানীৰ ব্যৱহাৰ তিৱা সমাজত অপৰিহাৰ্য্য হ'লেও তেওঁলোকে ইয়াক আজিৰ সমাজত প্ৰচলিত চাহপানী টোপাৰ দৰে ব্যৱহাৰ নকৰে। আলহী-দুলহী আহিলে, ঘৰত কিবা কাজ-সকাম হলেহে ইয়াক তৈয়াৰ কৰা হয়। অথবা মাহেকে-পষেকে মন গ'লে অলপ লাউপানী বনাই খোৱা হয়। আজি-কালি এচাম লোকে লাউপানীৰ ব্যৱসায় কৰা দেখা গৈছে। ই তিৱা অৰ্থনীতিত যথেষ্ট আঘাত হানিছে।

## ১৬৮। জুম খেতি ঃ

জু বা জৌ শব্দে তিৱা ভাষাত ওখ বুজায়। জৌ তিৱা .... জই তিৱা ... জয়তা। পাহাৰৰ অনুচ্চ বিশেষকৈ অধিত্যকা অঞ্চলত পাহাৰীয়া লোক সকলে

হাবি-বন জুৰি-কাটি কচু, হালধি, আদা, আলু, জলকীয়া, বেঙেনা, সৰিয়হ, ৰঙালাও, জাতিলাও, কোমোৰা আদিৰ খেতি কৰে। আনাৰসৰ খেতিও কৰে। পাহাৰৰ এঢলীয়া মাটি হোৱা বাবে ইয়াত পানী খেতি বিশেষকৈ ধানখেতি কৰিব নোৱাৰি। এনে পৰ্য্যায়ত কৰা খেতিকে জুম খেতি বোলা হয়। এই ধৰণৰ শস্যাদি ৰোপনত নাঙলৰ ব্যৱহাৰ নহয়। কোৰ বিশেষভাৱে ব্যৱহাৰ কৰা হয়। তিৱা সকলে জুম খেতি নুবুলি এনে পদ্ধতিৰে কৰা শস্যক মাখা মাইহা বোলে। হাবি-বন জুৰি পৰিষ্কাৰ কৰা কামক 'আৰটানা' বোলে। জুমখেতিৰ পদ্ধতি অনুন্নত মধ্যযুগীয়া পদ্ধতি হোৱা বাবে জুমীয়া সমাজ অৰ্থনৈতিকভাৱে দুৰ্বল। পাহাৰৰ তিৱাসকলে এতিয়াও জুম খেতিৰ কবলৰ পৰা মুক্ত হব পৰা নাই।

## ১৬৯। জুগুলি ঃ

তিৱা সমাজৰ কৃষ্টিৰ অন্যতম লাগতিয়াল অঙ্গ হ'ল লাউপানী। অকাৰি আৰৈ চাউল সিজাই, ঠাণ্ডা হ'লে তাক চৰুৰ পৰা আনি, কলপাতত মেলি ঠাণ্ডা কৰি, বাখৰ গুৰি কৰি তাত ছতিয়াই, সানি দি, পুনঃ তাৰ ওপৰত কলপাত দি ঢাকি ৰাখে। কলপাতৰ ওপৰত ফুটছাই, শুকুতা পাত অথবা এখন লোৰ অস্ত্ৰ দি থয়, যাতে মৰা-মৃতকে লাউপানী নষ্ট নকৰে। তামোল গছৰ পাত অথবা কলাখাৰ অথবা দুয়োবিধ লগ লগাই মদৰ কলহ মাজি-ধুই শুকুৱাই ৰাখে। সেমেকা কলহত মদৰ জুগুলি ভৰালে মদ টেঙা হ'ব পাৰে নতুবা ঝাৰ যাব পাৰে। বাখৰ সনাৰ সম্পূৰ্ণ চৌবিশ ঘণ্টাৰ পিছত জুগুলিবোৰত ৰসায়নিক ক্ৰিয়া ঘটি মলমলাই গোন্ধাবলৈ ধৰে। তাকে "মদ উঠা" বুলি কোৱা হয়। তেতিয়া কলহত ডেৰ-দুই লিটাৰমান পানী ভৰাই, কলপাতবোৰ আঁতৰাই জুগুলিবোৰ কলহত ভৰাব লাগে। পিছত কলহৰ মুখখনত কলপাতেৰে বায়ু সোমাব নোৱাৰাকৈ বন্ধ কৰি থব। লাউপানীৰ বাবে চাউল ৰান্ধি বাখৰ সানি থোৱা ভাতকে জুগুলি বোলে। জুগুলিবোৰ দুই-তিনিবাৰ পানী দি চেকি পেলোৱাৰ পিছত গাহৰি, গৰু আদিক তুঁহৰ মলিৰ লগত সানি খাবলৈ দিয়া হয়। বিভিন্ন চাউলৰ ৰসায়ন হোৱা বাবে ই বৰ শক্তিকাৰক হয়। প্ৰতিদিনে জুগুলি খুউৱা গাহৰি সোনকালেই লোদোৰ-পোদোৰ হৈ ডাঙৰ হয় আৰু চৰ্বিযুক্ত হয়। ইয়াত ষ্টাৰ্চ বহু পৰিমাণে থাকে। লাউপানী ব্যৱহাৰ কৰা বাবেই জনজাতীয় লোকৰ মাজত ডায়েবেটিচ ৰোগৰ প্ৰাধান্য নাই বুলিলেও বঢ়াই কোৱা নহয়।

## ১৭০। জুমাই লাউ / লাউপে ঃ

তিত্‌লাউ বা তিতালাউ আকাৰত একেবাৰে সৰু। ইয়াক লেবৰেটৰীৰ

ডিঙি দীঘল গেছ-জাৰৰ নিচিনা দেখি। ইয়াৰ ডিঙিটো দীঘল। জাতিলাউৰ নিচিনা হ'লেও পেটটো থুপুকা গোলাকাৰ। সম্পূৰ্ণ পুৰঠ হ'লেও এফুটমানহে দীঘল হয়। ই পুৰঠ হৈ পৰিলে ছিঙি আনি ডিঙিটোৰ পৰা অলপমান কাটি পেলাই দিব লাগে। পিছত ডিঙিৰ মাজতে মণ্ডহাল অংশ অলপ খুলি তাত নিমখ আৰু কলাখাৰ গুড়ি অলপ দি থব লাগে। তেনেকৈ থোৱাৰ দহ-বাৰ দিনমান পিছত ইয়াৰ ভিতৰখন গেলি পানী উঠি যায়। তেতিয়াই ইয়াক ওলোটাই দি পানী আৰু পচা বস্তুবোৰ পেলাই দি কলাখাৰৰে পানী দি জোকাৰি জোকাৰি ধুই ৰ'দত কন্‌কনীয়াকৈ শুকাবলৈ দিব লাগে। শুকালেই ভড়ালৰ গাধৈ নতুবা বৰঘৰৰ পাভতি চাঙত তুলি থয় তিৱা লোকসকলে। ই বৰ আপুৰুগীয়া বস্তু।

জুমাইলাউ বা লাউপে তিৱা সংস্কৃতিৰ এবিধ অতিশয় লাগতিয়াল সম্পদ। বিয়া-বাৰু, অশৌচ খেদোৱা, শ্ৰাদ্ধ বা কৰম কৰা, খোৱা-খুউৱা আদি সকলোতে জুমাই লাউৰ প্ৰয়োজন। ইয়াৰে দেৱতাক লাউপানী উৰ্চগা কৰা হয়। নতুনকৈ বিয়া কৰাই অনা ন-বোৱাৰীয়ে বৰজেলা প্ৰমূখ্যে ৰাইজক এই লাউত ভৰোৱা লাউপানী অলপ অলপকৈ ঢালি দি ৰাইজক সেৱা জনাব লাগে। তেনে কৰাৰ পিছত সেই বোৱাৰীগৰাকীয়ে খেলে-চোঙে সামাজিক কাম-সকাম সকলোতে নিৰ্বিবাদে অংশগ্ৰহণ কৰাৰ স্বীকৃতি পায়। কৰম কৰা অৰ্থাৎ শ্ৰাদ্ধ, অশৌচ খেদোৱা বা মনশ্ব' আদিতো সকাম আৰম্ভ কৰাৰ আগমুহূৰ্তত আগলি কলপাতত লাউপানীৰ ডাৰণ এটা দি লগতে দুটা জুমাইলাউত লাউপানী ভৰাই সোধ-পোছ কৰাৰ পিছতহে ৰাইজক লাউপানী পৰিবেশন কৰিব পাৰে। আগৰ কালত ছোৱালী খুজিবলৈ গলেও দুটা জুঠা-জুমা লাউত লাউপানী ভৰাই কন্যাৰ ঘৰলৈ যাব লাগিছিল। শ্ৰাদ্ধ বা কৰমত ন-জমাই (বিয়া-বাৰুৰে সম্বন্ধ হোৱা লোক) সকলে শ্ৰাদ্ধকাৰীৰ শ্ৰাদ্ধলৈ এপাচি চাউল, একলহ মদ, সৰু দুটা চিএগাপ, এথোক তামোল, পান পাঁচ গুছি আৰু দুটা জুমাই লাউত লাউপানী ভৰাই এখন ভাৰ নিয়া নিয়ম আছিল। দৃষ্টিকটু হোৱা বাবে আজিকালি এনে ভাৰ নিয়া দেখা নেযায়। জুমাই লাউ আজিকালি ব্যৱহাৰ কৰা দেখা নেযায়।

## ১৭১। জোলা ঃ

এবাৰতে তুলাধুনা চাটনিৰে ধুনি উলিওৱা কপাহৰ পৰিমাণক এজোলা কপাহ বোলে। আগতে তিৱা লোকসকলে কপাহৰ খেতি কৰিছিল। কপাহৰ তুলাবোৰ উলিয়াই ৰ'দত দি চাটনিৰে ধুনি কপাহৰ গুটিবোৰ উলিয়াই পৰিষ্কাৰ কৰি তাৰে পাকৰি বটে। এই পাকৰি যতঁৰত লৈ তাৰ পৰা কপাহী এৰা সূতা ৰ।টি উলিয়ায়

কাপোৰ বৰৰ কাৰণে।

## ১৭২। ঝুনাগীত ঃ

কাল্পনিক কাহিনী আৰু গীতিধৰ্ম্মীতা গুণযুক্ত ঝুনা এবিধ জনপ্রিয় লোকগীত বুলি আধুনিক সাহিত্য সাধকসকলে মত পোষন কৰে। বৈষ্ণৱ কবিসকলৰ লেখনিতো এবিধ ঝুনা ছন্দৰ প্রয়োগ দেখা পোৱা যায়। ই নিতান্ত চমু আৰু ইয়াক গোৱাৰ ধৰণ আৰু সুৰো সুকীয়া। মহাপুৰুষ শ্রীমন্ত শঙ্কৰদেৱৰ "স্যমন্ত হৰণ"ৰ পৰা ঝুনা ছন্দৰ এটি উদাহৰণ চাব পাৰি। যেনে –

হেন শুনি জাম্ববন্ত।
ধাইলা মহা বলবন্ত।।
নিচিনি স্বামীক পাছে।
ধৰিলন্ত যুদ্ধ কাছে।।১
... .... .... ... .... .... ..
দুইকো দুই নাহি তুষ্টি।
হানৈ ব্রজসম মুষ্টি।।
মাংসৰ কাৰণে যেন।
যুঁজন্ত দুগোটা শেন।।২

পিছে লৌকিক ঝুনা, বিহুগীতৰ লগতহে সম্বন্ধ। বিহুগীত এটা গোৱাৰ পিছত খৰঘোষাৰে গীতৰ একোটাইঁত লেছেৰি গোৱা হয়। ইয়াকে বিহুৰ ঝুনাগীত বোলে। বহুতে ইয়াক ডালযোৰা বা খপিযোৰা গীত বোলে। উদাহৰণ লোৱা যাওক —

কঁহিগুৰিৰ পৰা দেখো বালিসৰা
আটাই গৰুখোজৰ পানী,
আনক যে দেখোঁ মই ঢলাইটিক নেদেখোঁ
মৰি যাম কটাৰ হানি –
হেৰ' মতিলাল
দেখিবলৈ ব'ৰে ভাল
সপতানো পৰিছে গাল

নাইবা —

তয়ে সোণাই ঘোপ
জবৰাই ধৰিম তোক

শুদা নেদেখিবি মোক।। ইত্যাদি —

## ১৭৩। টকা ঃ

টক্ টক্ শব্দ কৰা, নৃত্যগীতৰ লগত বজোৱা এবিধ বাঁহৰ পৰা তৈয়াৰী বাদ্য। ইয়াক শাস্ত্রীয় সংগীত বা নৃত্যৰ লগত ব্যৱহাৰ কৰা নহয়। ই লৌকিক বাদ্য। সেইবাবে লোকনৃত্য আৰু লোকগীততহে ইয়াক ব্যৱহাৰ কৰা হয়। ইয়াক অৱশ্যে ঘনবাদ্যৰ শাৰীতে থব পৰা যায়। অসমৰ অসমীয়াৰ বিহুগীত আৰু নৃত্যৰ লগত টকা সংগত কৰা হয়। তিনি বা চাৰিফুটমান দীঘল জাতিবাঁহৰ দুয়োটা মূৰে গাঁথি ৰাখি সমানে কৰতেৰে কাটি ল'ব লগে। যিটো মূৰে — হাতেৰে ধৰা হ'ব, সেই মূৰৰ ফালৈ গাঁথিৰ পৰা দুই ইঞ্চিমান এৰি দহ ইঞ্চিমান দীঘলকৈ ওপৰত দুফালে কৰতেৰে আধাতকৈ অলপ বেছিকৈ কাটি খুলি পেলাব লাগে। পিছত অন্য মূৰৰ পৰা সমানে ইয়াক ফালি দিব লাগে। হাতেৰ ধৰা অংশ ধুনীয়াকৈ চাঁচি-কুণ্ডাই ল'লেই বিহুৰ টকাটো হৈ পৰিব। ফালি লোৱা দীঘল অংশৰ দুয়োফালৰ ধাৰ মাৰি ল'ব লাগে। পিছত বজাবৰ সময়ত এখন হাতে এফাল আৰু আনখন হাতেৰ অন্যফালৰ ওপৰত কোবাই টক্ টক্ শব্দ কৰি বজোৱা হয়। বিহুগীতত টকাক কেন্দ্র কৰি গোৱা গীতবো প্রচলন আছে। যেনে —

ঔৰে গছতে মৌৱে বাঁহে ল'লে
দদাই পাৰি দিয়া খাওঁ,
জাতিবাঁহৰ টকাটো সাজি দে ঐ বহনা
বিহু মাৰিবলৈ যাওঁ ।।

পুনঃ —

টকাৰ টক্ টক্ মাতে ঐ বহনা
টকাৰ টকেটক্ মাত,
টকাৰ মাতে শুনি ৰ'ব মই নোৱাৰো
এৰি যাওঁ পেটৰে ভাত।

## ১৭৪। টংগ্রং ঃ

তিৱাসকলে খাদ্যৰ বাবে গাহৰী পোহে। ইয়াক বিক্রী কৰি দুপইচা উপাৰ্জনো কৰে। গাহৰিক দানা দিওঁতে খাদ্যবোৰ যাতে পেলাই নষ্ট কৰিব নোৱাৰে, তাৰবাবে ছয়-সাত ফুটমান দীঘল গোটা কাঠ, নাঁৱৰ লেখিয়াকৈ খুলি ব্যৱহাৰ কৰা যতনকে টংগ্রং বোলে। পাহাৰীয়া তিৱাসকলে গাহৰীক দানা দিবৰ বাবে এইবিধ যতন ৰবকৈ ব্যৱহাৰ কৰা দেখা যায়। তুঁহৰ মলি আৰু জুগুলি গাহৰীৰ প্রিয় খাদ্য —

ইয়াতে পৰিবেশন কৰে।

## ১৭৫। টঙি ঃ

পাহাৰীয়া আৰু পাহাৰৰ দাঁতি কাষৰীয়া তিৱা বা কাৰ্বিলোকসকলে ধান, মাহ, সৰিয়হ আদি — বনৰীয়া চৰাই-চিৰিকতি, গাহৰী, হাতী আৰু বান্দৰ আদিৰ পৰা ৰক্ষা কৰিবলৈ ওখ গছৰ ওপৰত চাং সাজি লয়। ৰ'দ, বৰষুণৰ পৰা সকাহ পাবলৈ খেৰেৰে ঘৰৰ লেখিয়াকৈ চাল সাজি লগাই লয়। টঙিত উঠিবৰ বাবে, ধৰিবলৈ সুবিধাজনক গছৰ ঠাল নেথাকিলে, এডাল জখলা টঙিৰ লগত সংযুক্ত কৰি বান্ধি ৰাখে। ধনু-কাঁড়, যাঠি, দা আৰু ভগাটিং আদি ৰাখি, টঙিত থাকি মানুহে পহৰা দিয়ে। টোকোৰা চৰাই, ভাটৌ আদিয়ে শস্য নষ্ট কৰা দেখিলে টিং বজাই চৰাই খেদে। বাঁহৰ দীঘল ডাঠ কামিৰ ভাগত ডাঙৰকৈ ফটাকানি মেৰিয়াই, কেৰাচিনত জুবুৰিয়াই ৰাখি হাতী আহিলে তাত জুই লগাই হাতী খেদে। হাতীৰ জাক আহিলে উকিয়াই টঙি ঘৰত থকা সকলোকে জাননী দি, হাতে হাতে জুইৰ জোঁৰ লই হাতী খেদে। আজিকালিও পাহাৰীয়া এলেকাত এইদৰে টঙিঘৰ সাজি শস্য ৰক্ষা কৰা পদ্ধতিৰ প্ৰচলন আছে।

## ১৭৬। টপা ঃ

কঠিয়া ধান থবৰ সঁজুলিকে টপা বোলে। কুমলীয়া জাতিবাঁহৰ পৰা নেলিয়াকৈ দীঘল তমাল তুলি টপা সজা হয়। টপাৰ মোৰটো ইংৰাজী 'এক্স' আখৰটো অথবা পূৰণ চিনটোৰ দৰে হয়। ইয়াৰ আদি অন্ত ধৰিব নোৱাৰি। আঢ়ৈ বা তিনিফুট মানলৈকে ওখ কৰি টপা বৈ পিছত দুই তিনিডালকৈ তমাল একত্ৰিত কৰি মোকটাই ৰাখে। পিছত ইয়াৰ তলিৰ পৰা ওপৰলৈ চাৰিওফালে নিমজকৈ ধানখেৰ পাৰি সজাই ধান বাকি দি গচকি, কোনোফালে ওলাব নোৱাৰাকৈ দি মুখখন খেৰেৰে ভালদৰে জাপি দি, মোকোটাই থোৱা তমালেৰে বিপৰীত ফালে থকা তমালেৰে ভালদৰে আঁটি আঁটি বান্ধি ভঁৰালৰ গাধৈত নতুবা চাং সাজি তাৰ ওপৰত তুলি থোৱা হয়। টপাৰ ক্ষেত্ৰত তিৱা বুঢ়া-মেথা সকলৰ মুখত শুনা সাধু কথা এটা এনে ধৰণৰ —

পুৰণি কালত সিংহ আৰু হাতীৰ সখি সম্বন্ধ আছিল। এদিন দুয়ো ভৈয়ামৰ ফালে ফুৰিবলৈ ওলাই আহিল। আহি থাকোতে সিহঁতে বিৰাট এডৰা লহপহীয়া সোণালী ৰঙৰ সৰিয়হ তলিৰ ওচৰ পালেহি। তাত দেখিলে, বাঁহৰে সজা যতন। আৰু ওচৰ চাপি দুয়ো চাই বস্তুটো ক'ৰপৰা আৰম্ভ হৈ ক'ত অন্ত হৈছে — তাৰ আঁতিগুৰি বিচাৰি নেপালে। তাকে দেখি সিংহই ক'লে — "সখি দেখিলানে? মানুহ

কম বুধিয়ক নহয়। ইহঁতৰ হাতত আমাৰ বিপদ আছে। গতিকে আমি গভীৰ অৰণ্যলৈ গৈ তাতে নিৰাপদে বসবাস কৰাই ভাল।" পিছে হাতীয়ে দন্তালী মাৰি ক'লে – "সখি! নিগনিৰ লেখীয়া মনুহলৈ ভয় কৰিবলগা কিটো আছে। পেন্দুকনা জীৱ মানুহক শুঁড়েৰে মহতিয়াই, ভৰিৰে গছকি থেকেচি মাৰি থম। ইহঁতক ভয় কৰিবৰ কোনো দৰকাৰ নাই।" পিছত সিংহই ক'লে – "সখি, তুমি যি কৰা কৰিবা। মই কিন্তু ভৈয়ামত নেথাকো।" এইদৰে আলচি পিছত সিংহই নিজৰ অঙহী-বঙহীক লগত লৈ অটব্য অৰণ্যলৈ গুছি গ'ল। হাতী ভৈয়ামৰ ওচৰে-পাজৰে পাহাৰত থাকিল। বুদ্ধিমান মানুহৰ কবলত পৰি হাতী বশ্য হ'ল। বাঁহৰ তমালৰ দ্বাৰা তৈয়াৰী টপাই মানুহৰ অসাধাৰণ বুদ্ধিৰ চানেকি বহন কৰাৰ ই এক আমোদজনক সাধু।

## ১৭৭। টোকাৰী ঃ

বাদ্য বিভাজন প্ৰণালী মতে টোকাৰী তত বাদ্যৰ ভিতৰুৱা। টোকাৰী দুবিধ, সাধাৰণ টোকাৰী আৰু লাউ টোকাৰী। লাউটোকাৰী, জাতিলাউৰ শুকান খোলাটোৰ মাজপেটত সমানে কৰতেৰে কাটি দুটুকুৰা কৰা হয়। ডিঙিৰ ফালৰ টুকুৰা পেলাই দি তলৰ অংশহে ৰখা হয়। তলৰ নিম্নাংশ চাৰি-ছয় ইঞ্চি ব্যাসাৰ্দ্ধৰে গোলাকাৰ কৰি কাটি সেই অংশত গুঁইচাল ঘূৰণীয়াকৈ কাটি গজাল মাৰি সাৱটাই দিয়া হয়। গুঁই চালৰ মাজঅংশ ফুটা কৰি এটুকুৰা বাঁহৰ শলিকাঠিত এডাল দীঘল পিতলৰ গুণা সংলগ্ন কৰি ওপৰলৈ অনা হয়। জাতিবাঁহৰ গাঁথিযুক্ত দুই তিনিহাত দীঘল এডাল আগলি সৰু বাঁহ লৈ – গাঁথিটোৰ পৰা দুই ইঞ্চিমান তলত দুফালে কৰতেৰে আধা আধাকৈ কাটি মাজৰ অংশ ফালি পেলাই দিব লাগে। বাঁহ দুফাল ভালদৰে চাঁচি – গাঁথিটোৰ অলপ তলত মজলীয়া ধৰণৰ দুটা ফুটা কৰিব লাগে। সেই দুই ফুটাৰে বাঁহৰ অথবা কাঠৰ এডাল শলখা ভৰাই দিব লাগে যাতে ফুটা কৰা গুঁইচালৰ মাজেদি অনা গুণাডাল ইয়াত সংযোগ কৰি পকাই টান বা ঢিলা কৰিব পাৰি। দীঘল কামি দুটা কাটি থোৱা লাউ টুকুৰাৰ বাহিৰ ফালে সাৱটাই দি ফুটাই বান্ধি দিলেই লাউটোকাৰীখন হৈ পৰিব। গুনাত সোঁহাতৰ তৰ্জনী আঙুলিৰে স্পৰ্শ কৰি বাওঁহাতেৰে বাঁহৰ কামি দুডালত হেঁচা দিলেই ভিন্ন সুৰৰ সৃষ্টি হয়। সাধাৰণ টোকাৰী, গোটা কাঠ খুলি তৈয়াৰ কৰা হয়। ইয়াৰ গুণা সংস্থাপন কৰাৰ ফালে পাঁচোটা ফুটা কৰি কাঠৰ শলখা বা কাণমোচৰা লগোৱা হয়। টোকাৰীৰ দণ্ডডালৰ বিপৰীত মূৰত কাঠৰ হেতাখনৰ দৰে খুলি লোৱা হয়। তাত এটুকুৰা গুঁইৰ ছাল সাৱটাই দি গজাল মাৰি ৰখা হয়। ছালখনৰ মধ্যভাগত গুনা স্থাপন

কৰিবৰ বাবে, ঘাঁত কাটি বাঁহৰ সৰু এডাল খমকা দিয়া হয়। টোকাৰীৰ তলৰ ফালে মূৰত ত্ৰিভজাকৃতিৰে এটুকুৰা কাঠ ৰখা হয়। কাটি কুগুাই লৈ তাত গুণাবোৰ বান্ধি ৰখাৰ বাবে। কোনোৱে এচটা টিন কাটি তাত প্ৰয়োজনবোধ পাঁচোটা ফুটা কৰি গুনা বান্ধে। দেহবিচাৰৰ গীত, ভকতীয়া মাৰ্গৰ গীত টোকাৰী বা লাউ টোকাৰীৰে সংগত কৰি গোৱা হয়।

## ১৭৮। টোকোৰা ঃ

সূতা কটাৰ আহিলা ৰূপে অসমীয়া সমাজত টোকোৰাৰ প্ৰচলন প্ৰাচীন কালৰে পৰাই চলি আহিছে। কপাহী সূতা, এড়ীয়া সূতা আৰু ৰিহা সূতা ল'বৰ বাবেই টোকোৰা সাজি লোৱাৰ প্ৰথা আছে। পাট আৰু মুগা সূতা কটাৰ যতন সুকীয়া। আজিকালিও গাঁও অঞ্চলত টোকোৰাৰে সূতা কটা ব্যৱস্থাৰ প্ৰচলন আছে। ই ব্যাপক ৰূপত চলি আছে তিৱা সমাজত। কাছৰ পিঠিৰ টান খোলা ঘূৰণীয়াকৈ কাটি মাজত ফুটা কৰি বাঁহৰ শলা ভৰাই টোকোৰা সাজি লোৱা হয়। সূতা ৰখাবৰ বাবে শলাডালৰ জোঙা মূৰত ভাটৌৰ ঠোঁটটোৰ দৰে কাটি কুন্দাই লোৱা হয়। ঘিলা ফুটাইয়ো টোকোৰা সাজি লোৱা প্ৰথাৰ প্ৰচলন আছে। আজিৰ পৰা ত্ৰিশ-পয়ত্ৰিশ বছৰ আগলৈকে তিৱা সমাজত পুৰুষসকলে কাঁৰৈলাঙি, পুঠিলাঙি, শ'ললাঙি, পন্থধৰা জাল আদিৰ বাবে, ৰীহাগছৰ আঁহেৰে টোকোৰাত সূতা কটা আমি নিজেই দেখিবলৈ পাইছিলো। তিৱাসকলৰ ইও এবিধ সাংস্কৃতিক আহিলা তথা সম্পদ।

## ১৭৯। ঠাট্ ঃ

একে ঠাইতে অনেক মানুহ গোট খাব পৰাকৈ নিৰ্বাচন কৰা ঠাই। চোতাল, পথাৰ অথবা খেলপথাৰতো অনেক মানুহ গোট খাব পাৰে। তেনেহ'লেও ইবোৰক কিন্তু ঠাট্ নোবোলে। তিৱাসকলৰ বহাগ মাহত গোঁসাই উলিওৱা মেলা উৎসৱ পাতিবৰ বাবে নিৰ্বাচন কৰি ৰখা মুকলি পথাৰখনকহে ঠাট্ বোলে। মধ্য অসমৰ তিৱা ৰজা পোৱালীসকলে বহাগ মাহৰ প্ৰথম সপ্তাহৰ পৰা জেঠ মাহৰ চৈধ্য তাৰিখ পৰ্য্যন্ত পাঁচোৰজীয়া, সাতোৰজীয়া আৰু দাঁতিয়লীয়া ৰজা সকলে পাল পাতি একোটাদিনত মেলা উলিয়াইছিল আৰু উলিয়াই আছে। মেলা উলিওৱা থলিত গোঁসাইৰ সাতোলা মূৰ্ত্তি স্থাপন কৰা ঠাইখনক গোঁসাই ঠাট্ আৰু ঢাল-বাৰু খেলা, দোকান-পোহাৰ দিয়া ঠাইখনক সাধাৰণ ঠাট্ বোলে।

## ১৮০। ঠুহা ঃ

বাঁহৰ কাঠি চাঁচি খালৈটোৰ দৰে বৈ, পেটুলা-লেজুৱাকৈ সাজি মাছ মাৰিবৰ

বাবে কৰা যতন। ইয়াক বোকাত পাতি ৰখা হয়। এহাতমান দীঘল এই যতনত শিঙি, মাগুৰ, তোৰা, বামি মাছ আদি সোমাই থাকে।

## ১৮১। ডং/ডোং ঃ

নৈ,বিল আদিৰ পৰা খেতিৰ পথাৰলৈ পানী বোৱাই আনিবৰ বাবে খান্দি লোৱা খালকে ডং বা ডোং বোলে। পাহাৰীয়া তিৱা সকলে জুৰিৰ পানী ভৈয়ামলৈ নামি আহিলে, শস্যৰ পথাৰত সুবিধাজনক ভাৱে জলসিঞ্চন কৰাৰ বাবে ডোং বা ডং খান্দি পানী বোৱাই আনে। বন্ধ পানীৰ সমষ্টিক ডোঙা বোলে,যেনে— এডোঙা পানী। নেলী ৰজাই খন্দা বান্দৰডেৰা ডোং সবাতকৈ দীঘল।

## ১৮২। ডাফলী ঃ

ডফলা জাতিৰ তিৰোতা। কিন্তু শকত-আবত, হৃষ্ট-পুষ্ট লগতে চুটি-চাপৰ তিৰোতাকো ডাফলী তিৰোতা বোলে।

## ১৮৩। ডাংকাটী ঃ

চতৰ্‌-বতৰ্‌কৈ ফুৰা, পুৰুষ সুলভ স্বভাৱৰ, মুখ চোকা তিৰোতাক ডাংকাটি তিৰোতা বোলা হয়। এইটো গ্ৰাম্য শব্দ। এনে তিৰোতাৰ মুখখন লাউপাত-কচুপাত। ৰাহুত-বাহুতকৈ হাত জোকাৰি পুৰুষ-মহিলা নিৰ্বিশেষৰ লগত কাজিয়া কৰাত পাকৈত।

## ১৮৪। ডাব-কটাৰী ঃ

কাঠৰ নাল লগোৱা কটাৰী। এই কটাৰীৰ গেজি ডাল চেপেটা আৰু ফুটা কৰা। কাঠৰ নালৰ মাজেদি দ'-কৈ খাঁজ কটা। নালটোৰ মূৰত ফুটা কৰি কটাৰীখনৰ গেজিৰ গুৰিতে আৰু এটা ফুটা কৰি থোৱা ঠাইত গজাল মাৰি লোৱা হয়। ইয়াক প্ৰয়োজনত খুলিব পাৰি আৰু প্ৰয়োজন নহলে জপাই থবও পাৰি। ইয়াকে ডাব কটাৰী বা ডাবুয়াল কটাৰীবোলে। বিহু গীতত ডাবুয়াল কটাৰীৰ উল্লেখ মন কৰিবলগীয়া। যেনে—

ছাগৰ ছাল চেলাবৰ ডাবুয়াল কটাৰী
মহৰ ছাল চেলাবৰ মিট,
গাঁৱৰ ডেকা-বুঢ়া দায়নো নধৰিবা
গাই যাওঁ বতৰৰ গীত।।

## ১৮৫। ডাঁহী ঃ

অতি খঙাল অৰ্থত ডাঁহী শব্দৰ প্ৰয়োগ কৰা হ'য়। পিছে শব্দ টোৱে আমাৰ

সমাজত অতি খঙাল তিৰোতাকহে ডাঁহী বোলে। এনেবিধৰ তিৰোতাই মানুহৰ লগত খেদি খেদি কাজিয়া কৰে। কিন্তু ডাঁহী বুলি এবিধ অতি বিষাক্ত আৰু তীব্ৰবেগী ফেঁটীসাপ আছে। ই ইমানেই খঙাল যে, মানুহৰ মাত শুনিলেই খেদি যায় আৰু দংশন কৰে। পিছে সৌভাগ্যৰ বিষয়, এইবিধ সাপৰ বৃদ্ধি কম আৰু ই পাহাৰতহে থাকে। ডাঁহী সাপ তিনিবিধ — কুকুৰা ডাঁহী, তৰা ডাঁহী আৰু বৰ ডাঁহী।

## ১৮৬। ডাৰণ ঃ

তিৱা লোকসকলে লাউপানী বিলাবলৈ গোটা কাঠৰ টুকুৰা খুলি বাতিটোৰ দৰে সাজি লোৱা যতন। তিৱাসকলৰ সামাজিক কাজ-সকামত এইবিধ যতন বৰ অপৰিহাৰ্য্য। এফুটমান ওখ কাঠৰ টুকুৰা, গোলাকাৰকৈ মাজ অংশ বটালিৰে খুলি, চাৰিওফালে আধা ইঞ্চিৰ পৰা এক ইঞ্চিমান ডাঠকৈ ৰাখি থয়। বাহিৰৰ অংশটোকো বটালি আদিৰে কাটি চাঁচি-চুৰুকি কুন্দাই লোৱা হয়। পাত্ৰটোৰ ভিতৰৰ তলিৰ পৰা বাহিৰলৈ পেটৰ অংশত প্ৰায় ছয় বা আঠ ইঞ্চিমান দীঘল এডাল নাল ৰাখি তাৰ ভিতৰি ফুটা কৰি দিয়া হয়। গিৰমিট দি। এই নালটোৰেদি লাউপানী বাকিব লাগে। নালটোকো ভালকৈ চাচি-কাটি কুন্দাই লোৱা হয়। ইয়াকে ডাৰণ বোলে। কোনো ঠাইত বেত ফালি তাৰে ডাৰণ সাজি লোৱা দেখা গৈছে। পিছে বেতৰ ডাৰণ বৰ খাটনিযুক্ত কাম। ৰাজহুৱা কাজ-সকামত ডাৰণ নহ'লেই নচলে। ই তিৱা সংস্কৃতিৰ অতিশয় মূল্যবান প্ৰতীক। ডাৰণক কেন্দ্ৰ কৰি গোৱা লা-লি হিলালী গীত এফাঁকি এনেধৰণৰ —

মদকো চাকিলি মদকো বাকিলি
ডাৰণনো কৰিলি কাতি,
কাতি-কুটা কৰি খাবলৈ নেপালি
মজিয়াত মেহেলা পাতি।।

## ১৮৭। ডিঙা দিয়া ঃ

তিৱা সমাজত জল-থল দেৱতাৰ বিশ্বাস বিদ্যমান। জলপূজাৰ মূল দেৱী হ'ল সৰ্পমাতৃ মনসা। জলদেউ পূজাৰ বাবে কলগছৰ বখুৱা দীঘলকৈ কাটি দুয়ো মূৰ ডোনাৰ দৰে সাজি লোৱা হয়। ইয়াকে নৌকা বোলে। এই নৌকা দেৱীৰ জলবিহাৰৰ আহিলা। পূজা থালিখন গোবৰ-মাটিৰে লিপি-আগলি কলপাত পাৰি তাৰ ওপৰত এই দীঘল নৌকাৰূপী ডোনাটো স্থাপন কৰা হয়। ইয়াত বিভিন্ন ৰঙৰ ফুল, তুলসী, দুবৰি, জহাচাউল (আৰৈ চাউল বিকল্পে), মগুমাহ, কল, এঁৰা গাখীৰ আৰু এযোৰ পাৰ চৰাই সেন্দুৰ সানি পূজা কৰা হয়। পাৰযোৰ পূজা কৰাৰ পিছত

উৰুৱাই দিয়া হয়। পূজাৰ পিছত ভক্তবৃন্দই হৰিধ্বনি কৰি ডিঙাখন মূৰত তুলি লৈ নদী বা বিলত বিসৰ্জ্জন দিয়েগৈ। ওচৰে পাজৰে নদী বা বিল নেথাকিলে বাজহুৱা পুখুৰী বা ডোবাত উটুৱাই দিয়ে। জলচৰ জীৱ-জন্তু যেনে সাপ, ঘঁৰিয়াল আদিৰ পৰা পৰিত্ৰাণৰ লগতে জ্বৰ-জাৰি, বিস্ফোটক, গলগণ্ড, বসন্ত আদি ৰোগৰ হাত সাৰিবলৈ এই পূজা কৰা হয়।

## ১৮৮। ডুলি ঃ

কুমলীয়া জাতি বাঁহৰ পৰা বহল চতিয়া তমাল তুলি দুদলীয়া মূৰ দি অথবা নগা মূৰ দি ডুলি সজা হয়। ডুলি সজাৰ কায়দাটো টপা বোবাৰ নিচিনা হ'লেও মোৰ বেলেগ। ডুলিৰ চাৰিটা চুক আছে আৰু চুক ভাঙি খালেটোৰ লেখিয়াকৈ ওপৰলৈ সমানে বৈ আনিব লাগে। ডুলি বিভিন্ন আকাৰত সাজিব পাৰি। একোটা ডুলিত ১০/১২ মোন পৰ্য্যন্ত ধান থব পৰা যায়। কঠিয়াও ৰখা হয় ডুলিতে। কম ধান হলে ভৰাঁল ঘৰ নেসাজি ডুলিতে ধান থয় অসমীয়া মানুহে। ডুলি নষ্ট নহবৰ বাবে চাং সাজি তাৰ ওপৰতহে ডুলি ৰাখে।

## ১৮৯। ডেগ ঃ

কলহৰ লেখিয়া পেট বহল এবিধ ডাঠ ডাঙৰ মাটিৰ পাত্ৰ। ইয়াক মাটিৰে সজা হয়। প্ৰাচীন কালত অসমীয়া মানুহে বিশেষকৈ জনজাতিৰ লোকে কঠিয়া ধান,মাহ, সৰিয়হ আদি ভৰাই ভৰাঁলৰ গাধৈত অথবা ভৰাঁলৰ চাঙৰ তলত থৈ দিছিল। টপাৰ বিকল্পৰূপে মাটিৰে সজা ডেগ ব্যৱহাৰ কৰা হৈছিল।

## ১৯০। ডেৱাছালি ঃ

এবিধ ঔষধি গছ। অসমীয়া মানুহে তামোলৰ লগত পাণ ব্যৱহাৰ কৰে। লগত চূণ চাধাও ব্যৱহাৰ কৰে। কিন্তু পাণৰ অভাৱত বহু সময়ত ডেৱাছালি গছৰ ছাল কাটি অথবা খুন্দি তামোলৰ লগত ব্যৱহাৰ কৰে। ডেৱাছালি যে তামোলৰ লগত ব্যৱহাৰ কৰে- বিহুগীতেই তাৰ প্ৰমাণ ।

তামোলৰ আমোলে মোল ঐ বহনা
তামোলৰ আমোলেমোল;
ক'ৰ পৰা আহিছ ডেৱাছালি খোৱাজনী
তামোলৰ নুবুজ মোল।

## ১৯১। ডেৱা দিয়া ঃ

মাছ ধৰিবৰ বাবে তিৱা সকলে জান-জুৰি অথবা বিলৰ লেজাত ভেটা

দিয়ে। সেই ভেটাত খান কাটি, তাত চেপা পাতি মাছ ধৰে।সোঁত থকা পানীত পথালিকৈ ভেটা দি, ভেটাৰ ওপৰত বোকা মাটিৰে ডাঠকৈ লিপি নাঁৱৰ লেখিয়া কৰি থয়। মাছে ভেটাত খুন্দা খাই ওপৰলৈ জাপ মাৰি দিলে, লিপি থোৱা বোকাত পৰি আবদ্ধ হৈ ৰয়। বোকাৰে লিপি থোৱা সমতল অংশকে ডেৱা দিয়া বোলে। মাছ ধৰাৰ ইও এক কৌশল।

## ১৯২। ঢ'ৰা ঃ

বাঁহৰ তমালেৰে দুদলীয়া মো'ৰ দি চাৰিচুকীয়াকৈ বৈ লোৱা চতুৰ্ভূজ আকাৰৰ বহা সৰু আসনকে ঢ'ৰা বোলে। ইয়াক নল আৰু হুগলৰ পৰাও বৈ লব পাৰি। প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলক আগৰ কালত স্কুলত বহিবলৈ অভিভাৱকে ঢ'ৰা বা কঠ বা ছটাঢাৰি তৈয়াৰ কৰি দিয়া নিয়ম আছিল। হুগলৰে তৈয়াৰী ঢ'ৰাক কঠ বোলে; ইয়াক ঢেঁকীয়ালতি অথবা মৰাপাট গুনিয়াই লোৱা ৰচীৰে গুথিব লাগে। নল থেতালি মাজতে কটাৰিৰে ফালি বহলাই লৈহে বব' লাগে। ইয়াক নগা মো'ৰ দিও বব' পাৰি। আজিকালি ভকতসকলেহে হাটী বা নামঘৰত ঢ'ৰা ব্যৱহাৰ কৰে।

## ১৯৩। ঢাৰি ঃ

বাঁহ আৰু নলৰ পৰাই আগৰ দিনত মানুহে শুবৰ বাবে ঢাৰি সাজি লৈছিল। এতিয়াও শুবৰ বাবে ঢাৰিৰ ব্যৱহাৰ ব্যাপক ৰূপত চলে। ঢৰাতকৈ ঢাৰি দীঘলে-পুতলে বেছি জোখৰ হয়। ঢৰা বা ঢাৰিকো বাঁহৰ তমাল তুলি অথবা নল থেতালি দুদ'লীয় মো'ৰ বা নগা মো'ৰৰে বৈ উলিওৱা হয়। পিছত তমালেৰে চাৰিওফালে নাথি অথবা বাঁহৰ পুলি কামি দি বান্ধি পেলোৱা হয়। পাতিতৰা গছৰ পৰাও তমাল তুলি শীতল পাটী তৈয়াৰ কৰা হয়। বিয়া-সবাহত শীতল পাটীৰ প্ৰয়োজন সৰ্বাধিক। পাতিঢাৰি,নগাঢাৰি আৰু নলৰ ঢাৰি গৰমৰ দিনত শুবৰ বাবে বৰ উপযোগী আৰু শীতল। কুমলীয়া বাঁহেৰে নগা ঢাৰি সজা হয়। ইয়াকো শুবৰ বাবে বিশেষ ভাবে তৈয়াৰ কৰা হয়।

## ১৯৪। ঢোপখেল ঃ

আগৰ কালছোৱাত অৰ্থাৎ আজিৰ পৰা আঢ়ৈকুৰিমান বছৰৰ আগতে অসমীয়া সমাজত বিশেষকৈ জনজাতি সকলৰ মাজতঢোপখেলৰ প্ৰচলন আছিল। এই ঢোপখেল ল'ৰাই ল'ৰাই আৰু ছোৱালীয়ে ছোৱালীয়ে খেলাৰ দস্তুৰ আছিল। তেনেহলেও লৰা আৰু ছোৱালীৰ মাজতো ঢোপখেলা নিয়মৰ প্ৰচলন আছিল।

লৰাই-ছোৱালীয়ে খেলা এই ঢোপখেলৰ জৰিয়তে পৰস্পৰৰ মাজত ভালপোৱাৰ বীজ অঙ্কুৰিত হৈছিল। তুঁহগুৰি কাপোৰেৰে মেৰিয়াই কমলা বা নেমু টেঙাটোৰ সমান কৰি তাৰ ওপৰত সূতাৰে গুথি ছোৱালী বোৰে ঢোপ সাজি লৈছিল। কাহানিবা ইয়াক গুথি নি এবেগেতৰ পৰা এহাতমান দীঘলকৈ লেজু ৰাখিছিল দলিয়াবৰ অথবা গাত কোবাবৰ সুবিধাৰ বাবে। দুটা দ'ল হৈ ঢোপ খেলাৰ নিয়ম আছিল। একেবাৰতে চাৰি-পাঁচটাকৈ সঘনাই ঢোপ দলিয়াই প্ৰতিপক্ষক বিবুধিত পেলাই ৰং চোৱাৰ নিয়ম আছিল। ঢোপৰে কোবাই খেলা প্ৰথাৰো প্ৰচলন আছিল।

## ১৯৫। ঢোল ঃ

ঢোল হ'ল আনন্দ-উৎসৱ আৰু বিয়া-সবাহ অথবা বিহুত বজাই আনন্দ কৰা গোটা কাঠেৰে নিৰ্ম্মিত এবিধ বাদ্য। ইয়াৰ দুয়োমুৰে গৰু আৰু ছাগলিৰ ছালেৰে আবৃত কৰা হয়। গোটা কাঠৰ মাজ ডোখৰ খুলি চাঁচি কুন্দাই লোৱা হয়। ঢোলৰ কোবৰ ফালে গৰুৰ ছাল আৰু টালিৰ ফালে ছাগলিৰ ছাল গোলাকাৰকৈ কাটি লগোৱা হয়। ছালৰ ছাক দুটাৰ সমদূৰত্বত ফুটা কৰি লোৱা হয়। এই ফুটাৰে ৰচীৰ দৰে গৰু ছালৰ পৰা কাটি উলিওৱা বৰতি সুমুৱাই দি নাথি পেলোৱা হয় আৰু সুৰ কৰা হয়। ঢোলৰ কোবৰ ফালে সৰু আৰু টালিৰ ফালে ডাঙৰ হব লাগে। কোবৰ ফালে মাত গহীন হয় আৰু টালিৰ ফালে মাত ৰিঙাকৈ ওলায়। পাতি ঢোলৰ জোখ এহাত চাৰি আঙুল দীঘল হব লাগে। সেইদৰে কোবৰ ফালে এবেগেত আৰু টালিৰ ফালে এবেগেত চাৰি আঙুল বহল হব লাগে। আকাৰ অনুপাতে ঢোলৰ বিভিন্ন নাম আছে। তিৱা সমাজত বৰঢোল আৰু পাতিঢোল বিশেষ ভাবে জনাজাত। মেলা-উৎসৱত, পূজা-সেৱাত বৰঢোল ব্যৱহাৰ কৰা হয়। পাতিঢোলো বজায়। বৰ ঢোলৰ আকৃতি আগে-গুৰিয়ে সমান। মাত বৰ ডাঙৰ। এডাল মাৰিৰে বৰঢোল আৰু পাতিঢোল বজোৱা হয়। টালিৰ ফালে হাতেৰে বজাই ছেওৰ তাল-মান ৰখা হয়।

লালুং সকলৰ মিন্দ্ৰাই খ্ৰাম অজনজাতি অসমীয়াৰ খোলটোৰ দৰেই। বৰতি পাতল। ঘূণ দিয়া নহয়। ই খোলটোৰ সমানেই দীঘল আৰু আগে গুৰিয়ে সমান। বিহু ঢোলক তিৱাই পিচু খ্ৰাম বোলে। বৰঢোলক কয় খ্ৰামবাৰ'। নাগৰা দৰে ঢোলক দগৰা বা তুম্বাং খ্ৰাম বোলে। বড়ো আৰু ৰাভা সকলে ঢোলক খাম বোলে। ভাদমাহক ভৰ্‌মাহ বোলে। এই মাহত ঢোল বজোৱা নিষেধ। সাধাৰণতে মাঘমাহৰ পৰাই ঢোল বজোৱা আৰম্ভণী হয় যদিও তিৱা সকলে নৰাছিগা উৎসৱ আদিতো ঢোল বজায় পুহ মাহত। বিহুত পাতিঢোল নবজালে বিহু ৰংহ নালাগে।

ঢুলিয়াক গালি পাৰি গোৱা এষাৰ বিহুগীত এনে ধৰণৰ ——

ঢোলে ভালে কৰি　　　বাবি ঐ ঢুলীয়া
তালে ভালে কৰি বাবি;
ঢোলৰে মাৰিবে　　　নাক'টি ছিঙিমে
ফেঁচা হৈ উলতি যাবি।

## ১৯৬। তন্ত্ৰ ঃ

শাস্ত্ৰ সমূহক আগম আৰু নিগম এই দুটা ভাগত ভগোৱা হৈছে। সাধন প্ৰণালীৰ ওপৰতে আগম শাস্ত্ৰ প্ৰতিষ্ঠিত আৰু জ্ঞানমাৰ্গৰ ওপৰত নিগম প্ৰতিষ্ঠিত। আগম শাস্ত্ৰ বোৰক তন্ত্ৰ শাস্ত্ৰ বোলে। তন্ ধাতুৰ অৰ্থ বিস্তাৰ কৰা। ত্ৰৈ ধাতুৰ অৰ্থ ত্ৰান বা ৰক্ষা পোৱা বুজায়। অৰ্থাৎ যাক বিস্তৃত ভাৱে সাধন কৰি পৰিত্ৰান পাব পাৰি সেয়াই তন্ত্ৰ শাস্ত্ৰ। " শাক্তানন্দ তৰঙ্গিনী" শাস্ত্ৰত তন্ত্ৰ বা আগমৰ বিষয়ে এইদৰে কৈছে-

আগতং শিৱবক্ৰেভ্যোঃ
গতঞ্চ গিৰিজাসুতৌ।
মতঞ্চ বাসুদেৱস্য
তস্মাগমমুচ্যতে।। ২য় উল্লাস।

ইয়াৰ অৰ্থ হ'ল–" তন্ত্ৰ শাস্ত্ৰ নিঃসৃত হৈছে পঞ্চমুখী মহাদেৱৰ মুখৰ পৰা; গিৰিজা অৰ্থাৎ পাৰ্ব্বতীয়ে এই শাস্ত্ৰ শ্ৰৱন কৰিছে আৰু বাসুদেৱ কৃষ্ণই ইয়াক সমৰ্থন কৰিছে।" উক্ত শ্লোকটিৰ 'আগতং' শব্দৰ আ– 'গতঞ্চ' শব্দৰ গ- আৰু 'মতঞ্চ' শব্দৰ ম– এই তিনিটা লগ লাগি 'আগম' শব্দ নিষ্পন্ন হৈছে আৰু শাস্ত্ৰ সমূহক আগম শাস্ত্ৰ বোলা হৈছে।

আগম আৰু নিগম উভয় বিধেই ভক্তিমাৰ্গৰ সাধন প্ৰণালী আৰু ই বেদসন্মত লগতে তান্ত্ৰিক সাধনৰ লগত একে। যি কথা ভগবান শিৱই কৈছে; মাতৃ পাৰ্ব্বতীয়ে শুনিছে আৰু বিষ্ণুয়ে তাক সমৰ্থন কৰিছে সেয়াই আগম বা তন্ত্ৰশাস্ত্ৰ। আকৌ যি কথা পাৰ্বতীয়ে কৈছে, শিৱই শুনিছে আৰু বিষ্ণুয়ে সমৰ্থন কৰিছে তাকে নিগম শাস্ত্ৰ বুলি কোৱা হৈছে। আগমৰ গুৰুত্ব সাধনৰ ওপৰত আৰু নিগমৰ গুৰুত্ব জ্ঞান(বিজ্ঞান)ৰ ওপৰত। ঠিক একেদৰে তন্ত্ৰৰ নিচিনাই এক বিশেষ শ্ৰেণীৰ শাস্ত্ৰক কোৱা হয় যামল।

## ১৯৭। তাও ঃ

তাও শব্দে তাপ বুজায়। ভাত আঞ্জা বাঢ়িলে, উতল আহিলে তাকে তাও

স্থা বোলে। এবাৰত চৰুত বহাই ৰন্ধা ভাত বা আঞ্জাক এতাও ভাত এতাও আঞ্জা বোলে। কাগজৰ ক্ষেত্ৰত তাও মানে খিলা বা খন। এতাও মানে এখিলা বা এখন। একদিস্তা কাগজত চৌবিশ খিলা বা চৌবিশখন বা চৌবিশ তাও কাগজ থাকে বুলি কোৱা হয়। তাও শব্দে দম্ভ বা অহঙ্কাৰো বুজায়।

## ১৯৮। তাপলি মাৰা ঃ

ছিঙা ফটা বস্ত্ৰ বা কাপোৰ আদি ঢাকিবৰ বাবে সদৃশ জোখৰ বস্তা বা কাপোৰ সিয়াই লোৱাকে ঢাপলি মাৰা বোলে। দুই-তিনি ঠাইত ছিঙি পিন্ধাৰ অনুপযুক্ত কাপোৰকো বাটি-বুটি সিয়াই পিন্ধাকে তিনি তাপলি মাৰা বোলে। অনেক অভাৱৰ মাজত তৰক-ভৰককৈ চলি থকা অৱস্থাক জোৰা তাপলি দি চলা বুলি কোৱা হয়।

## ১৯৯। তাবিজ ঃ

কেৱল তিৱা লোক বুলিয়েই নহয়, সকলো সম্প্ৰদায়ৰ মানুহেই দেৱ-দেৱতাৰ কু-দৃষ্টিৰ পৰা হাত সাৰিবলৈ অথবা মানুহে কু-কৰ্ম কৰিলে তাৰ পৰা ৰক্ষা পাবলৈ, মন্ত্ৰপূত কৰা ঔষধি আদি তাম, পিতল অথবা ৰূপৰ বিৰিত ভৰাই, ডিঙিত, বাহুত অথবা কঁকালত পিন্ধে। এই বিৰিকে তাবিজ বোলে। অষ্টধাতুৰ পৰা নিৰ্মিত তাবিজ শৰীৰৰ বাবে অতি উত্তম বুলি কোৱা হয়। ইয়াত থকা প্ৰতিটো ধাতু শৰীৰৰ বাবে প্ৰয়োজনীয়। অন্যহাতে তামৰ তাবিজৰ ব্যৱহাৰহে ব্যাপক। তাবিজক কবচ বা বান্ধনিও বোলে।

## ২০০। তামোল ঃ

তাল জাতিৰ এবিধ গছ আৰু তাৰ ফল। তামোলক কণীটোৰ লেখিয়াই দেখি যদিও ই উদ্ভিদ জাতীয় আৰু চুপহিযুক্ত। ইয়াক কটাৰীৰে ফালি বাকলি গুচাই পাণ আৰু চুণৰ লগত খোৱা হয়। আহাৰ খোৱাৰ পাছত সাধাৰণতে এখন তামোল খোৱাতো অসমীয়া মানুহৰ অভ্যাস। তামোলৰ এক বিশেষ সুগন্ধ আছে। আৰু ই আহাৰ হজম হোৱাত সহায় কৰে। পাণ চোবাই খালে তেজ পৰিষ্কাৰ হয় হেনো। তামোলে মুখৰ দুৰ্গন্ধও দূৰ কৰে। ই মাদক দ্ৰব্যৰ দৰেই উত্তেজক মুখুদি। আলহী-দুলহীক সোধ-পোছৰ প্ৰধান আহিলাৰূপে অসমীয়া সমাজত তামোল খনকেই সৰ্বাগ্ৰে আগবঢ়োৱা নিয়ম। তামোলক লই অনেক বিহুগীতৰ প্ৰচলন দেখা যায়।

কিনো তামোল খনি দিছিলি ঐ বহুনা
তাৰ মাজত দিছিলি লং;
মোলৈ আহিম বুলি কাপোৰ বৈ দিছিলি

মনত লগাইছিলি ৰং।।

লোককৃষ্টিৰ গৱেষকসকলৰ মতে তামোল পুৰুষৰ অণ্ডকোষৰ প্ৰতীক আৰু পাণ মহিলাৰ যৌনাঙ্গৰ প্ৰতীক।

## ২০১। তাঁতশাল ঃ

মঙ্গোলইদ্ প্ৰজাতিক বস্ত্ৰ শিল্পৰ জনক বুলি কোৱা হয়। তিৱা বা লালুং সকলো মঙ্গোলইদ্ প্ৰজাতিৰ। পাটৰ সূতা আৰু পাটৰ কাপোৰ বোৱাত পাকৈত হোৱা বাবে মঙ্গোলইদ্ প্ৰজাতিক কিৰাত বুলি কোৱা হয়। চীন, ব্ৰহ্মদেশ, কাশ্মীৰ, বৈশালী আদিলৈ প্ৰাচীন প্ৰাগ্জোতিষপুৰৰ পৰা পাট আৰু মুগাৰ কাপোৰ ৰপ্তানী হোৱাৰ বিষয়ে বিভিন্ন প্ৰাচীন গ্ৰন্থত পোৱা যায়। কুমাৰ ভাস্কৰ বৰ্ম্মাই হৰ্ষবৰ্দ্ধনলৈ পঠোৱা উপঢৌকনত থলুৱা তাঁতশালত বোৱা মেজাঙ্কৰী পাট, মুগাৰ কাপোৰ দিয়াৰ উল্লেখ আছে। আহোম স্বৰ্গদেউ চুচেংফাৰ দিনত প্ৰতিঘৰ গৃহস্থই বছৰি এপোৱাকৈ পাটসূতা ৰজাৰ ঘৰলৈ আগবঢোৱাতো বাধ্যতামূলক আছিল। আগৰ কালত অসমীয়া মহিলাৰ প্ৰতি গৰাকীয়ে তাঁত বব জানিছিল। তাঁত বব নজনা বোৱাৰীক ঠেহেৰাই মাতি গিৰিয়েককো লাজ দিছিল এনেদৰে ——

ককাই অ' ককাই অ' চুৰিয়া চটাই অ'<br>
বৌৱে বা কিমানৰ কাজী;<br>
বেৰৰ জলঙাৰে চাইনো পঠিয়ালোঁ<br>
ধৰিব নেজানে পাঁজি।।

স্বৰ্গদেউ চক্ৰধ্বজ সিংহ স্বাভিমানী ৰজা আছিল। বাদছাহ ঔৰঙ্গজেবে পঠোৱা মোগলৰ জামা আৰু পাগুৰি দেখি কৈছিল—" মোৰ বোপা, পুলিন পুথাৱে বঙালৰ পাৎসাৰ কাপোৰ পিন্ধা নাই। এতিয়া মই পিন্ধিব লাগিব। তাত কৰি মৰণেসে ভাল।" সেই একেদৰে স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনতো তিনিজন ডাঙৰীয়াই মোগলৰ সাজ দেখি কৈছিল – "আপোনাৰ দেশৰ ধাৰান এৰি কেনে বঙালৰ ধাৰানে বঁটা পিন্ধিম নিপিন্ধো" – এইবুলি ওলোটাই দিলে।

অসমৰ তিৱা (লালুং) সকলেও আবহমান কালৰে পৰা তাঁত-বাতি বই নিজৰ কাপোৰ-কানি বৈ লৈছিল। তাঁতশাল খন প্ৰতিঘৰ গৃহস্থৰে আছিল। থলুৱা তাঁতশাল খনৰ বাবে চাৰিটা বাঁহৰ বা তামোল গছৰ খুঁটাৰ প্ৰয়োজন। গাৰী ভৰাবৰ বাবে শিপিনি গৰাকী বহাৰ ফালে কঁকালৰ জোখত দুটা খুঁটাৰ মাজডোখৰ খুলি লোৱা হয়। চালবাৰী ভৰাবৰ বাবে চাৰিওটা খুঁটাৰে কাণ কাটি খুলি লোৱা হয়। ইয়াত দুডাল ৰচীৰে দ্বিতীয় গাৰীটো – য'ত সূতাবোৰ মেৰিয়াই ৰখা হয় – তাক

ওলোমাই ৰখাৰ ব্যৱস্থা কৰা হয়। গাড়ী দুটাৰ একোটাইত মূৰত চাবিটাকে ফুটা কৰা হয়— চকুবাৰী ভৰাবৰ বাবে, যাতে কাপোৰ বওঁতে গাৰী কেইটাই লৰচৰ নকৰে। ভৰিৰে ভৰি ব' উঠা-নমা কৰিবলৈ গৰকাৰ প্ৰয়োজন- নাচনীবো প্ৰয়োজন। মহুৰা, মাঁকো, বেওবাৰী, গোটাবাৰী, জিলিকাঠি, বাঁচ আদি এখন তাঁতশালৰ প্ৰয়োজনীয় আহিলা। পাহাৰীয়া তিৱা মহিলাই মাটিৰ তাঁতশাল ব্যৱহাৰ কৰে। ইয়াত শিপিনিয়ে কঁকালত ৰচী লগাই কাপোৰ বয়। তাঁতশাল খন জনজাতি সকলৰ বৰ আদৰৰ। বিহু গীতত— 'বহো তাঁতৰ পাতত, চকু আলি বাটত, মাঁকো সৰি সৰি পৰে'- ধৰণৰ গীতত বাদেও ভালেমান বিহুগীত আছে। যেনে—

ভৰ দুপৰীয়া কিয় চেনাই আহিলি
কিয়নো লগালি মাত;
তোৰো খতিহলে কাগজে-কলমে
মোৰো খতি হলে তাঁত।।

## ২০২। তিতা ঃ

তিতা এবিধ স্বাদ। জিভাই উপলব্ধি কৰা তিতা-স্বাদযুক্ত বিভিন্ন ঔষধি গছ আছে। ইয়াৰ ফল, ফুল বা পাত আঞ্জা হিচাবে অথবা কেঁচাই ঔষধ হিচাবেও ব্যৱহাৰ কৰে। জনজাতীয় লোক সকলে তিতাৰ আঞ্জা বৰকৈ ব্যৱহাৰ কৰে। ভুঁই তিতা, ভেকুৰি তিতা, বাঁহকা তিতা, শুকুতা তিতা, কাউৰ তিতা, তিতা কেৰেলা, ব্ৰাহ্মী তিতা, শেৱালী ফুল আদি ভাজি বা তৰকাৰী ৰান্ধি খায়। এই তিতা বোৰ ঔষধি গুণযুক্ত হোৱা বাবে ইয়াৰ ভোক্তা সকলে সৰু-সুৰা বহু বেমাৰৰ পৰা মুক্ত। পুৰনি চাম মানুহে সেয়েহে তিতা শাক খোৱাৰ ওপৰত গুৰুত্ব দিছিল। তেওঁলোকে কৈছিল- " সাতে তিতা, মাহে পিঠা" অৰ্থাৎ প্ৰতি সপ্তাহত এবাৰকৈ তিতা খাব লাগে। ব্যৱহাৰ পাতি আৰু কঠুৱা কথা-বচন আদি দৰ্শালেও তিতা-মাত, তিক্ত ব্যৱহাৰ আদি শব্দৰ ব্যৱহাৰ কৰে। মাহীমাক সকলে সাধাৰণতে সতিনীৰ লৰা-ছোৱালী বোৰক বৰ কঠুৱা ব্যৱহাৰ কৰে। সেয়ে এষাৰ কথা আছে –

আটাইতকৈ তিতা নেমুটেঙাৰ পাত;
তাতকৈয়ো তিতা মাহী আইৰ মাত।।

## ২০৩। থল ঃ

ভৈয়াম অঞ্চলক থল বোলে। ইয়াৰ অধিবাসীক কয় থলুৱা। থল শব্দে বিস্তীৰ্ণ পথাৰো বুজায়। কিন্তু তিৱা সমাজত থল শব্দে পথাৰ আৰু বিশ্বব্ৰহ্মাণ্ড বুজায়। দেব-দেৱতাৰ প্ৰতি স্তুতিমন্ত্ৰ মাতোতে, চৰাই,কাছ আদি বলি দিবৰ সময়ত

কোবা এষাৰ কথা তাৎপৰ্য্যপূৰ্ণ। তেওলোকে কয়- 'থল মূৰি থল, জীউ মূৰি জীউ' - ইয়াৰ অৰ্থ, এটা জীৱই এখন বিশ্ব এৰি গলে অন্য এখন বিশ্বত থিতাপি লাগে। সেইদৰে এটা জীৱৰ বিনিময়ত অন্য এটা জীৱৰ জীৱনী শক্তি বা উদ্ধাৰৰ হেতু। জীৱক খাই জীয়াই থকাৰ সত্যই হ'ল- জীউ মূৰি জীউ আৰু মৃত্যুৰ পিছত পৃথিবী এৰি কল্পনাৰ স্বৰ্গ বা নৰক পোৱাটোৱে থল মূৰি থল-ৰ অৰ্থ।

## ২০৪। থলপূজা ঃ

তিৱাসমাজত ব্যক্তিগতভাবে অথবা সমজুৱাভাবেও থলপূজা কৰাৰ নিয়ম আছে। থলপূজাত কলৰ ডোনা সাজি মাহ-চাউল, ফুল-তুলসী, হাঁহৰ কণী সেন্দুৰ সানি থলদেৱতাৰ পূজা কৰা হয়। মানুহে কৃষিকাৰ্য্য, মাছ মৰা বা অন্যান্য কাম-কাজ কৰি ফুৰোতে কেনেবাকৈ জল-থল দেৱতাৰ দায়-জগৰ লগালে বেজৰ হতুৱাই পথাৰত গৈ অথবা নদী বা পুখুৰীৰ পাৰত ওপৰত উল্লেখ কৰা বস্তু-বেহানিৰে পূজাভাগ আগবঢ়াই স্তুতি কৰে।

## ২০৫। থান-থলি ঃ

দেৱ-দেৱতাৰ পূজা কৰা ঠাই। যেনে — আইথান, শিৱথান, গনেশ থান, বদল মাজিৰ থান, বাউলী থান ইত্যাদি। তিৱা লোকসকলৰ দেৱ-দেৱতাৰ থান-থনিবিলাক মুকলি। কোনো কোনো ঠাইত আঁহত বা বটগছৰ তলত দেৱ-দেৱতাৰ থান-থলি পাতি পূজা-সেৱাভাগ চলায়। বট বা আঁহত গছৰ তলত সাধাৰণতে বুঢ়া ডাঙৰীয়াৰ থান পাতে। এইজন দেৱতাৰ থানত ভোগহে দিয়া হয়। গাখীৰ, মালভোগ কল বা ভীমকল, মগুমাহ, জহা চাউল, চেনি, মৌ-ঘিউ আদিয়েই উপচাৰ। তিৱাসকলৰ যিচাম লোকে শৰণীয়া হৈ উদ্ধাৰ হৈছে — তেওঁলোকৰ নামঘৰসমূহ এই ডাঙৰীয়াৰ থানতেই পতা হৈছে বুলি ক'ব পাৰি — কাৰণ এই থানত বলি নচলে।

## ২০৬। থুৰিওৱা তামোল ঃ

আজিকালি তামোল-পাণৰ দোকানীয়ে গ্ৰাহকক খিলিপান সাজি খাবলৈ দিয়াৰ দস্তুৰটো থুৰিওৱা তামোলৰ লগত ৰকৈ মিলে। পাণ এখনি তিনিভাঁজকৈ ঘূৰাই তাৰ মাজত থুৰিয়াই কটা তামোল এখন ভৰাই দি পাণৰ ওপৰত জোঙা কটা অংশটো ভাঁজ কৰি সুমুৱাই দিলেই থুৰিওৱা আমোলখনি হৈ পৰে। লালুং লোকসকলে মৃত পিতৃ-পিতামহ আৰু দেৱতালৈ আগবঢ়োৱা থুৰিওৱা তামোল বাকলিৰে সৈতে সাজি দিয়ে। থুৰিওৱা তামোল দি ডেকাৰ মন মুহিবলৈ লোৱা ব্যৱস্থাৰ বিহুগীতত

তাৰ প্ৰকাশ পাইছে—

কি কথা কৰিলি কি বুধি কৰিলি
থুৰিওৱা তামোলৰ লগত
খাওঁতে শোওঁতে উঠোতে বহোঁতে
তোলৈ পৰি থাকে মনত।।

## ২০৭। থোলা বা থলা ঃ

তিৱা সমাজত এযাৰ ফকৰাৰ প্ৰচলন আছে, বোলে—

লালুং হ্ব' জান তই মদো খাব জান' তই
সাজিব নেজান' থলা;
দৰ্জিৰ বটিয়া মাৰিবলৈ জান তই
নিচিন' বেজীৰে জলা।।

তিৱা কৃষ্টিৰ অন্যতম বাহক হ'ল থোলা বা থলা। তিৱা সমাজ ব্যৱস্থাত কলপটুৱাৰ পৰা সজা থোলাৰ ব্যৱহাৰ ব্যাপক। খোৱা খুউৱা, অশৌচ, কৰম আদিত লাউপানী খাবৰ বাবে পৰ্য্যাপ্ত পৰিমাণৰ পাত্ৰৰ প্ৰয়োজন হয়। সমাজত গোট খোৱা প্ৰতিজন ব্যক্তিক পানী বা লাউপানী খাবলৈ ইমান বোৰ বাতি যোগান ধৰা সম্ভৱ নহয়। সেইবাবে কলগছ কাটি তাৰে এহাত মান দীঘলকৈ ছেও দি লোৱা হয়। এই টুকুৰা বোৰৰ ওপৰৰ বেয়া বখুৱাবোৰ পেলাই দিয়া হয়। ভাল বখুৱাবোৰ কলগছৰ টুকুৰাটোতে ৰাখি দুয়োকাষৰ চোঁচনি টানি আতৰ কৰাৰ পাছত,বখুৱাৰ দুয়োফালে এক ইঞ্চিমানকৈ বাকলি ৰাখি বাকী অংশ বাকলি এক চেন্টিমিটাৰ মান ৰাখি এখন চতিয়া প্ৰস্তুত কৰি থোলা চঁচা মানুহ বোৰে থোলা সজা মানুহ খিনিক দি দিয়ে। থোলা সজা মানুহ খিনিয়ে বাঁহৰ সৰু জোঙা তমাল চাঁচি চতিয়া খনৰ এটা মূৰে চাৰি আঙুলমান ৰাখি মাজতে ভাঁজ দি দুয়োফালে ওলোটাকৈ মোকোটাই তমালেৰে সিয়াই দিয়ে। ই এখন নাঁৱৰ লেখিয়া আকাৰ ধাৰণ কৰেগৈ। ইয়াকে থোলা বোলে। থোলাৰ দুয়োটা মূৰ নাঁৱৰ টিংটোৰ দৰে ওখ হৈ থাকে আৰু দুয়োমূৰে দুটাকৈ কোণৰ সৃষ্টি কৰে। নাঁৱৰ টিঙৰ দৰে থিয় মূৰ দুটাত ধৰি পানী অথবা লাউপানী খোৱা হয়।

পিছে তিৱাসকলৰ শ্ৰাদ্ধত খেলৰ বৰজেলাৰ লগত গিয়াতী বা বামুনক বহুৱাই তেওঁক লাউপানী খাবলৈ দিয়া থোলাটো সৰ্বসাধৰণক দিয়া থোলাটোৰ লগত নিমিলে। ই সম্পূৰ্ণ বেলেগ আকৃতিৰ। গিয়াতীৰ থোলাটো কলপটুপৰাৰ সৰু সৰু বাকলিৰে বৈ ডুলিটোৰ দৰে চাৰিচুকীয়াকৈ সজোৱা হয়। ইয়াত দুডাল

বাঁহৰ শলা ভৰাই দি দুয়োহাত ধৰি খাব পৰাকৈ সুবিধা কৰি দিয়া হয়। গিয়াতীৰ বাবে সুকীয়াকৈ এডাৰণ মদ ৰখা হয়। এঠোক তামোল আৰু পানো দিয়া থাকে। তেওঁক অন্যলোকক আগবঢোৱা লাউপানী দিয়া নহয়। গিয়াহীয়ে ডাৰণৰ পৰা নিজেই লাউপানী বাকী খায়। গিয়াতীয়ে খুচি কৰি কাৰোবাক দিলে সেই লাউপানী খাব পাৰিব। বৰজেলাইয়ো গিয়াতীৰ ডাৰণৰ লাউপানী নলয়।

## ২০৮। থেৰেকা ঃ

গাঁতৰ পৰা মাটি খান্দি উলিয়াবলৈ বাঁহৰে সাজি লোৱা যতন। জাতি বাঁহ অথবা ভলুকা বাঁহৰ আগৰ পাব ফালি কেইবা ফাল কৰি চাঁচি আগবোৰ অলপ জোঙাই লোৱা হয়। ঘৰৰ খুটা পুতিবলৈ দ' গাত খান্দিবলৈ হ'লে এই থেৰেকাৰে ধুপুচ্-ধুপচ্কৈ মাৰিলেই এখোপা মান মাটি লাগি ধৰে। গাঁতৰ ভিতৰৰ পৰা এই দৰে থেৰেকাৰে মাটি খান্দি সেয়া মাটিত বাঁহ বা কাঠৰ টুকুৰাত কোবাই মাটিবোৰ আঁতৰাই পেলোৱা হয়। মাটি নোহোৱা ফলা কামিবোৰেৰে মাটিত বা অন্য বস্তুত কোবালে থেৰেক্ থেৰেক্ শব্দ কৰে বাবেই বোধকৰো ইয়াক থেৰেকা বোলে। তিৱা সকলে খৰাং বতৰ হ'লে বৰষুণ মতা নৃত্য-গীত কৰে মানুহৰ চোতালে চোতালে। তিৱা ভাষাত ইয়াকে "নখা ছাঙা কীৎনাদ্ আৰু' মিছাৱা" বোলে। ইয়াতো বাঁহৰে নির্ম্মিত থেৰেকা ব্যৱহাৰ কৰা হয়।

## ২০৯। দাঁতিয়াল ঃ

পাহাৰৰ উপকণ্ঠ অঞ্চলত বাস কৰা লোক। সম্পূর্ণ পাহাৰীয়াও নহয় ভৈয়ামৰো নহয়। বিশেষ জাতি বা সম্প্রদায়ক ই প্ৰতিনিধিত্ব নকৰে। পিছে ভৈয়ামৰ তিৱা সমাজে পাহাৰৰ দাঁতিকাষৰীয়া তিৱা সকলক দাঁতিয়াল বোলে। এওঁলোকে সম্পূর্ণ তিৱা কৃষ্টি-সংস্কৃতি ধৰি ৰাখিব পৰা নাই লগতে ভৈয়ামৰ তিৱা সংস্কৃতিকো পূর্ণাঙ্গ ৰূপত অনুসৰণ কৰিব পৰা নাই। এওঁলোকে পাহাৰ আৰু ভৈয়ামৰ মানুহৰ মাজত যোগসূত্ৰ ৰক্ষা কৰি চলে। অন্যহালে গ্ৰাম্য সমাজত দাঁতি শব্দে দক্ষিণ আৰু দৰং শব্দে উত্তৰ বুজায়। ব্ৰহ্মপুত্ৰৰ দক্ষিণ অংশক দাঁতি আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰাংশক দৰং বোলে। ইয়াৰ বাসিন্দা সকলক যথাক্ৰমে দাঁতিয়াল আৰু দৰঙীয়াল বোলে। বহু সময়ত দাঁতিয়াল শব্দটো অলপ হেয় মনোভাবত ব্যৱহাৰ কৰা হয়।

## ২১০। দাঁতিপাৰ ঃ

কোনো দেশ বা ৰাজ্যৰ সীমামূৰলীয়া অথবা পৰ্ব্বত বা পাহাৰৰ নামনিত থকা ঠাই। প্ৰাচীন খাগৰিজান জিলাৰ ট্ৰাঙ্কৰোডৰ আশে-পাশে পাহাৰৰ কাষত থকা

বৃহৎ অঞ্চলক দাঁতিপাৰ অঞ্চল বোলে। চহৰীৰ পৰা যোৰাবাট পৰ্য্যন্ত এই বৃহৎ অঞ্চল, কলঙৰ দক্ষিনত একালত জয়ন্তাৰ অধীনে আছিল। জয়ন্তাৰ ৰজাৰ তলত কেইবাখনো ৰাজ্য এই অঞ্চলত বৃটিছৰ দিনলৈকে আছিল। এই ৰাজ্য বিলাকৰ ভিতৰত গোভা আৰু ডিমৰুৱা অন্যতম আৰু ডাঙৰ। বাকী চহৰী, নেলী, খলা তুলনামূলকভাবে সৰু ৰাজ্য। A. J. Moffat Mills ৰ " Report on the Province of Assam" গ্ৰন্থৰ PP 446 ত দাঁতিপাৰ অঞ্চলৰ কথা এইদৰে বৰ্ণনা কৰিছে।

Dantipar :- The mehal was annexed from Jyateah the land is described to be of various qualities some good and some bad, but a great part of the mehal is covered with a dense forest in which saul trees abound. The climate is very bad close to the hills. The villages are scattered, and the houses poor, with little or no garden land. The country is inhibited chiefly by Lalung and Mikirs, who are supported to be the ab-origins: each mauzah was under a Rajah or chief appointed formerly by the Rajah of Jyanteah.

## ২১১। দুপৰ টেঙা ঃ

ঢেপেলা পাতৰ এবিধ টেঙা জোপোহা গছ । এই টেঙাৰ বিশেষ ঔষধি গুণ আছে। সাৰ ৰোগ ওৰফে জন্দিচৰ ই এক মহৌষধ। ইয়াক পাতত দি অথবা ৰস উলিয়াই খালে প্ৰসাব খোলোচা হয়। ই কিড়নিত পাথৰ হোৱা ৰোধ কৰে আৰু ৰোগ নিৰাময় কৰে।

## ২১২। দুৰুণি ঃ

গোটা কাঠ খুলি নাওঁ খনৰ লেখিয়াকৈ সাজি উলিওৱা পানী থোৱা আহিলা। পুৰণি কালত সোণোৱাল কছাৰী সকলে নৈৰ বালি আনি সোণ কমাবলৈ ব্যৱহাৰ কৰা যতন। কছাৰীসকলৰ যিটো ঠালে সোৱণসিৰি নৈৰ পৰা সোণ কমাইছিল, সেই সকলকেই সোণোৱাল কছাৰী বোলা হৈছিল।

## ২১৩। দোণ/দোণমূৰীয়া ঃ

পুৰণি কালত অসমীয়া মানুহে ধান, মাহ, সৰিয়হ আদি জুখিবলৈ তুলাচনীত বাদেও, গাঁৱলীয়া লোক সকলে এবিধ বাঁহৰ কাঠিৰে তৈয়াৰী সঁজুলি তৈয়াৰ কৰি

লৈছিল। ই ক্ষুদ্ৰ আকৃতিৰ পাচিৰ লেখিয়া যতন। একোটা দোণত পাঁচকঠাকৈ বস্তু ধৰে। আঠদোনৰ পৰিমাণত এমোন হয়। সেইবাবে একোটা দোনক পাঁচকঠীয়া দোন বোলে। দোনৰ বাওটোৰ ওপৰত জুখি দিয়া ধান বা সৰিয়হক দোনমূৰীয়া ধান বা সৰিয়হ বোলে।

## ২১৪। দেওশাল/মহাদেউশাল ঃ

দেৱতা পূজা কৰা আৰু দেৱতাৰ উদ্দেশ্যে বলি দিয়া শাল থকা থান। এই ৰূপে সকলো দেৱতাৰ থানকেই অৱশ্যে দেওশাল বোলা যাব পাৰে। কিন্তু তিৱাসকলৰ মাজত কেৱল মহাদেউ গোঁসাইক পূজা কৰা থানকহে দেওশাল বোলে। গোভাৰাজ্যৰ প্ৰজাসকলে পূজা কৰা থানকহে দেওশাল বোলে। গোভাৰাজ্যৰ প্ৰজাসকলে পূজা কৰা আৰু সৰ্বাধিক জাগ্ৰত মহাদেউ পূজাৰ থলিখনকে দেউশাল বোলে। ই ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দক্ষিণে গোভা লালুং পাহাৰত অৱস্থিত। ৰাষ্ট্ৰীয় ঘাইপথ ৩৭ নং ৰাস্তাৰ উত্তৰে বগৰিগুৰিৰ ওচৰত অন্য এখন মহাদেউ পূজাৰ থান আছে — তাৰ নাম মহাদেউশাল। এইখন থান চহৰী ৰজাই পতা সিবিলাকৰ উপাস্য দেৱতা মহাদেৱৰ। এই থানখন বাৰ শতিকাৰ বুলি অসমৰ পুৰাতাত্ত্বিক পণ্ডিতসকলে মত পোষণ কৰিছে। ১৮৯৭ চনৰ ভূইকঁপত এই থান ভস্মীভূত হয়। ইয়াত অনেক প্ৰত্নতাত্ত্বিক সমল পৰি আছে। শিৱলিঙ্গ এই থানৰ প্ৰতীক।

## ২১৫। ধৰাবুৰি মদ ঃ

লাউপানী বা মদ তিৱা সমাজৰ কৃষ্টিৰ এক অপৰিহাৰ্য্য অঙ্গ। দেওপূজা, সামাজিক কাজ-সকাম আদিত লাউপানী টোপা নহ'লেই নচলে। আলহী-অতিথি আহিলেও — বিশেষকৈ বৈবাহিক সম্বন্ধৰে বান্ধ খোৱা আলহীক লাউপানীৰে অপ্যায়িত নকৰিলে গৃহস্থৰ সন্মান নেবাছে। তিৱা ভাষাত লাউপানীক কোৱা হয় 'জু' বা 'ছু'। চাউল ৰান্ধি, বাখৰ সানি কলহত ভৰাই থোৱা মদ পুৰঠ হ'লে তাত ৰন্ধা চাউলৰ পৰিমাণ বুজি, কিমান পানী দিব লাগিব, সিমান পানী ঢালি, জুগুলিবোৰ লৰাই কলহৰ মুখখন ঢাকি থব লাগে। মদ পৰিবেশন কৰাৰ প্ৰায় চাৰি ঘন্টামান আগত মদত পানী দি থ'লে, মদৰ চোকৰ তীব্ৰতা বাঢ়ে। সেইদৰে, বাখৰ সানি কলহত ভৰাই থোৱা মদ চাৰিদিনত সম্পূৰ্ণ পুৰঠ হয় আৰু তেতিয়া পানী দি খালে মিঠা চোকা মিঠা চোকা স্বাদ অনুভৱ হয়। পানী নিদিয়াকৈ চেকা লাউপানী চকু আৰু কলিজাৰ বাবে অপকাৰী। পানী দিয়াৰ পিছত আটাইখিনি জুহুলী একেবাৰতে চেকি উলিওৱা লাউপানীখিনিক 'পহন মদ' বোলে। অৰ্থাৎ ই উৎকৃষ্ট, নিচাযুক্ত

আৰু মিঠা চোকা স্বাদৰ। পিছত সেই জুগুলীত চিপ্চিপিয়াকৈ পানী দি পুনৰ চেকি উলিওৱা মদক — মধ্যমীয়া বা মাজুপনীয়া মদ বোলে। ইও চোকা মদেই — কিন্তু ঝাৰটো অৰ্থাৎ চোক্টো কিছু কম। ইয়াৰ পিছতো জুগুলীখিনিত পুনঃ পানী দি থৈ ছেকিলে সি মদ ওলাব, তাকেই ধৰাবুৰি মদ বোলে। ইয়াত মদৰ গোন্ধটোহে থাকে আৰু নামনাচ চোক থাকে। ভাল মদ খোৱাৰ পিছতে মানুহৰ নিচা হয় যদিও, আসক্তি নুগুছিলে, ঘনাই মদ লাগে বুলি কৈ থাকিলে এই ধৰাবুৰি মদকে দি আভুৰা ভাবে। অশৌচ, কৰম আদি বুঢ়া মেথাসকলৰ নিচা লাগিলেই লা-লি হিলালী গীতৰ ৰাউচি জোৰে — মদকো কেন্দ্ৰ কৰি গায়,

মদৰ নাম আলাই        মদৰ নাম আলাই
পানী দিলে ভৰ্ ভৰ্ ওলায়,
ধৰাকৰি মদকে        চাক' তিনিবেলি
মদেনো লাগিবৰ ডৰায়।
মদকো চাকিলি        মদকো বাকিলি
ডাৰণনো কৰিলি কাতি,
কাতি-কুটা কৰি        খাবলৈ নেপালি
মজিয়াত মেহেলা পাতি। ইত্যাদি —

## ২১৬। ধৰা গুদু ঃ

পুৰণিকালত তিৱাসমাজেই নহয়, অজনজাতি অসমীয়া সমাজতো ডেকা, চেঙেলীয়া আৰু ছোৱালীবোৰৰ মাজত ধৰাগুদু খেলাৰ নিয়ম আছিল। আজিকালি এই ধৰাগুদুটোকে “কপাটি খেল” বুলি নামাকৰণ কৰা হৈছে। ইয়াত ল'ৰাবিলাকে নাইবা ছোৱালীবিলাকে সমান সংখ্যাক খেলুৱৈ লৈ দুটা দল হৈ এটা চিন দি তাকে লক্ষ্মণৰেখা বুলি মানি পাল পাতি এজন এজনকৈ দুয়োপক্ষই গুদু মাৰি প্ৰতিপক্ষৰ খেলুৱৈক চুবলৈ যত্ন কৰে। গুদু মাৰি যোৱাদনে যদি প্ৰতিপক্ষৰ কোনোবাজনক চুই নিৰাপদে লক্ষ্মণৰেখা পাৰহৈ আহে, তেতিয়া প্ৰতিপক্ষৰ সেইজন মৰে, অৰ্থাৎ তেওঁ খেলৰ পৰা বাহিৰ হয়। পিছত সিপক্ষৰ এজনে গুদু মাৰি আহি ইপক্ষৰ খৈলুৱৈক চুবৰ যত্ন কৰে। যদিহে প্ৰতিপক্ষৰ হাতত গুদুমাৰি যোৱাজন ধৰাশায়ী হয়, অৰ্থাৎ তেওঁক চিনৰ সিপাৰেই ধৰি ৰাখে, তেতিয়া তেওঁ মৰে বা খেলৰ বাহিৰ হয়। ধৰাগুদুত বল, বুদ্ধি আৰু কাউৰীৰ দৰে চঞ্চল দৃষ্টিৰ হ'ব লাগে। আজিকালি ধৰাগুদু খেলৰ গাঁৱতো উঠি গৈছে, তাৰ ঠাই লৈছে ”কপাটি খেলে”।

## ২১৭। নখা ছাঙা কীৎ / বৰষুণ মতা গীত ঃ

তিৱা ভাষত বৰষুণক 'নখা' বোলে। 'ছাঙা' শব্দে আহ্বান কৰা বুজায়। "মিছাৱা" শব্দে নৃত্য কৰা বুজায়। নখা ছাঙা কীৎ আৰ' মিছাৱা শব্দে বৰষুণ মতা গীত আৰু নৃত্য কৰা বুজায়। অসমৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত বৰষুণ মতা নৃত্য গীতৰ প্ৰচলন আছে। কোনো কোনোৱে ভেকুলী বিয়া পাতে। মুছলমান সম্প্ৰদায়ৰ মাজতো বৰষুণ মতা গীতৰ প্ৰচলন আছে। দীৰ্ঘদিন ধৰি খৰাং বতৰ হ'লে, তিৱাসকলে বুধবাৰ এটা চাই, নখাদেউক মঙ্গলবাৰে চাকি-শলিতা জ্বলাই ছুংখংশালিত বৰষুণ দিয়াৰ বাবে পূজা এভাগ আগবঢ়ায়। মূল দেৱতা ফা-মাহাদেউ আৰু কৃষিকাৰ্য্য বৰষুণ কঠিয়া আদিৰ মূল চাৰিভাই চাৰিকৰাক অৰ্চনা কৰে। পিছদিনা বুধবাৰে চাংদলৈ আৰু চাংমাজি প্ৰভৃতি বিষয়াৰ লগত খ্ৰাম, থোৰাং, থেৰেকা, বেতেৰি আদি লৈ ডেকাসকল পূজাথলিলৈ আহে পাতিঢোলৰ খোলা এটা লৈ তাৰ ওপৰত এখন ডলা দি, ডলাখনৰ মাজেদি এডাল বেতৰ সূত ভৰাই তলফালে গাঁথি মাৰি ৰাখে ডেকাসকলৰ হাতে হাতে মূৰ ফুলাই লোৱা একোডালকৈ বাঁহৰ থেৰেকো বাৰি থাকে। পাতিঢোলৰ খোলটোৰে সাজি লোৱা যতনটোক বেতেৰি বোলে। বেতেৰি চলোৱা ডেকাজনক মাজত লৈ ডেকাসকলে চক্ৰাকাৰে ঘূৰি, থেৰেকাৰে মাটিত থেৰেক্ থেৰেক্ শব্দ কৰি ইফালে এবাৰ, সিফালে এবাৰ ঘূৰি নৃত্য কৰে। গীতবাৰাই বৰষুণ মতা গীত সুৰ লগাই গাই দিয়ে। খ্ৰাম বজোৱাজনে খ্ৰাম, থোৰাংবাদকে থোৰাং আৰু তাল বজোৱাজনে তাল বজায়। এজন ডেকাই বেতেৰি চলোৱাজনৰ ওচৰত পানীৰ বাল্টি লৈ ডলাখনৰ ওপৰত পানী বাকি দি থাকে। বেতৰ সূতডাল বেতেৰি চলোৱাজনে ওপৰলৈ আঙুলিৰ পেটেৰে পিছলাই টানিলেই ঘৰ্ঘৰণি শব্দেৰে ভেকুলীয়ে মতাৰ দৰে শব্দ কৰে। পানী লৈ থকাজনে চোতালত পানী ছটিয়াই দিয়ে। নৃত্য কৰি থকাসকলৰ গালৈকো পানী মাৰি পঠায়। তেওঁলোকে চোতালখন থেৰেকাৰে কোবাই বোকাময় কৰি পেলায়। নখা ছাঙা গীতৰ চানেকি —

ঐ চ'ৰ্ নখা, ঐ নখা মানে থা
তাওল' চাদি নখা কুয়ানা
ৰাইজে নোৰোখ থা।
লাইটিনা পল্‌টি, হুৰাই নখা লাবদ্'
হবে হৰ্চা নখা ছাংদং, ছাজালি চিম্নাই গাৰদ'

ইত্যাদি —

## ২১৮। ন-জনীয়া সেঁৱা ঃ

তিৱা সমাজত প্ৰতিটো বংশই প্ৰতি বছৰত ন-জন ভকত বৈষ্ণৱ মাতি বুলি আনি ৰান্ধি বাঢ়ি খুৱাই আশীৰ্বাদ লয়। এই সেৱা নকৰাকৈ থাকিলে নানানটা বিপদ বিঘিনি হয় বুলি বিশ্বাস। এই সেৱা শালিধানৰ আৰৈ চাউল, বগা মাছ আৰু বগা পাছলিৰহে দৰকাৰ। বগা মাছে সাধাৰণতে ৰৰালী মাছ আৰু বগা পাছলিয়ে সাধাৰণতে কোমোৰাৰ নিৰ্দেশ কৰে। এই সেৱাত মদ-পানীৰ ব্যৱহাৰ নচলে। এই সকাম বংশটোৱেও কৰিব পাৰে। অথবা এখন ঘৰে অকলেও কৰিব পাৰে। ন-জনীয়া সেঁৱাৰ ৰন্ধন কাৰ্য্য কৰাৰ আগতে ন-টা তামোল আৰু ন-খিলা পান থাপনা কৰি ৰন্ধনশালা পাতি চাৰিগৰাকীমান ৰান্ধনীয়ে ৰন্ধা-বঢ়াৰ কাম কৰে। ভাত-আঞ্জা ৰন্ধা হ'লে, আমন্ত্ৰিত ভকতসকলক বহুৱাই নটা তামোল আৰু ন-খিলা পানৰে এটি তামোলৰ বঁটা সিবিলাকৰ সন্মুখত দিব। ধুপ-ধুনা জ্বলাব। ৰান্ধনীয়ে প্ৰত্যেকজন ভকতৰ সন্মুখত পাত পাৰি ভাত-আঞ্জা দিব। ভকতসকলৰ সন্মুখত পিছত গৃহস্থই সেৱা লওঁতে জ্যেষ্ঠ ভকতজনে সুধিব –

**মূলভকত ঃ** ভাল ঐ মোৰ গৃহস্থ জেলা গুৰু। ভকত বৈষ্ণৱ বুলি মাতি বুলি আনি বহিবলৈ স্তুতি দিছে, আগতো অন্নদান, মাজত হাজাৰ টকাৰ মান আৰু পিছে গ'লে কাপোৰ দি পাৰিছে। পিছে দুঃখ বা কি, সুখ বা কি ক'লেহে ভাল ঐ মোৰ ঈশ্বৰ।

**গৃহস্থ ঃ** ভাল মোৰ ঈশ্বৰ, জেলাগুৰুৱে সজ কথাই কৈছে। বোলে – "ভকত বৰ, ভকত বৰঃ ভকতক সুধিলেহে গুছে কৰ্ম্মজ্বৰ।" ভকত সন্তুষ্ট হ'লে ঈশ্বৰো সন্তুষ্ট হয়। এয়া মোৰ আজিৰ নিয়ম নহয়, পূৰ্বপুৰুষৰ পৰাই চলি অহা নিয়ম। কথাতে কয় বোলে – 'উপৰি পুৰুষৰ ৰেৱা, তাকে কৰি যাওঁ সেৱা।" মোৰ দেও পিতৃ-পিতামহসকলে ঘৰখনৰ গো-গাই, নালি-পুলি, ল'ৰা-তিৰোতা দিহিঙে ফুৰে, দিপাঙে ফুৰে – নৈয়ে নদ্গাৰে ফুৰে, সিবিলাকৰ কুশল-মঙ্গলাৰ্থে ন-জন ভকতক মাতি বুলি আনি অন্নদান কৰি দেও-মনিচৰ কু-দৃষ্টিৰ হাত সাৰিবলৈ বছৰি সেৱা ভাগ আগবঢ়াইছিল। পিতৃপুৰুষৰ নিয়ম সাধ্য অনুসৰি মাছ-পহু, খৰি-কাঠ গোটাই ভকতৰ চৰণত ধৰি ছোঁ ভকতসকলে ভাল বুলি ক'লে – ৰাহু-কেতু গ্ৰহ-গতি কাটি যাই, ৰাহু-কেতু, শনিগ্ৰহ, মঙ্গলগ্ৰহৰ কুদৃষ্টি কাটি যাই ভাল হ'ব। গাৰ গুৰু গাত চাপি জয় জয় ময় ময় কৰি ৰাখিব এয়াই ভৰষা।

**মূল ভকত ঃ** ভাল মোৰ ঈশ্বৰ। ভাল ঐ মোৰ ভকতসকল। গৃহস্থ জেলা গুৰুৱে কি ক'লে শুনিলে। এই সেৱা ভাগ গৃহস্থৰ পূৰ্বাপৰ চলি অহা নিয়ম। কথাতে কয় বোলে — "ঘৰদেউ এৰিলে বনদেউৱে খাবলৈ কেতেংৰ লাগিছে।

হয় -- আগত আছিল খাৰু খাৰু জেলা, খাৰু খাৰু বুঢ়া-দাঁতাল-ছিঙাল। সেৱা জানে, ভক্তি জানে। নীতি-নিয়ম সকলো জানে। "ভালুকৰ ভাৱ ল'লেও, থ'লেও খায়।" বোলে "নাওঁখনহে বাই গ'ল সজাটোহে বৈ গ'ল। খোজ নেদেখিলো, পজাঁল নেদেখিলো। দুটা ভাই-ককায়ে আলচি-বিলচি, এখন চালি বাঁহ সাজি, এটা ল'ৰাকে জেলা পাতি, এজনী ছোৱালীকে হাড়ী পাতি আগোৱা-পিছোৱা কৰিছে। কিজানি বাঢ়িছে, কিজানি টুটিছে, কিজানি বাক্যে বচনে ৰেৱা লাগিছে। গৃহস্থৰ মুখলৈ চাই যদি উদ্ধাৰ নেপায়, ন-জন ভকতৰ মুখলৈ চাই সিও উদ্ধাৰ পাব লাগে।

বোলে -- "পিতৃ ভূত, মাতৃ ভূত নানা নিৰন্তৰে, পিতৃ বুলি শ্ৰদ্ধা নকৰে -- এতেকে বিঘিনি কৰে।" তেওঁ যে ক'ব ন-জন ভকতক মাতি বুলি আনি বহিবলৈ স্তুতি দিছে, আগতো অন্নদান, মাজতো হাজাৰ টকাৰ মান দি গ'লে কাপোৰ বান্ধি পৰিছে। ভঁৰালত ধান হ'বলৈ, গোহালিত গৰু হ'বলৈ, নালি-পুলিৰে ঘৰ জয় জয় ময় ময় হবলৈ ইয়াকেহে চৰ্চন কৰিলে। আমিযে বিলনীয়া পৃথিবীখন বেহাই থৈ আহিলোঁ -- আমাৰ হকে একা চৰ্চন নকৰিলে। যদিহে আমাৰ পিতৃ-পিতামহসকল খালে-ডোঙে পৰি আছে, মুক্তি পোৱা নাই, গৃহস্থৰ মুখলৈ চাই যদি মুক্তি পোৱা নাই, তেনেহ'লে নজন ভকতৰ মুখলৈ চাই, সিবিলাকৰ আশীৰ্বাদত উদ্ধাৰ পাই চিৰশান্তি লাভ কৰিব লাগে।

ইফালে কৈছে বোলে--' পুৰুষৰ নাঁও, স্ত্ৰীয়ৰীৰহে গাঁও।' দহঘৰৰ পৰা দহজনী চাপিছে। হাই নুগুছে পেছাল নুগুছে, কিজানি গুৰুৰহে, কিজানি ভকতৰহে দায়দোষ লাগিছে। এতিয়া যেনেকৈ মাছে-পানীয়ে ভেদাভেদ কৰি খাইছে, আগলৈকো ভেদাভেদ কৰি খাবলৈ শক্তি-ভক্তি দি চলিব লাগে। হয়, গৃহস্থই যা-যোগাৰ কৰিছে-চয়ৰ্ত্তন(নাতি-নিয়মেৰে পৰিবেশন) কৰোঁতা নাই। খেলৰ লৰা দুজনমানে আহি ৰন্ধা-বঢ়া কৰি ন-জন ভকতক ভক্তিভাৱে চয়ৰ্ত্তন কৰিছে। তাতে হয়তো কাৰোবাৰ ভাগত বঢ়াকৈ পৰিছে, কাৰোবাৰ ভাগত টুটাকৈ পৰিছে। " ৰান্ধনিৰ হাত দেই হক, ভকতৰ মন দেই নহক"। এনেবোৰ বঢ়া-টুটা ভকতৰ দ্বাৰা ভকতে খেমি, গুৰুৰ দ্বাৰা গুৰুৱে খেমি, এতিয়া যেনেকৈ দিবলৈ থবলৈ শক্তি-ভক্তি দিছে - আগলৈকো এনেকৈ শক্তি-ভক্তি দি কৃপা কৰিব লাগে। অ' হৰি, অ'ৰাম। গৃহস্থৰ কুশলাৰ্থে হৰি বোল হৰি বোল।। (সংগ্ৰহ ঃ শ্ৰীচিকুন দেউৰী। কহিগুৰি। নগাঁও)

## ২১৯। ন-খোৱা ঃ

*কৃষি-জীৱি লোক সকলৰ ন-খোৱা উৎসৱো এটা কৃষ্টি। ইয়াক প্ৰাচীন*

ভাৰতীয় লোক সকলে " নবান্ন উৎসব" বুলিছিল। তিৱা সমাজতো ন-খোৱা প্ৰথাৰ প্ৰচলন আছে; কিন্তু নীতি-নিয়ম আনৰ পৰা বেলেগ।

তিৱা সকলে খেতি পথাৰ চপোৱাৰ পিছতে ন-খোৱা পাতি বৰ বাবে আগতীয়াকৈ অলপ লাউপানী প্ৰস্তুত কৰি ৰাখে। ন-খোৱা দিনটো কোনো কোনোৱে বুধবাৰ আৰু কোনোৱে দেওবাৰ দিনটো বাছি লয়। অন্যবাৰত এই কাম নকৰে। ন-খোৱা দিনতো পাতিব পাৰে অথবা গধুলিও পাতিব পাৰে। সেইদিনা গৃহস্থই সাধ্যানুসৰি মাছ-পুঠিৰ যোগাৰ কৰি ঘৰতে ভাতমুঠি ৰন্ধাৰ ব্যৱস্থা কৰে।

ন-খোৱাৰ দিনা পুৱাই ঘৰৰ মূল গৃহস্থনীয়ে ভঁৰালঘৰ লিপা-মছা কৰে। ভঁৰাল ঘৰৰ গাধৈত আগলি কলাপাত এজাপ পাৰি খৈঁচা-তামোল-পান এযোৰ, তামৰ পইচা এটাৰে সৈতে এগছি চাকি-বন্তি জলায়। আগলি কলাপাত খনতে তিনি কাজলি শুভ্ৰধান দিয়া হয়। অন্য এজাপ আগলি কলাপাতত কল, মাহ-প্ৰসাদ আদি আগবঢ়োৱা হয়। ৰন্ধা-বঢ়া শেষ হলে, তিনিটা কুলৰ তিনিজন জেলা মাতি আনি, আসন দি বহুৱাই সম্মুখত তামোল-পানৰ এটি বঁটা আগবঢ়াই ন-ধানৰ অন্নমুঠি গ্ৰহণৰ কথা জনায়। তাৰ আগতে মহাদেউ গোঁসাইৰ প্ৰিয় দ্ৰব্য অমৃত এধাৰি গ্ৰহণৰ অনুৰোধ জনাই- সকলোৰে আগে আগে বাতিত লাউপানী পৰিবেশন কৰিব। সকলোৱে মহাদেউ, চাৰিভাই চাৰিকৰাৰ নামত তিনিটোপালকৈ লাউপানী মাটিত অনামিকা আঙুলিৰ আগেৰে পেলাই দি গৃহস্থৰ ঘৰত অবলা লক্ষ্মীৰ বসবাস হবলৈ আশীৰ্বাদ কৰিব। এই অৱসৰতে গৃহস্থই তেওঁৰ মৃত দেও পিতৃসকলক ৰন্ধা ভাত-আঞ্জাৰে এপাত আগবঢ়াই দি স্তুতি কৰি সেই পাতখন এজোপা বিৰিখত দি আহেগৈ। সেইকাম হোৱাৰ পাছতে ভকতসকলৰ সম্মুখৰ ঠাই খিনি পানীৰে মচি কলপাত পাৰি ভাত-আঞ্জা দিব। বহুতে কাঁহি ব্যৱহাৰ কৰে। ভকত সকলৰ লগতে ঘৰৰ গৃহস্থ আৰু অন্যান্য সকলকো ভাত বাঢ়িব। ভাত-আঞ্জা দিয়া হ'লে গৃহস্থ-গৃহস্থনীয়ে ভকত সকলৰ সম্মুখত সেৱা লই অন্নমুঠি গ্ৰহণৰ অনুৰোধ জনাব। তেওঁলোকেও আশীৰ্বাদ দি অন্নমুঠি গ্ৰহণ কৰিব। তিৱা সকলৰ ন-খোৱাৰ প্ৰথা এনেকুৱাই।

## ২২০। ন-জমাই :

বৈবাহিক সম্বন্ধেৰে বান্ধখোৱা অথবা পিতৃ-মাতৃৰ গোটৰ সম্পৰ্কেৰে সম্পৰ্কিত লোকক ন-জমাই বোলে। কৰম বা শ্ৰাদ্ধ, বিবাহ আদিত সংশ্লিষ্ট গৃহস্থই এই সম্পৰ্কীয় লোকসকলক কাজ-সকামলৈ নিমন্ত্ৰণ জনায়। ন-জমাই সকলে এপাচি চাউল, এচৰু মদ, এটা চৰাই, দটা জুঠা জুমা লাউত বেলেগে লাউপানী, তামোল

এথোক আৰু পান দহগুছি চেলেং কাপোৰেৰে ঢাকি সকাম কঁৰোতা মিত্ৰৰ ঘৰলৈ লৈ আহে। কেৱল শ্ৰাদ্ধ আৰু বিবাহতহে ন-জমাই ভাৰ নিয়া নিয়ম; অন্য সকামত এই নিয়ম নাই। এওঁলোকক বিশেষ সম্মানেৰে সোধ-পোছ কৰা হয়। এওঁলোকক আহাৰ-বিহাৰৰ সুকীয়া বন্দোবস্ত কৰা হয়; বাইজৰ মাজত বহুওৱা নহয়। সিবিলাকৰ কৰম বা বিয়া আদিতো একেদৰে ভাৰ-ভেটি নিয়া নিয়ম। ন-জমাই সকলক আদৰ আপ্যায়ন কৰাৰ পিছত তেওঁলোকৰ ভাৰখন চমজি দিয়ে। পাচিত কমেও এসেৰমান চাউল, কলহত তিনি-চাৰি লিটাৰমান লাউপানী, জুঠা জমা লাউ দুটা, তামোল-পান অলপেৰে চেলেঙৰে ঢাকি মাত-বোল লগাই বিদায় দিয়া নিয়ম।

## ২২১। নৰাছিগা ঃ

বাওধান কাটি শেষ হবৰ সময়ত তিৱা সকলে নৰাছিগা উৎসৱ পালন কৰে। ই ব্যক্তি বিশেষৰ কাম হ'লেও ডেকা-গাভৰু সকলক নৰাছিগালৈ মাতি এক উৎসৱমুখৰ পৰিবেশেৰে ইয়াক সম্পন্ন কৰে। নৰাছিগাৰ এটা দিন ধাৰ্য্য কৰি গৃহস্থই আগতীয়াকৈ লাউপানী প্ৰস্তুত কৰি ৰাখে। নৰাছিগাৰ দিনটো মঙ্গল, বুধ অথবা দেওবাৰৰ দিনটো বাছি লয়। নৰাছিগাৰ এদিনৰ আগতে চাৰি-পাঁচজনমান ডেকা আৰু চাৰি-পাঁচজনীমান গাভৰুক নৰাছিগালৈ মাতে। সেইদিনা ডেকাসকলে কাঁচি, বাঁওকাৰ লগতে পাতিঢোল আৰু তাল লই নৰা ছিগিবৰ বাবে ৰখা পথাৰ খনলৈ আগবাঢ়ে। গাভৰু সকলেও হাতত কাঁচি লৈ পথাৰত উপস্থিত হয়। গৃহস্থই গা-পা ধুই একলহ লাউপানী, থোলা কেঁইটামান লগতে আগলি কলাপাত এজাপৰ সৈতে এখন নতুন গামোছা লই পথাৰলৈ যায়। গৃহস্থই তেওঁৰ কাটিব থকা শেহতীয়া ধানৰ পথাৰ ডৰাৰ মাজলৈ গৈ, লখিমি দেৱীৰ নাম লই এমুঠিমান ধানৰ থোক নৰাৰে সৈতে সামৰি গাঁথি মাৰি নাড়ী বান্ধি থৈ আহে। ডেকা-গাভৰু সকলে পথাৰৰ ধান খিনিক নমস্কাৰ জনাই পূবমুৱাকৈ কাঁচিৰে ৰেপ্ দি কাটি মুঠি বান্ধি গীতৰ ৰাউচি তুলি ধান কাটি যায়। মাজতে ডেকাসকলক এধাৰি লাউপানী খাবলৈ দিয়া হয়। সেই অৱসৰতে তেওঁলোকে ঢোলবাই এহিচাঁ নাচন মাৰি স্ফূৰ্তি কৰে। ধান কাটি শেষ হোৱাৰ সময় হলেই সেই সময়খিনিত বেছ আমোদজনক পৰিস্থিতিৰ সৃষ্টি হয়। সাধাৰণতে বাওধানৰ পথাৰত পানী থাকে। ডেকা-গাভৰু সকলে শেহৰ মুহূৰ্ত্তটোত নৰা ছিগিবলৈ যোৱা গৃহস্থজনৰ লগতে তেওঁলোক সকলোৱে পৰস্পৰলৈ পানী ছটিয়াই ৰং-ৰহইচ কৰে। নাৰীবন্ধ ধানখিনি গৃহস্থই ঈশ্বৰৰ নাম লই একেৰেপতে কাটি, লগত নিয়া আগলি কলাপাত জাপত দি, গামোছাৰে মেৰিয়াই ঘৰলৈ লৈ আহে। সেই সময়ত তেওঁৰ গা-লৈকো পানী

ছটিয়াই। গাভৰু সকল গৃহস্থৰ লগতে ঘৰলৈ আহে। ডেকাসকলে ঢোলৰ ছেৱত কিছু সময় নাচ-বাগ কৰি ধানৰ মুঠিবে ডাঙৰী বান্ধি গৃহস্থৰ ঘৰত জমা কৰেহি। গৃহস্থই নবাছিগা ধানৰ মুঠিটো ভবালৰ গাধৈত ভাবে-ভক্তিৰে থৈ দিয়ে। তামোল-পাণ আগবঢ়াই চাকি-শলিতা জ্বলায়।

পিছত ডেকা-গাভৰুসকলে নিজ নিজ ঘৰলৈ গৈ গা-পা ধুই গৃহস্থৰ ঘৰত উপস্থিত হয়। নবাছিগাৰ বাবে গৃহস্থই যা-যোগাৰ কৰা মাছ-মঙহেৰে আৰু লাউপানীৰে সিবিলাকক আপ্যায়ন কৰে। লগতে ওচৰ-পাজৰৰ লোককো মাতি মদ-ভাত খুবায়।

## ২২২। নিয়াৰি ঃ

অসমত কমাৰ সকল এটি সম্প্ৰদায় নহয়। বিভিন্ন সম্প্ৰদায়ৰ লোকে দা-কটাৰী, হাতহী(হাতুৰি), বটালি, পচা, যাঁঠি, আঁফৰি আদি তৈয়াৰ কৰে। তিৱা সকলৰ মাজতো প্ৰাচীন কালৰে পৰা কমাৰৰ বৃত্তি লোৱা মানুহ আছিল। কমাৰ শালত ব্যৱহাৰ কৰা এডোখৰ পোন ডাঙৰ-দীঘল লো-ক নিয়াৰী বোলে। জুইত ৰঙা কৰি লোৱা লো ইয়াৰ ওপৰত দি পিটি দা-কুঠাৰ আদি তৈয়াৰ কৰে।

## ২২৩। নুনাই খৰ্লেৱা কীৎ/নিচুকনি গীত ঃ

সৰু সৰু ল'ৰা-ছোৱালীয়ে কান্দি-কাতি আমনি কৰিলে, নিচুকাবলৈ বা কান্দোন বন্ধ কৰিবলৈ গোৱা গীতকে নুনুাই খৰ্লেৱা কীৎ বা নিচুকনি গীত বোলা হয়। অসমীয়া ভাষাত এই গীত বা নামক ধাইনামো বোলে। এনেবোৰ গীতত বিভিন্ন জীৱ-জন্তু, নৈসৰ্গিক বস্তু আদিৰ ওপৰত ভেঁজা দি গোৱা হয়। সুৰ লগাই গোৱা গীত বোৰে শিশুমনত যথেষ্ট প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰি এখন কল্পনাৰ ৰাজ্যলৈ সিবিলাকক লৈ যায়। গীত বোৰত কোনো গুৰুত্ব পূৰ্ণ, অৰ্থবহ অথবা তাত্বিক ভাৱ নিহিত হৈ নাথাকে। গীতৰ ভাষা বোৰ অসংলগ্ন আৰু অলৌকিক। তিৱা সমাজতো নিচুকনি গীত বা নুনাই খৰ্লেৱা গীতৰ পেৰাটো ডাঙৰেই। দুটা গীতৰ নমুনা ইয়াত ৰখা হৈছে।

(১) কাকা চনাই চনাই ঐ বিজি কিচা অচ্।
বিজিনো মুনা নাঙ'? ছালা চিয়ানা।
ছালানো মুনা নাঙ'? ঠাকা পুবাইনা।
ঠাকানো মুনা নাঙ'? হাথী পেৰেনা।
হাথীনো মুনা নাঙ'? তুই কদ'ৰা ।
তুই কদ'ৰানে মুনা নাঙ'? কুমুন লিবিং হঙ'।
ৰাথিনে মুৰা, পুওৰিনে গুৰা

বাথাই ফাৰা ফিগানা, মুছাপা বুৰা।। (* ললিত পাতৰ)

(২) কাকা চনাই চনাই ঐ কিছা ফাকৰ অচ্,
কিছা ফাকৰ মানিয়াংবে চানিং ফাকৰ অচ্।। ১
কই লাবা, ফান্ লাবা খেজঙে চাং
কই ছিয়া ফান্ ছিয়া বাকেৰেনো চাং ।। ২
আখাছ লিবা কাকা চনাই চানিং থিক্লি লাৱগা,
চালিং থিকিলিনে ভিতৰও দন্ কাৰ্গাইগা।। ৩
কলাফুলা লোবা চানিং মন্দেৰা মানং,
মন্দেৰা মানেগেৰে খাপাল মাৰে ওৱাং।। ৪
পাত্ পাখন্ পাচি খনাং থিকিলিনে ভাও ;
থিকিলিং খ্ৰমংতে পুমাওঁ নাংগা খাম্।। ৫
ছিয়ালে ৰাও ৰাও মেছানে ৰাও
হৰ্ হংগা নুনাই কিছা থোনা লি থাও।। ৬
কদ'ৰা লিবা তিৱা লিবিং ফিগা নোনাল;
পিয়ালিউল' পিয়ালিউল' খ্ৰাম্ পঠাল'।। ৭ (* ললিত পাতৰ)

## ২২৪। নেওচা দিয়া ঃ

বধ শপত দি লুচিয়াই পেলাই দিয়া। মৰিবলৈ শপনি দিয়া। তিৱা সকলে কোনো লোকৰ কিবা বেমাৰ-আজাৰ হ'লে তন্ত্ৰ-মন্ত্ৰ কৰি যি বস্তুৰে সেই বোৰ কৰে, তাক বাৰীৰ পিছফালে নি বধ শপত দি পেলাই থৈ আহে। তাকে নেওচা দিয়া বোলে। ৰোগী অথবা দেৱতাই লম্ভা লোকক বিশেষ বিশেষ উপচাৰেৰে গাত লুচিয়াই, তিনিআলি অথবা বাৰীৰ পিছফালেথৈ অহাকে নেওচা দিয়া বোলে। সম্পৰ্ক ছেদ কৰা, পিঠি পাছ দিয়া অৰ্থতো নেওচা দিয়া শব্দতো ব্যৱহাৰ হয়।

## ২২৫। পচলা ঃ

খাবলৈ অনা কলৰ পুলিক পচলা বোলে। পচলা, অসমৰ সকলো সম্প্ৰদায়ৰ মানুহে খায় যদিও জনজাতিৰ মাজত ইয়াৰ ব্যৱহাৰ ব্যাপক। পিছে ভীমকল আৰু আঠিয়া কলৰ পচলাহে কোমল লগতে স্বাদযুক্ত হয়। তিৱা সকলৰ আবৈয়া সেঁৱা, ৰাতি সেঁৱা আদিত পচলাৰ সৈতে মুৰ্গীৰ মাংস ভাজি খোৱাৰ নিয়ম আছে। পচলাৰ লগত মচুৰ ডাইল দি আঞ্জা ৰান্ধি খাবলৈ ভাল। ইয়াত মাছ বা মাংস দিলে তাৰ স্বাদ অধিক হয়। তিৱা সকলে ঠিয় পচলা ব্যৱহাৰ কৰা চকুত পৰা নাই যদিও কাৰ্বি সমাজত ঠিয় পচলাৰ ব্যৱহাৰ ব্যাপক।

## ২২৬। পহন মদ ঃ

লাউপানী সিজাই, বাখৰ সানি, কলহত ভৰাই থৈ পিছত যেতিয়া ই পুৰঠ হয়, তেতিয়া তাত জুগুলিৰ পৰিমাণ চাই, পানী দি জুগুলিবোৰ হাতেৰে লৰাই দি কিছুসময় ৰখা হয়। পিছত নদীয়া বা ডাৰণ অথবা মটং আদিত চাকনিৰে চেকি লাউপানী উলিওৱা হয়। প্ৰথমেই চাকি উলিওৱা মদ খিনিকেই পহন মদ বোলে। ই মিঠা চোকা স্বাদযুক্ত আৰু বেছি নিচাযুক্ত।

## ২২৭। পদুমনী পূজা ঃ

শিবৰ মানস পুত্ৰীৰ নাম মনসা। মনসাদেৱীৰ অন্য নাম পদুমনী দেৱী। এই দেৱীৰ পূজাত এশ এটা বগা পদুমৰ প্ৰয়োজন। মগুমাহ, জহাচাউল, গাখীৰ, দৈ, চেনি, মৌ, মিঠৈ লাৰু, চাকি-শলিতাৰ প্ৰয়োজন। এই পূজাত মহিলাসকলে নাম গায়। পূজাত অনন্ত, বাসুকি, পদ্ম, মহাপদ্ম, তক্ষক, কুলীৰক, কৰ্কটক আৰু শঙ্খচূড় এই আঠগৰাকী সৃষ্টিৰ লগত জড়িত সৰ্পৰ পূজা কৰা হয়। মনসা দেৱী সপ;কুলৰ মাতৃ, শিৱপুত্ৰী আৰু সকলো বিপদ-বিঘিনি বিনাশিনী। পদুমনী পূজা মৰিগাঁও নগৰৰ নিকটবৰ্তী দমাল ৰাজ্যৰ তিৱা (লালুং) সকলে বৰ ডাঙৰ উৎসৱ হিচাপে উদ্‌যাপন কৰে। পদুমনী বিলৰ পাৰত পূজাও আগবঢ়ায়। অন্য সিৱাসকলে পোনপতীয়াকৈ পদুমণী পূজা নকৰিলেও- ডিঙা দিয়া পূজা পালন কৰি — মনসা পূজাৰ অন্য ৰূপ হিচাপে ইয়াক পালন কৰি অহা দেখা গৈছে।

## ২২৮। পাঁজি ঃ

অসমীয়া সমাজত এবাৰ কথাৰ প্ৰচলন আছে - বোলে ,

কাজীৰ টিকাত পাঁজি ;
অকাজীৰ টিকাত মুগাৰ মেখেলা
যায় খম্ খম্ বাজি ।।

কপাহৰ জোলা - এডাল বাঁহৰ বা লোৰ শলা কৰি লৈ হাতৰ তলুৱাৰে কপাহ বাটি দিলে গোটা হৈ পৰে। শলাডাল টানি দিলে, গোটাকৈ বৈ যোৱা কপাহৰ সৰু ঠাৰিৰ দৰে হোৱা বস্তুটোক পাঁজি বোলে। পিছে যঁতৰত এই পাঁজি কাটি কপাহী সূতা উলিওৱা হয়।

## ২২৯। পাতত দিয়া মাছ/পোটোকাত দিয়া মাছ ঃ

তিৱা সকলে বিভিন্ন পদ্ধতিত মাছ প্ৰস্তুত কৰি খায়। মাছ কুটি-বাছি, অলপ নিমখ দি, কলপাত অথবা হালধি পাতত মেৰিয়াই, দুয়োটা মূৰ খেৰ অথবা কলৰ

চুচঁনিৰে গাঁথি মাৰি জুইত সেক দিয়ে। ইয়াকে পোটোকা বোলে। মাছখিনিক পোটোকাত দিয়া মাছ বা পাতত দিয়া মাছ বোলে। মাছবোৰ সিজিলে, পোটোকাটো দাণ্ডি অথবা গৰ্ আদি দি একতীয়াকৈ জমা হোৱা পানীবোৰ উলিয়াই দিয়াৰ ব্যৱস্থা কৰে। পুনৰ জুইত ইয়াক দি ভালদৰে সিজিবলৈ দিয়া হয়। প্যতত দিয়া বা পোটোকাত দিয়া মাছৰ এটা ভিন্ন স্বাদ আছে। মাছবোৰ ভলকৈ সিজাৰ পিছত, ইয়াক কাঁইট বোৰ আঁতৰাই নিমখ, জলকীয়া আৰু পকা তেলেৰে পিটিকি খোৱা হয়। মাছৰ কেছেমা গোন্ধটো আঁতৰাবৰ বাবে হালধি পাত অথবা কলপাতত মেৰিয়াওতে নেমুটেঙাৰ পাত দিয়ে। তেতিয়া ইয়াৰ পৰা এটা সুগন্ধি বাহিৰ হয়।

পাহাৰীয়া তিৱাই অলপ লৰামাছ ; এটা বিশেষ পদ্ধতিৰে তৈয়াৰ কৰি খায়। ডাঙৰ বৰালী মাছ পোটোকাত দি খাবলৈ বেছি ভাল। লৰা মাছ পাহাৰীয়া তিৱাই বাঁহৰ চুঙাত ভৰাই নিমখ, হালধি দি, এডাল ওখ গৰত হেলনীয়াকৈ দি তলত জুই দি গৰম কৰে। ধানখেৰৰ সোপা দি তাত জমা হোৱা পানীবোৰ উলিয়াই দিয়ে। ভালকৈ সিজি ফৰ্ফৰীয়া হলে, গোন্ধ আঁতৰি যায়। পিছত কাঁইট আৰু ছালবোৰ আঁতৰাই নিমখ তেল সানি খায়। ইয়াকে চুঙাত দিয়া মাছ বোলে।

## ২৩০। পাভতি চাং ঃ

তিৱা সকলৰ নো-বাৰু' অৰ্থাৎ বৰঘৰৰ একোঠালিত বিভিন্ন বস্তু-বেহানি থবলৈ বাঁহৰে চাং সাজি ৰাখে। ইয়াত অশৌচ, শ্ৰাদ্ধ অথবা ৰাতিসেৱাৰ নিমিত্তে প্ৰয়োজনীয় কলহ, চৰু, চাকনি, জুঠা, জুমালাউ আদি তুলি থয়। ইয়াকে পাভতি চাং বোলে।

## ২৩১। পাতিঢাল ঃ

তিৱা গৰখীয়া ল'ৰাবোৰে গৰু চৰাবলৈ গ'লে অথবা ওমলি থকাৰ সময়ত মাটিত আঁক মাৰি বাঘ-গৰুৰ এখন খেল খেলে। ত্ৰিকোণাকৃতিৰ বাঘ-গৰু খেলা ঢালখনক কোৱা হয় বাঘঢাল। চাৰিচুকীয়া ঢালখনক পাতিঢাল বুলি কোৱা হয়। ইয়াতো বুদ্ধিৰ বলেৰে বাঘক কৰায়ত্ব কৰি কেনিও লৰচৰ কৰিব নোৱাৰা অৱস্থা কৰিব পাৰিলে, বাঘ মৰা বোলে। পাতিঢালো সেই লেখিয়াই।

পাতিঢালখন সাজিবলৈ, পৰিধিক কেন্দ্ৰ কৰি পাঁচডালকৈ সৰলৰেখা ঠিয় আৰু পথালিকৈ টানি ল'ব লাগে সমজোখত। এনেকৈ আঁকবোৰ মৰাৰ পিছত গোটেই ঢালখনত ষোল্লটা বৰ্গৰ সৃষ্টি হ'ব। তেতিয়া চুকীয়া-চুকীকৈ দুডাল আঁক মাৰিব লাগে। এইদৰে কৰা হ'লে চাৰিওফালে মধ্যম ৰেখাৰ পৰা মধ্যম ৰেখালৈ চাৰিডাল আঁক মাৰিব লাগে। এনে কৰাত প্ৰত্যেকটো দ্বিতীয় শাৰীত একোটাইত

ভৰাৰ আকৃতি ল'ব। ইয়াক চৌখুলি বা চৌখুটি বোলে। এই চৌখুলি বা চৌখুটিত পাঁচোটাকৈ গৰু ৰখা হয়। পাতিচালৰ মধ্যম শাৰীৰ দুয়োমূৰে দুটা বাঘ ৰখা হয়। দুটা বাঘ আৰু কুৰিটা গৰুৰে খেলা এই খেলখনেই পাতিচাল বোলে। ক'লা কচুৰ এক ইঞ্চিমান দীঘল ঠাৰি কাটি গৰু সজাই লয়। আৰু দেড় বা দুই ইঞ্চি দীঘল বাঁহ বা কাঠৰ দুডাল কাঠি বাঘৰ প্ৰতীক। বাঘ লোৱাজন বাঘৰ প্ৰতিনিধি, গৰু লোৱাজন গৰুৰ প্ৰতিনিধি। কুৰিটা গৰুৰে দুটা বাঘক জালত পেলাই লৰচৰ কৰিব নোৱাৰা কৰিলেই বাঘ মৰে। ই বৰ বুদ্ধিমত্তা যুক্ত খেল। বাঘ মৰাৰ আগলৈকে, বাঘে ভালেমান গৰু খাব পাৰে, খেলিবলৈ নেজানিলে বাঘ মৰাটো বৰ সহজ কাম নহয়। সেয়েহে চৌ-খলিৰ গুটিৰে প্ৰথমেই বাঘৰ জপিওৱা পথ বন্ধ কৰি ল'ব লাগে।

## ২৩২। প্ৰাগজ্যোতিষ ঃ

ভাৰত ওৰফে জম্বুদ্বীপৰ একেবাৰে পূব সীমাত অৱস্থিত মঙ্গোলইদ-কিৰাত জাতিৰ বাসভূমিখনৰ নামেই প্ৰাগজ্যোতিষপুৰ। মনুসংহিতাৰ মতে সদানীৰা বা কৰ তোৱা নদীৰ পূবদিশত এই ৰাজ্য অৱস্থিত। ই বিহাৰৰ তিৰহুত, নেপাল আৰু ভূটানকো সামৰি আজিৰ সাতভনীলৈ পৰ্য্যবসিত হোৱা অসমক সামৰিছে। ৰামায়নত উল্লেখ কৰা মতে ৰামচন্দ্ৰৰ নাতি, কুশধ্বজৰ পুত্ৰ অমূৰ্ত্তসেনে ম্লেচ্ছসকলৰ মাজত প্ৰাগজ্যোতিষ ৰাজ্য স্থাপন কৰে। মহাভাৰতত ম্লেচ্ছাধিপতি ভগদত্তই কুৰুক্ষেত্ৰ যুদ্ধত চীন আৰু কিৰাত সৈন্য লই, জোৱায়েক দুৰ্য্যোধনৰ ফলীয়া হৈ, যুঁজ কৰি অৰ্জ্জুনৰ হাতত মৃত্যুবৰণ কৰাৰ কথা উল্লেখ আছে।

মৎস্যপুৰাণ, ব্ৰহ্মাণ্ডপুৰাণ, ৰঘুবংশ আদিতো প্ৰাগজ্যোতিষৰ বৰ্ণনা আছে। চিত্ৰাচল, নীলাচল আদি পাহাৰ লগতে নৱগ্ৰহ মন্দিৰৰ অৱস্থিতি চাই ইয়াক প্ৰাচ্যদেশৰ জ্যোতিষ চৰ্চাৰ কেন্দ্ৰ বুলি কৰ খোজে আধুনিক বহু পণ্ডিতে। কালিকাপুৰাণত — ব্ৰহ্মাই ইয়াতে স্থিতি লৈ বিশ্বব্ৰহ্মাণ্ডৰ গ্ৰহ-নক্ষত্ৰৰ সৃষ্টি কৰা বুলি কৈছে। ই আৰ্যীকৰণৰ প্ৰভাৱৰ ফল। তেওঁলোকৰ মতে প্ৰাক্ বা প্ৰাগ্ অৰ্থে পূব, জ্যোতিষ অৰ্থে গ্ৰহ-নক্ষত্ৰাদি গণনা কৰা বিদ্যা আৰু পুৰ অৰ্থে নগৰ বুজাইছে। প্ৰকৃততে ই স্থানবাচক অস্ট্ৰিক শব্দহে। ডঃ বাণীকান্ত কাকতিৰ মতে পাগাৰ শব্দে বহলকৈ আগুৱা জুহ শব্দে ওখ আৰু খিচ্ শব্দে ঠাই বুজাইছে। পাগাৰজুহখিচ্ শব্দই বুজাইছে — ওখ ওখ পাহাৰেৰে আগুৰা বহল ভূমিখণ্ড। আৰ্য্য পণ্ডিতসকলে পাগাৰ শব্দক প্ৰাক্ বা প্ৰাগ্ আৰু জুহ্খিচক — জ্যোতিষ কৰিবলৈ সহজ পালে। লগতে পুৰ শব্দটো পৰ' প্ৰত্যয়ৰূপে প্ৰয়োগ কৰি প্ৰাগজ্যোতিষপুৰলৈ পৰ্যবসিত কৰি সংস্কৃতিয়া কৰি পেলোৱা

হ'ল। কালিকা পুৰাণক ভিত্তি কৰি এড্‌বাৰ্ড গেইট চাহাবেও ওপৰোক্ত সম্ভাবনাটোকে প্ৰকাশ কৰাৰ পিছত অসমৰ গবেষক পণ্ডিতসকলে তাকেই খামুচি ধৰি আছে। ডঃ বাণীকান্তৰ উত্তৰসুৰীসকল সংখ্যালঘু হোৱা বাবে, ভাষাবিজ্ঞানৰ তুলনামূলক অধ্যয়নৰ গুৰুত্ব হ্ৰাস পাই অনুসন্ধানে ভিন্ন দিশে ধাবিত হোৱা দেখা গৈছে।

## ২৩৩। পিঠা :

অসমীয়া সমাজত এষাৰ কথা আছে বোলে — "সাতে তিতা, মাহে পিঠা।" অৰ্থাৎ প্ৰতিসপ্তাহে এসাজকৈ তিতাৰ আঞ্জা আৰু প্ৰতি মাহে পিঠা খাব লাগে। অন্যান্য অনা অসমীয়া মানুহেও পিঠা খায়, কিন্তু অসমীয়া সমাজত পিঠাৰ নামবোৰ শুনিলেও ইয়াৰ বিশেষ চাৰিত্ৰিক বৈশিষ্ট্য থকা যেন লাগে। পিঠাৰ আকাৰ-আকৃতি চাই দিয়া নামবোৰ যেনে – টেকেলি পিঠা, চুঙা পিঠা, তিলপিঠা (কেইবাটাও আকৃতিৰ), খোলা চাপৰি বা হাজাৰমুখী, আঙুলিপিঠা, ফেনীপিঠা, তেলপিঠা বা ঘিলা পিঠা, উৰহী পিঠা, বৰাপিঠা, সুতুলীপিঠা, কঠালপিঠা, কলপিঠা আদি উল্লেখযোগ্য।

## ২৩৪। পিঠাখোৱা (ৰোগ) :

ঠাণ্ডা অনুভৱ হৈ বতৰ পৰিবৰ্তনৰ বাবে অথবা বিভিন্ন ঠাইত ফুৰা চকা কৰি ফুৰোতে খোৱা পানীৰ সলনি হ'লে পানীলগা হৈ পিছত টনচিল বাঢ়ি জ্বৰ হয়। ডিঙিৰ দুয়োফালে বিষ হৈ দুয়োখন গাল কানৰ কাষৰ পৰা ফুলি উঠে। এনে হোৱাকে পিঠাখোৱা - ইংৰাজীত "মাম্‌" বোলে। হোমিওপেথিত ইয়াক কোৱা হয় কৰ্ণমূল ৰোগ। তিৱাসকলত বাদেও অন্য সম্প্ৰদায়ৰ লোকেও পিঠাখোৱা ৰোগক ভাইৰাচৰ দ্বাৰা সংক্ৰমিত ৰোগ বুলি নেভাবি — পিঠাখাইতী আইৰ অসন্তুষ্টি বুলি ভাবে। তেওঁলোকে তেনে ৰোগ হ'লে পিঠাগুৰি খুন্দি খোলাচাপৰি পিঠা সাজি মজলীয়া ৰূপত থকা গৰম পিঠাৰে দুয়োগালত কানৰ তলৰ পৰা সেক দিয়ে। এই সেক দিয়া পিঠাকেইটা পিছত তামোল-পান আৰু এগছি শলিতাৰে আগলি কলপাত এখনত দি তিনিআলি অথবা বাটৰ এদাঁতিত থৈ আহে। পিছত ঔষধ পাতি কৰে কোনোৱাই, কোনোৱে নকৰে। এনেয়েও ভাল হয়। এই ৰোগত হোমিওপেথিহে উত্তম চিকিৎসা ব্যৱস্থা।

## ২৩৫। পুনচ্‌ হোৱা :

কন্যাকাল পোৱাকে তিৱাসকলে পুনচ্‌ হোৱা বোলে। অজনজাতি অসমীয়া সমাজত প্ৰচলিত বিয়াৰ ভিতৰত কন্যাকাল পোৱা অৱস্থাত পতা আনুষ্ঠানিকতাক

তোলনি বিয়া বোলে। কোনো ছোৱালীয়ে প্ৰথম পুষ্পিতা হ'লে — কন্যা তোলে অৰ্থাৎ আনুষ্ঠানিকতাৰে এই বিয়া পাতে। ইয়াক কোনোৱে অনুষ্টুপীয়াকৈ, কোনোৱে বৰবিয়াৰ দৰে ধুমধামেৰে পালন কৰে। ই বয়ঃসন্ধিৰ এটা গুৰুত্বপূৰ্ণ সময় আৰু ই ছোৱালীজনীৰ শাৰীৰিক আৰু মানসিক পৰিবৰ্তন আনে। চঞ্চল পখিলাৰ দৰে দৌৰাদৌৰি কৰি ঘূৰি ফুৰা ছোৱালীজনী লজ্জাবনতা হয়, দেহ-মনলৈ আহে অস্বাভাৱিক গাম্ভীৰ্য্য। অসমীয়া সমাজত প্ৰথম পুষ্পিতা হোৱা ছোৱালীয়ে সূৰ্য্য, চন্দ্ৰ, গৰু-গাই আৰু পুৰুষৰ মুখ দেখাটো সেইসময়ত নিষেধ বুলি বিশ্বাস প্ৰচলিত আছে। আৰু বিশ্বাসৰ প্ৰচলন আছে — প্ৰথম পুষ্পিতা হোৱাৰ সময়ত ছোৱালীয়ে বিধবা আৰু বাঁজা-বাঁজী মানুহৰ মুখো দেখিব নেপায়। সেইবাবে এনে ছোৱালীক সযতনে এটা আছুতীয়া কোঠাত আবুৰত ৰখা হয়। এটা পৰিস্কাৰ কোঠাত এটা দুনৰিত চাউল, তামোল-পাণ, এটা ৰূপৰ মুদ্ৰাৰ লগতে কাষতে এটা চাকিৰ শলিতা জ্বলাই ছোৱালীজনীয়ে শোৱা ঠাইখিনিৰ পূবদিশে ৰখা হয়। ছোৱালীজনীয়ে খেৰৰ ওপৰতহে শুব লাগে। ইয়াৰ কাষত এটা ঘটত আমৰ পাতৰে সৈতে ঠাল এটা, পানী লগতে ঘট আৰু আমৰ পাতত সেন্দুৰ সানি এৰী সূতাৰে বান্ধি থোৱা হয়। তোলনি বিয়াত 'কানাই বন্ধা' নিয়মৰ প্ৰচলন আছে, ই সন্তানৰ প্ৰতীক আৰু বহুতে ইয়াক মালাৰ লগতে ডালিম বা ডিমৰু আনি তাত ৰঙা বা বগা সূতা মেৰিয়াই দিয়া হয়। ছোৱালীজনীক ফলমূল লগতে গধুলি পাতল আহাৰ দিয়া হয়। এসপ্তাহ হোৱাৰ পিছত আয়তী-বায়তীসকলক মাতি আনি — এজোপা ধুনীয়া কলপুলি ৰুই দি তাৰ তলত ডাঙৰ চাম কাঠৰ পীৰাত বহুৱাই, সাতোটা নাদৰ পৰা অথবা সাতোটা ঘাটৰ পৰা পানী তুলি আনি ছোৱালীজনীক নোওৱা হয়। মাহ-হালধি, মুথা, গান্ধবিৰিণা আদিৰে নোৱাই গা ধুওৱাৰ পিছত চোতালত আনি আয়তীসকলে নাম গায়। কানাইটো ছোৱালীজনীৰ কোলাত দি বয়সস্থ মহিলাসকলে নানা ৰং ৰহইচ কৰে। গাঁওবোৰত ভগা টিং, ভগা কাঁহ-বাচন বজাই ধুন-ধুপাল নাচি আনন্দ কৰে।

তিৱা সমাজত বা জনজাতি সমাজত প্ৰথম পুষ্পিতা হোৱা কাৰ্য্যক পুনচ্ হোৱা বোলে। অৰ্থাৎ যৌৱনকাল পোৱা বোলে। তেওঁলোকে ছোৱালীক পৰিস্কাৰ-পৰিচ্ছন্ন কৰি ৰখাত গুৰুত্ব দিলেও ই লজ্জাজনক কথা বুলি কাকো নোকোৱাকৈ গোপনে ৰাখে, বিয়াও নোতোলে। ঘৰ-ঘৰোৱাহৰ বাদে অন্য মানুহক কথাটো সাধাৰণতে নজনায়। নোৱাই তোলনি বিয়া পতাৰ নিয়মো তেওঁলোকৰ নাই। কিন্তু চোৱাচিতা কৰাই কিবা লেঠা-সুঠলি থাকিলে ভাঙি দিয়ে। আজিকালি অজনজাতি অসমীয়া সমাজৰ সংস্পৰ্শও আহি তিৱাসকলেও নোৱাই তোলনি বিয়া, অন্নপ্ৰাশন

আদি পাতিবলৈ লোৱা দেখা গৈছে। ই সাংস্কৃতিক সংক্রমন যেন লাগিতেও সাংস্কৃতিক অনুকৰণহে।

## ২৩৬। পেংবাৰি/পেংমাৰি ঃ

দুডাল ভলুকা বাঁহৰ আগ কাটি, গুৰিৰ ফাললৈ দুটা বা তিনিটা গাঁথিৰ ওচৰত থকা ডাঙৰ আঁখিডাল তিনি-চাৰি ইঞ্চিমান দীঘলকৈ ৰাখি তাক কাটি কুন্দাই লোৱা হয়। দুখন হাতেৰে ওপৰত ধৰি, এডাল আঁখিত এখন ভৰি আৰু অন্যডাল আঁখিত অন্যখন ভৰি দি খোজকাঢ়ি ফুৰা যতনকে পেংবাৰি বা পেংমাৰি বোলে। ভৰিৰ বিষ নুঠিবলৈ কহুতে এই আঁখি দুটাত ধানখেৰ অথবা নৰাৰে নৰাবান্ধ দি লয়। এই পেংমাৰি সাজি লৈ ল'ৰাবিলাকে বৰ ওখ হৈ খোজ কাঢ়ি ফুৰি ধেমালি কৰে।

## ২৩৭। পেঁপা ঃ

সৰু ম'হ মৰিলে তাৰ শিং সংগ্ৰহ কৰি পেঁপা সাজি লোৱা হয় বাবে ইয়াক ম'হৰ শিঙৰ পেঁপা বোলে। ম'হৰ শিঙৰ আগটো কৰতেৰে কাটি, আধা ইঞ্চিমান দূৰত অলপ গোলাকাৰকৈ খাঁজ কাটি লোৱা হয়। বাঁহৰ পাব এটা বাঁহীৰ দৰে ছয়টা বা পাঁচোটা ফুটা কৰি, এফালে নলৰ পেঁপা এটা ভৰাই দিয়া হয়। এই নলৰ পেঁপাটোৰ এটা গাঁথি ৰাখি — গাঁথিৰ ফালৰ পৰা এচটা ওলোটাকৈ কাটি তাক চাঁচি পাতলকৈ লোৱা হয়। ইয়াক গাঁথিৰ ফালৰ পৰা মুখত ভৰাই ফুক্ মাৰিলেই শব্দ কৰি উঠে। এই নলৰ পেঁপাটো বাঁহৰ পাব্‌টোত ভৰাই কাপোৰেৰে মেৰিয়াই টানকৈ গুজি মহৰ শিঙৰ আগটোত ভৰাই দিলেই মহৰ শিঙৰ পেঁপাটো হৈ পৰে। বাঁহৰ গাঁথিৰ পৰা এক ইঞ্চিমান দীঘল কৰি কাটি তাক পাতল কৈ চাঁচি দাৰ গেজিৰে ফুটাই তাৰ মাজেদি নলৰ পেঁপাটো ভৰাই দিব লাগে। বাঁহৰ এই চুটি টুকুৰাটোক মুখচলি বোলে। মুখচলিৰ পৰা মহৰ শিঙলৈকে এই চাৰিটা বস্তুৰ সংযোগত তৈয়াৰ হোৱা বাদ্যটিৰ নামেই মহৰ শিঙৰ পেঁপা। মহৰ শিঙৰ পেঁপাৰ টিহিটি টিহিটি মাত শুনিলে গাভৰুৰ মনেইযে ৰাইজাঁই কৰে এনে নহয়; মাঘবিহুৰ সময়ত ঢোল আৰু পেঁপাৰ মাত শুনিলেই গোনামহৰ গাও ইচাট-বিচাট লাগে; টৌটাই ফুৰে। মহৰ শিঙৰ মাতত গাভৰুৱে কাম-বন পাহৰি পেলায়। মহৰ শিঙৰ পেঁপাৰ মাত শুনি অস্থিৰ হোৱা গাভৰুৰ মনৰ কথা বিহুগীতত প্ৰকাশ পাইছে এনেদৰে -

মহৰ শিঙৰ পেঁপাটি নবজাৰি চেনাইটি
গা-মন ৰাইজাঁই কৰে;

পেঁপাৰ মাতে শুনি     ৰ'ব মই নোৱাৰো
হাতৰ বনে সৰি পৰে।

## ২৩৮। ফকৰা ঃ

কিছুমান উপদেশমূলক কথা কোনো বিষয়বস্তুৰ লগত খাপ-খুবাই, তাক গজগজীয়া ৰূপত ৰূপ দিয়া - ছন্দোবদ্ধ কথাকে ফকৰা বোলে অথবা দিস্তান বোলে। গ্ৰাম্য সমাজত ফকৰা বা দিস্তান অথবা যোজনাৰ ব্যাপক প্ৰচলন আছে। তিৱা সমাজত ফকৰা বা দিস্তানৰ বহুল প্ৰয়োগ মনকৰিবলগীয়া। কোনো মানুহক যেতিয়া অন্য মানুহে পূৰ্বৰ দৰে গুৰুত্ব নিদিয়ে, তেতিয়া কয় -

আগেয়ে আছিলো     লৰুনী ধাৱনী
গুৱালে বুলিছিল বাই;
এতিয়া হলোগৈ     নেজে গুৱৰীয়া
জাকতো নিদিয়ে ঠাই।

লৰা-ছোৱালীয়ে মাক-বাপেকৰ কথা নুশুনি উদগুহৈ ফুৰিলে, কোনো অসৎ চিন্তা মনত লই দুষ্টৰ সঙ্গ ললে তলৰ ফকৰা দুটা মাতে—

ভাল কাপোৰ নষ্ট হয়, নিতৌ ললে জাপত;
ভাল সন্তান নষ্ট হয়, নুসুধিলে বাপত।
ধুন মাৰে ধুনিয়া, তুলি বান্ধে খোপা;
আৰু কি ধুনিয়াৰ, কলতলত জুপা।

সাধাৰণতে মাহীমাক সকল কঠুৱা অন্তৰৰ আৰু অসহিষ্ণু হয়। সতীনিৰ লৰা-ছোৱালীক ঋনচকুপাৰি দেখিব নোৱাৰে। তেতিয়া দুচা ফকৰাৰ ব্যৱহাৰ কৰে—

আটাইতকৈ তিতা নেমু টেঙাৰ পাত ;
তাতোকৈ তিতা মাহীআইৰ মাত ।।
কি কম মাহী আইৰ গুণ ;
খোজো খাৰণি দিয়ে লোণ।। ইত্যাদি ।

## ২৩৯। ফটিকা ঃ

ফট্‌ফটিয়া পানীৰ দৰে বগা বাষ্পীভৱনৰ দ্বাৰা তৈয়াৰী লাউপানীক ফটিকা বোলে। আজিকালি ফটিকাক চুলাই মদহে বোলে।

আজিকালি ইয়াক মানুহে ব্যৱসায় ভিত্তিত তৈয়াৰ কৰিবলৈ লৈছে। চুলাই মদৰ ব্যৱসায়টো জনজাতিৰ মাজতহে প্ৰচলন আছিল যদিও আজিকালি অজনজাতি মানুহৰ মাজতো ব্যাপক হাৰত প্ৰচলন হৈছে। গাঁৱলীয়া জনজাতিৰ মহিলা সকলে

চিলভাৰ টৌ এটাত জুগুলিৰ সৈতে লাউপানী বাকি দি উধানৰ তলত জুই দি গৰম কৰে। সেই চিলভাৰৰ টৌটোৰ ওপৰত পানীৰে পূৰ্ণ অন্য এটা টৌ স্থাপন কৰে। এই টৌটোৰ তলত বাঁহৰ তমালেৰে অথবা লোৰ তাঁৰেৰে পানী সিচা লাহনিৰ দৰে এচলা টিনপাত কাটি ওলোমাই দিয়ে। এই ত্ৰিকোণীয়া টিনচলাৰ লগত দীঘল বাঁহৰ চুঙা এটি সংযোগ কৰা হয় আৰু তাৰ গাঁথিৰ ওচৰতে এটি ফুটা কৰি তাত বাঁহৰ ফুটা থকা লেকেচিৰ টুকুৰা এটুকুৰা লগাই দি মাটিত ৰখা বটলৰ মুখত স্থাপন কৰে। গৰম মদ উতলি ধোঁৱাহে ওপৰৰ পাত্ৰটো স্পৰ্শ কৰি, ঠাণ্ডা পানীৰ প্ৰভাৱলৈ আহি পানীৰ টোপাললৈ পৰ্য্যবসিত হয় আৰু ত্ৰিকোণী টিনপাত চলাত পৰি বাঁহৰ চুঙাৰ ভিতৰেদি বৈ আহি বটলত পৰেহি। টৌদুটাৰ সংযোগস্থল কাপোৰেৰে মেৰিয়াই ভাপ বাহিৰলৈ যাব নোৱাৰাকৈ মাটিৰে লিপি দিয়ে। ওপৰৰ টৌটোৰ পানী গৰম হলে তাক সলাই থাকিব লাগে। ইয়াকে ফটিকা বা চুলাই মদ বোলে। অত্যন্ত চোকা ফটিকাক"ফুলি মদ" বোলে- ইয়াক আঙুলিত লই চাকিৰ জুইত আঙুলিটো ভৰাই দিলে আঙুলি নুপুৰে বৰং নীলা নীলা জুই শিখা উজলি উঠে। ই শৰীৰৰ বাবে বৰ হানিকাৰক পানীয়। পুৰণিচাম বুঢ়া-মেথাই ফটিকাৰ প্ৰচলন দেখি মনৰ দুখতে গাইছিল -

কিনো মাছ মৰিবৰ শ'লে মোৰ পিতাইদেউ
কিনো মাছ মাৰিবৰ শ'ল ;
লাউপানী এৰি থই ফটিকাত ধৰিলে
লালুং ৰসাতলে গ'ল —হেৰ' ৰুনেজুন
শৰীৰৰনো ধুনাধুন অ'
নেমাতি যোবাটো অ' কোন।

## ২৪০। ফামাৰী ঃ

সাধাৰণতে নিৰ্জ্জু স্বভাৱৰ ব্যক্তিৰ হঠাৎ কোনো কাৰণত অপ্ৰতিৰোধ্য খং উঠিলে তেনে অৱস্থাক তিৱা সকলে ফামাৰা উঠা বুলি কয়। ফামাৰা শব্দে অস্বাভাৱিক ভাবে উঠা তীব্ৰ খং বুজায়। তিৱা সকলে নানা দেৱ-দেৱী পূজে। এই দেৱী সকলৰে ভিতৰত অতিশয় খঙাল উগ্ৰচণ্ডী দেৱীৰ নাম ফামাৰী। এওঁৰ খং উঠিলে মানুহক বিভিন্ন ৰূপত নাস্তা-নাবুদ্ কৰে। চহৰী ৰাজ্যৰ ৰজাৰ উপাস্য দেৱীগৰাকীৰ নাম ফামাৰী। পাহাৰত এওঁৰ এখন থান আছে। জানিবলৈ পোৱা মতে থলা ৰজাৰ দিনলৈকে চহৰীৰ ফামাৰী থানত নৰবলি হৈছিল। ফামাৰী হ'ল- কালী গোসানীৰ অন্য এটি ৰূপ। বৃটিছৰ আগমণৰ পিছত ফামাৰী থানত নৰবলিৰ প্ৰথা উঠি গৈ

হাঁহ, পাৰ, কুকুৰা আৰু ছাগলী বলি দিয়াৰ প্ৰথাৰ প্ৰচলন হয়। ফামাৰী দেৱীয়ে লঙ্ঘিলে মানুহে গাহৰীৰ দৰে হকৃহকাই কামুৰিবলৈ খেদি আহে, দাঁত শুঁৰ কৰছি যুদ্ধ কৰিবে। পূজা ভাগ আগবঢ়ালেই সন্তুষ্ট হৈ লগ এৰা দিয়ে।

## ২৪১। ফা-মহাদেউ ঃ

কেবল তিৱাসকলৰে নহয় বড়ো জনগোষ্ঠীয় প্ৰায়বোৰ সম্প্ৰদায়ৰে মূল দেৱতা হ'ল ফা-মহাদেউ। ফা শব্দে পিতৃ আৰু মাহাদেউ অৰ্থে শ্ৰেষ্ঠ দেৱতা অৰ্থ কৰে। দেৱতাসকলৰ ভিতৰত অতিশয় শক্তিশালী, ত্ৰিগুণ-ত্ৰিতত্ত্বৰ অধিকাৰী দেৱতাজনেই হ'ল মহাদেৱ। তিৱাসকলে নিজকে ফা-মাহাদেউৰ অংশত উদ্ভৱ হোৱা বুলি গৰ্ব কৰে। কোনো কোনোৰ মতে, ভাগৱত লালকাল দি শুই থকা মহাদেৱৰ মুখা নিসৃত লালটিৰ পৰা উদ্ভৱ হোৱা পাঁচজন দেৱতাক লালুং বুলি কোৱা হয়। সেইবাবে তিৱাসকলে পঞ্চদেউ পূজা কৰে — শিৱ অংশে সম্ভূত দেও পিতৃ বুলি। তিৱাসকলে পখী, কণী আৰু লাউপানী আগবঢ়াই মহাদেৱৰ পূজা কৰে। কিন্তু মহাদেউ গোঁসাইৰ অন্যটি গহীন ৰূপ শুভ্ৰাসন যুক্ত, দীৰ্ঘদেহী, মূৰত পাগুৰীৰে বুঢ়া ডাঙৰীয়া এওঁৰ পূজাভাগ সত্বগুণীয়া। মগুমাহ, জহাচাউল, গাখীৰ, ঘিঁউ, মৌ, চেনি আৰু কলৰেহে ভোগ দি পূজা কৰা হয়। এওঁৰ পূজা ভাগত উত্তেজক দ্ৰব্য আৰু জীৱ বধ নিষেধ।

## ২৪২। ফাচকাই ঃ

হাজোৱালি তিৱাসকলৰ যুৱতী আৰু মহিলাই বক্ষ আবৰক ৰূপে ব্যৱহাৰ কৰা বিহাখনকে ফাচ্‌কাই বোলে।

## ২৪৩। ফালি/ফাগা ঃ

তিৱা পুৰুষসকলে কঁকালত অথবা মূৰত মৰা গামোচাখনকে ফালি বা ফাগা বোলে। পাহাৰৰ তিৱাই ইয়াক ক্ৰাম্‌চাও বোলে।

## ২৪৪। বহাগ বিহু ঃ

বহাগ বিহুক তিৱাসকলে পিছুক পিছু বোলে। অসমৰ অজনজাতি অসমীয়াই পুহ আৰু মাঘৰ সংক্ৰান্তিত লগতে চ'ত আৰু বহাগ সংক্ৰান্তিত যথাক্ৰমে মাঘবিহু আৰু বহাগ বিহু পালন কৰে। কিন্তু তিৱাসকলে দোমাহী বা সংক্ৰান্তিত বিহু পালন নকৰে। পাঁচোৰজীয়া আৰু সাতোৰজীয়া লালুংসকলে দুয়োটা বিহু মঙলবাৰে উৰুকা মানি বুধবাৰে বিহু পালন কৰে। দাঁতিয়লীয়া গোভাৰাজ্যৰ অন্তৰ্গত নেলি, খলা আৰু চহৰীৰ তিৱাসকলে শনিবাৰে উৰুকা মানি দেওবাৰেহে বিহু পালন কৰে।

অজনজাতি অসমীয়াৰ প্ৰভাৱত পৰি সাতোৰজা আৰু পাঁচোৰজাৰ অন্তৰ্গত। তিৱাসকলে দুই দশকমানৰ পৰা সংক্ৰান্তি বা দোমাহীত বিহু পালন কৰিবলৈ লৈছে। তেনেহ'লেও দুয়োটা বিহুতে তিৱাসকলে নিজস্ব পৰম্পৰা কিছুমান পালন কৰি আহিছে।

বহাগ বিহুত গৰু-গাই, মহ-ছাগলীক নতুন বছৰৰ বাবে পঘা দিয়া হয়। তাৰ বাবে চ'ত মাহতে পঘা,এৰাল, নাকী, গলজোঁট আৰু নাঙল-যুঁৱলি আৰু মৈ-বিন্ধা আদিৰ বাবে প্ৰয়োজনীয় ৰচী আদি বটি প্ৰস্তুত কৰা হয়। তৰা গছৰ বাকলি এৰুৱাই আনি সৰু সৰুকৈ সূত গুনিয়াই পূৰণ চিনৰ দৰে দুটুকুৰা বাঁহৰ শলিত মেৰিয়াই লয় অথবা দুইমূৰে গাঁথি থকা বাঁহৰ পাব্ এডালৰ দুয়ো মূৰে দুই ইঞ্চিমান দীঘলকৈ ৰাখি মাজতে ফালি গাঁথিটোৰ ওচৰত খাঁজ কৰি লোৱা হয়। ইয়াত গুনিওৱা মৰাপাটৰ সূত মেৰিয়াই ৰাখি পঘা বটে। পঘাৰ দৈৰ্ঘ্য এজন মানুহৰ নাভীৰ পৰা ভৰিলৈ আৰু ভৰিৰ পৰা নাভিলৈ ঘূৰাই আনিলে যিমান দীঘল হয় সিমান দীঘল কৰি; এফালে দুপাক মেৰিয়াই গাঁথি দিয়া হয়। পঘা তিনিগুনিয়া কৰি বটাৰ পিছতহে গাঁথি দিব লাগে। অন্য পাকত অলপ দীঘলকৈ বটি, পঘাডাল এবেগেতমান মোকোটাই আনি তাত কনাৰী বান্ধিব লাগে, যাতে ইটো মূৰে দিয়া পঘাৰ গাঁথিতো তাত ভৰাই গৰুৰ ডিঙিত অথবা গলজোঁটিত সংলগ্ন কৰিব পাৰি। মহৰ নাকী সুকীয়া - এড়াল দীঘল। ইবোৰ দুগুনিয়াকৈ বটিব লাগে। গলজোঁট চুটি। প্ৰতিটো বিহুত গৰুক তিনিডালকৈ পঘা আৰু প্ৰতিটো মহক তিনিডালকৈ নাকী দিয়া নিয়ম। গলজোঁট, গলপতা আদি সুকীয়া।

বিহুৰ আগদিনাই দীঘলতি, মাখিলতি আৰু ইকৰাৰ আগ কাটি আনি গোটাই ৰাখে। জাতিলাউ, হালধি, কুঁজিথেকেৰা, বেঙেনা কাটি, বাঁহৰ দুডলীয়া বা তিনিডলীয়া খৰিকা সাজি তাত কাটি টুকুৰা কৰা বস্তু খিনি সিয়াই পেলোৱা হয়। ইয়াকে লাউ-বেঙেনাৰ চাট বোলে। মাহ-হালধি বটি লই তাত মিঠাতেল সানি লই গৰু-মহৰ কপালত আৰু ঠেঙত সানি দিয়া হয়। মাহ-হালধিৰ একোটাকৈ টোপোলা, গৰুক গা-ধুৱাবলৈ নিওঁতে লগত নিয়া হয় বিল, নদী বা ডাঙৰ পুখুৰিত মানুহে গা-ধুৱৰ বাবে। লাউ-বেঙেনাৰ চাট কেইডাল আৰু পঘা-এৰাল আদি, তামোলৰ ঢকুনা কাটি তাত ভৰাই লই পঘাৰে দুয়োমূৰে বান্ধি যাঠি এডালত ওলোমাই কান্ধত লৈ যোৱা হয়। কোনো কোনোৱে ১$^{১}/_{২}$ হাত ২ হাত দীঘল কলগছৰ টুকুৰা কাটি ওলোমাই লৈ যায়, গৰু গা-ধুওৱাৰ ঠাইত যাঠিখেল খেলিবলৈ।

গৰু-মহক গা-ধৱাবলৈ নিয়াৰ আগতে তুঁহ আৰু খলিহে গুৰিবে পদুলি মুখত একোৰা জুই ধৰা হয়। ঘৰৰ গৃহস্থই গৰু-গাই মেলি গা-ধুৱাবলৈ নিয়ে। পদুলিমুখৰ জুইকুৰাত বিহলঙনিৰ গছো দিয়া হয়। গৰু-গাই বোৰে ইয়াক চেৰাই

যাব লাগে। ডেকা সকলে ঢোল-পেঁপা বজাই নদী বা বিলৰ পাৰলৈ যায়। গৰুক গঃ ধুৱাই লাউ-বেঙেনাৰে গাত মাৰি গায়-

| | |
|---|---|
| অলাবু চা, পাঠাই চা | লাউ খা,বেঙেনা খা |
| পছৰ' পছৰ' বাৰে লি | বছৰে বছৰে বাঢ়ি যা |
| ফা চিপ' মা চিপ' | মাৰ্ সৰু বাপেৰ সৰু |
| না হ্ংদ' পুলুদি মাছু। | তই হবি বৰ বলদ গৰু। |

গৰুক গা-পা ধুৱাই হলে পুৰণি পঘা, এবাল একোডাল পেলাই দি লাউ-বেঙেনাৰ চাঁটবোৰ লৈ আহে। গৰু-মহ গা ধুওৱাৰ পিছত ডেকাসকলে কলগছৰ টুকুৰা মাটিত থৈ এটা দূৰত্বৰ পৰা শক্তি আৰু দৃষ্টিৰ পৰীক্ষা কৰিবলৈ যাঠি দলিয়াই স্ফূৰ্তি কৰে। পিছত পথাৰত একোডাল লাউ-বেঙেনাৰ চাঁট পুতি, এডাল চাঁটবাৰি গোহালি ঘৰত আৰু এডাল চাঁট ঘৰৰ চালত গুজি থয়। এনেকৈ ঘৰৰ চালত চাঁট গুজি থলে হেনো ঘৰত বজ্ৰপাত নপৰে।

দুপৰীয়া বৰঘৰত বংশৰ মানুহে আগবঢ়োৱা লাউপানী, পিঠা, সান্দহ আদি দেৱতালৈ আগবঢ়াই ঘৰজেলাই পূজা কৰি বংশৰ মানুহ বিলাকৰ কল্যান কামনা কৰে। বছৰটোৰ বাবে কোনো বিপদ বিঘিনি নহবলৈ আশীৰ্ব্বাদ কামনা কৰে। মহিলা সকলে ঘৰ দূৱাৰ লিপি মচি পৰিষ্কাৰ-পৰিচ্ছন্ন কৰে।

আবেলি বংশৰ সকলোৱে নিজৰ নিজৰ নাঙল, যুঁৱলি, বিন্ধা, মৈ, জবকা, দলিমুৰা, কোৰ-কটাৰী, ওখনি আদি বৰঘৰৰ চোতালত আনি জমা কৰেহি। ঘৰজেলাই ডাঙৰ বাতি এটাত পানী দি পিঠাগুৰি গুলি ৰাখে। এটা বগা চৰাই বিহকৰমী(বিশ্বকৰ্মা) দেৱতাৰ নামত উচৰ্গি তাৰ তেজবোৰ নাঙল-যুঁৱলি আদিত ছটিয়াই দি নদ-নদীত পানীহবলৈ, খেতি-বাতি উভৈনদী হবলৈ, গৰু-গাই নালী-পুলিৰে ঘৰ ভৰি পৰিবলৈ চাৰিভাই-চাৰিকৰা আৰু ফা-মাহাদেউক স্তুতি কৰে। পিছত লাউপানী উচৰ্গি তাত উপস্থিত থকা লোক সকলে খায়। এজনে পানীত গুলি ৰখা পিঠাগুৰিৰ বাতিটো হাতত লই প্ৰতিঘৰ গৃহস্থৰ দূৱাৰত তুলসী-দুবৰি অথবা বনমলাৰ পাতেৰে ছটিয়াই দি আহে। ইয়াৰ অৰ্থ সেইখন ঘৰত অচলা লক্ষ্মীৰ যেন বসবাস হয়। পিছদিনা ডেকা-বুঢ়াই লগ লাগি ৰাতি হুচৰি গায়।

## ২৪৫। বৰতি ঃ

পাতিঢোল, খোল, নাগৰা, ডবা আদি চোৱাওতে কোবৰ ফালে আৰু টালিৰ ফালে থকা ছানিৰ ঢাকনি দুখন সংযোগ কৰিবলৈ গৰুৰ ছালৰ পৰা দুই ছেন্টিমিটাৰ মান বহলকৈ ৰচীৰ দৰে ছাল কাটি তাৰে ঢাকনি ফুটা কৰি সেই ফুটাৰে ভৰাই দি সুৰ কৰে। ই চাৰনি দুটাক কাঠৰ খোলত টানকৈ লাগি ধৰাতো সহায় কৰে। ইয়াক ঢোল-খোলৰ বৰতি বোলে। ডবা আৰু নাগৰা এমুখীয়া হোৱা বাবে

তলীৰ ফালে কেন্ধাৰিৰ নিচিনাকৈ ৰচী বটি তাৰ তলে-ওপৰে চাবনিৰ ছালৰ সৈতে বৰতিৰে সংযোগ কৰি চোৱা হয়।

## ২৪৬। বতি-বংশ ঃ

একেটা কূলৰ, একে দেৱ-দেৱতা পূজা মানুহখিনিক বংশ,কূল অথবা খুটা বোলে। যেনে ফাংচ' কূল বা ফাংচ' বংশ। আম্‌ছি কূল বা আম্‌ছি বংশ। ই বোৰৰ পৰা বাঢ়ি যোৱা লোকসকলকে বতি-বংশ বোলে। লালুংসকলৰ নিজৰ কূল বা বংশৰ মাজত বিবাহ নিষিদ্ধ। যিমান দূৰলৈকে নেযাওক কিয় একেটা কূলৰ হ'লে বিবাহ নিষিদ্ধ হয়। এনে ক্ষেত্ৰত চিনাকী দিবৰ বাবে মানুহক কোৱা হয়- 'একেই বতি-বংশ; একেডালেই নাড়ী। ভাই-ককাইহে লাগিবি দেই।'

## ২৪৭। বৰত ঃ

আজি যাং বৰতক কালি যাং বৰতক ঐ
বৰতৰ ঢেপেলা ঐ পাত ;
বৰতক যাংতে চৰতে ডাকিলে ঐ
ৰিহা নাইকিয়া ঐ গাত।।

মৰিগাঁও জিলাৰ তেতেলিয়া মৌজাৰ, তেতেলিয়া গাঁৱত উদ্‌যাপন কৰা বৰত উৎসৱৰ ইমানেই আকৰ্ষণ যে চোৰাতে ডাকিলেও, কাণসাৰ নকৰি, কাপোৰ-কানি পিন্ধিবলৈকো পাহৰি পুৰুষ-মহিলা নিৰ্বিশেষে বৰত পূজালৈ ঢাপলি মেলে। কাতি বিহুৰ দিনাই সৰস্বতী পূজা পালনেৰে বৰত পূজাৰ শুভাৰম্ভ কৰা হয়।

ডুমুৰা ৰজাই তেওঁৰ ডাঙৰজনী ৰাজকন্যাক কুমৈ ৰজালৈ আৰু সৰুজনী ৰাজকন্যাক তেতেলিয়া ৰজালৈ বিবাহ দিছিল। লগতে দুয়োজন ৰজাকে যৌতুক হিচাবে দুটা সেৱা-পূজাৰ অনুষ্ঠান দান কৰিছিল। কুমৈ ৰজাই শহুৰ প্ৰদত্ত ভদীয়া বৰত ওৰফে মাৰৈ পূজা আৰু তেতেলিয়া ৰজাই ওৱা বৰত ৰূপে কুমাৰী পূজা বা ভূমিদেৱীৰ পূজা অনুষ্ঠান পাই বছৰি পালন কৰিছিল। আজি ভালেমান বছৰ ধৰি কুমৈত ভদীয়া বৰত পতা নাই। এই লেখকৰ লগতে সদৌ অসম তিৱা (লালুং) যুৱ ছাত্ৰ সম্মিলনৰ তেতিয়াৰ সম্পাদক প্ৰয়াত গিৰিধৰ পাটৰ, গনেশ সেনাপতি, সুৰেণ কোঁৱৰ, বিতোপন দেউৰী প্ৰমূখ্যে বিষয়ববীয়াৰ প্ৰচেষ্টাত তেতেলীয়াৰ ওৱা বৰত পালনৰ বাবে প্ৰচেষ্টা চলোৱা হৈছিল যদিও, প্ৰথম বছৰ ১৯৭৩ চনত কৃতকাৰ্য্য হ'ব পৰা নগ'ল। এই লেখকে ১৯৭৪ চনত কেইবাবাৰো তাঁতবাতি কৰি, ভায়েক ঁপ্ৰফুল্ল দেউৰীক লগত লৈ অনেক চেষ্টা কৰাৰ মূৰত তেতেলীয়াৰ ৰাইজে বৰত উৎসৱ পালনৰ সন্মতি দিয়ে। বৰত উৎসৱ পালনত বৰকৈ আগভাগ লোৱা তেতেলিয়াৰ পদ্মেশ্বৰ সেনাপতিৰ নাম লোৱাটো সমীচিন হ'ব কাৰণ তেওঁৰ

মাতৃয়েই বৰতৰ সকলো গীতৰ যোগান ধৰোঁতা প্ৰধান আয়তী আছিল। ১৯৭৫ চনত বৰত উৎসৱ পালন কৰা হ'ল যদিও এই লেখকৰ মাতৃৰ পেৰালাইচিচ হোৱা বাবে উৎসৱত যোগ দিব নোৱাৰিলে। মানুহৰ মুখে মুখে বৰতক কেন্দ্ৰ কৰি ৰচা গীত —

তেতেলিয়া গাঁওখনিৰ
পাহাৰৰ দাঁতিত ;
তাতেই বৰত পাতে
পুহৰ পূৰ্ণিমা ৰাতিত।।
অন্য জাতিৰ মানুহতকৈ
লালুং মানুহ বেছি ;
বহিবলৈ ঠায়ে নুকুলায়
বহে হেচাহেচি।।

কাতি বিহুৰ দিনাই সৰস্বতী পূজা পালনেৰে বৰত উৎসৱ পালনৰ সংকল্প লোৱা হয়। মূল বৰত পূজা পালন কৰা হয় পুহ মাহৰ পূৰ্ণিমা তিথিত। সৰস্বতী পূজাত দুখোক পুৰাকল, চাউল, ফুল, ৰবাব টেঙা, তামোল-পান, মাহ-প্ৰসাদ তেল শলিতাৰ প্ৰয়োজন। বৰত পূজাৰ এগৰাকী কুঁৱৰী থাকে। পূজা আৰম্ভ কৰা দিনৰে পৰা প্ৰতিটো সপ্তাহৰ শনিবাৰে, কলং নদীৰ সাতোটা ঘাটৰ পৰা পানী তুলি তেওঁক নোৱন-ধোৱন কৰিব লাগে। নোৱাবলৈ অনা পানীখিনিক "সাত ঘাট পানী" বোলে। সৰস্বতী পূজাৰ বাবে সজা অস্থায়ী ঘৰটোতে চেওঁক নোওৱা হয়। চাৰিগৰাকী আয়তী ছোৱালীক নিৰামিষ আহাৰ কৰি ব্ৰত পালন কৰি থাকিবলৈ দিয়া হয়। সৰস্বতী পূজাৰ পৰা পুহৰ পূৰ্ণিমালৈ এই সময় খিনিতে মূল পূজাৰ বাবে লাগতিয়াল উপকৰণ সমূহ গোটাই লোৱা হয়। মূল বৰতৰ বাবে কেকোঁৰা দোলা, বাঘ, পহু, ভালুক, বান্দৰ, গৰুড়, বৰটোকোলা, ধনেশ পখী আৰু মহাদেৱ-পাৰ্ব্বতীৰ মূৰ্ত্তি বাঁহৰ তমালেৰে সাজি তাত মাটি লিপি , ৰং সানি প্ৰস্তুত কৰে। গামোছা, ৩৬০ গছা বন্তি জ্বলাবৰ বাবে সূতা, জহাচাউল, মগুমাহ, ফুল ভৰাবলৈ কুঁকি, পূজাৰ পিছত ভোজভাত খাবৰ বাবে শাক-পাছলি আদি প্ৰয়োজনীয় দ্ৰব্যাদি সংগ্ৰহ কৰে। দেৱ-দেৱতা, জীৱ-জন্তুৰ মুখা সজাৰ দায়িত্ব, জেৰেঙা গাঁও, কৰৈবাৰী আৰু তেতেলীয়াৰ কেইগৰাকীমান বিশেষ ব্যক্তিৰ। এওঁলোক খনিকৰ কামত পাকৈত। লক্ষনীয় বিষয় বৰতৰ পূজাত লাউপানীৰ ব্যৱহাৰ নচলে। পূজা উৎসৱত লাউপানী তৈয়াৰ কৰা হয় আলহী-অতিথিক আপ্যায়ন কৰাৰ বাবেহে।

পুহৰ পূৰ্ণিমা ৰাতিত মূলবৰত উৎসৱ পালন কৰা হয়। উৎসৱৰ বাবে তেতেলীয়া পাহাৰৰ দাঁতিত কালিকা থানৰ পূৱত এখন বিৰাট ৰভা সজা হয়।

ওচৰতে আছে বংশীবাদন থান। এই থানৰ পশ্চিমত এখন মাটিৰে ওখ বেদী প্ৰস্তুত কৰা হয়। এই বেদীত তেতেলীয়া ৰজাৰ ইষ্ট দেৱতাৰ প্ৰতীক চাৰিখুৰাযুক্ত চামকাঠৰ পীৰাখন বহুওৱা হয় লগতে ইয়াত বৰতানি গৰাকীৰ আসন। মানুহৰ হেঁচা-থেলাৰ হাত সাৰিবলৈ ৰভাখনৰ চাৰিওফালে বাঁহৰে বেষ্টনি দিয়া হয়। এই বেষ্টনিৰ মাজত নিয়াৰিকৈ সোমাবলৈ বাট ৰখা হয়। বৰতানিৰ আসনৰ সোঁ-ফালে কেকোঁৰা দোলাবোৰ ৰাখিবৰ বাবে ঠাই ৰাখে। ইয়াত বাদেও বাঁহৰে নিৰ্মিত জীৱ-জন্তুৰ মুখাবোৰ নচুৱাবলৈ এটা বাট ৰাখি প্ৰায় ১০ হাতমান ব্যাসাৰ্দ্ধৰ অন্য এটা বাঁহৰে বেষ্টনি বান্ধে।

বৰতৰ সম্পূৰ্ণ গীত ১২০ আধ্যা। ২০ আধ্যাগীত সৰস্বতী পূজা কৰা দিনৰে পৰা বৰতানিক নোবাওঁতে গায়। বাকী ১০০ আধ্যা গীত মূল বৰতৰ দিনা গোৱা হয়। এই গীত পৰিবেশন কৰি বৰতানিক আসনত বহুওৱা হয়। মাদল, থোৰাং, পিচুগ্ৰাম বজোৱা হয়। গীতৰ সুৰে সুৰে হাতত বাঁহৰ জ্বলা জুইৰ জোৰা লই মানুহে বেষ্টানিৰ মাজত নাচি ফুৰে। বৰতৰ গীতবোৰ পূৰ্বতে তিৱা ভাষাত আছিল যদিও পিছলৈ অসমীয়া ভাষাৰ প্ৰভাৱত পৰি তাৰ অৰ্থৰ বিসঙ্গতি ঘটি বিষয় বস্তুৰ উৱাদিহ পাবলৈ নোহোৱা কৰি পেলালে।

বৰতৰ মূল গীত বোৰত বাদেও বৰতক কেন্দ্ৰ কৰি নানান যোৰা নামৰ গীত আৰু গদালবৰীয়া গীত মানুহে গাই স্ফুৰ্তি কৰে। এই যোৰানামত ডেকাই-গাভৰুক নচুৱাই বিয়া কৰাই লৈ যায়। ডেকাই যোৰানামত হাৰি ঘৰজোঁৱাই খটাৰ উদাহৰণ আছে। বৰত পূজাৰ প্ৰচলনকাৰী তেতেলীয়া ৰজাৰ দিনৰ পৰা লালুং সমাজত বিধবা বিবাহ প্ৰচলন হয় বুলি ভবাৰ থল আছে। কাৰণ, বিধবা মহিলাই মৰা লেছেৰি গীতত তাৰ আভাষ পোৱা যায়। যেনে —

হাঁহ চৰাই চিলনীয়ে নিলে মোৰ ধনে ঐ
হাঁহ চৰাই চিলনীয়ে নিলে
তেতেলীয়া ৰজাইয়ে বৰতটো পাতিলেঐ
বাঁৰী চাই বৰলাক দিলে।
তয়ে হবৌ খিন্দাং দাং
বৰতক ময়ো যাং
বাঁৰী চাই বৰলাক পাং। ইত্যাদি

বৰতৰ গীতবোৰৰ লগে লগে জীৱ-জন্তুৰ মুখাবোৰ নচুওৱা হয়। ৰাতি পুৱালেই মহাদেৱ - পাৰ্বতীৰ মুখা নৃত্য কৰোৱাৰ লগে লগে উৎসৱৰ সামৰণিৰ সময় হয়। তেতিয়া বৰতানিয়ে ব্যৱহাৰ কৰা চাৰিখুৰাযুক্ত চামৰ পীৰাখন উপৰাসে থকা ছোৱালী চাৰিজনীৰ মাজত দিয়া হয়। মিঠাতেলেৰে পীৰাখনৰ খুৰাকেইটা

মালিচ কৰা দিয়া হয়। তেওঁলোকে নিজৰ শৰীৰৰ জোৰেৰে পীৰাখন আয়ত্ব কৰাৰ চেষ্টা কৰে। যিগৰাকী যুৱতীয়ে পীৰাখন হস্তগত কৰে তেওঁক বৰতৰ বিষয়-বৰীয়াই পুৰস্কাৰ প্ৰদান কৰে। ইয়াৰ পিছত সুঙ্গৰী আনিব। কেঁকোৰা দোলাত ৰখা মাহ-প্ৰসাদ তামোল-পাণ টেঙা কল আদিৰে সজোৱা সিংহাসনৰ দৰে। ইয়াক সম্মুখত ৰাখি মহাদেউক স্তুতি কৰে সমূহ বিষয়বৰীয়াই। বৰতৰ কুঁৱৰী গৰাকীয়ে সুঙ্গৰীক নমস্কাৰ কৰি ৰভাখনৰ চাৰিওফালে এপাক ঘূৰি উৎসৱ সামৰণিৰ ঘোষণা কৰে। সুঙ্গৰীত থকা মাহ-প্ৰসাদ উপস্থিত সকলোকে বিলাই দিয়ে।

পিছত বিষয়বৰীয়া, ঢুলীয়া - কালিয়া সকলোৱে বৰত কুৱঁলীৰ ঘৰলৈ ঢোলৰ ছেৱে-ছেৱে আগবাঢ়ে। বৰত কুঁৱৰীৰ বৰত দেৱতাৰ দান চামৰ পীৰাখন দেউৰীয়ে তুতি মিনতি কৰি আগৰঠাইত থৈ দিয়ে। দুপৰীয়া সকলোটিয়ে বৰতানিৰ চোতালত দিয়া ৰভা তলত ভোজ-ভাত খায়। বৰত উৎসৱক কুমাৰী পূজাৰ লগত ওৰফে ভূমি দেৱীৰ পূজাৰ লগত তুলনা কৰিব পাৰি।

## ২৪৮। বাঁহকা তিতা ঃ

বাঁহকা তিতাক তিতাৰ ৰজা বুলি কোৱা হয়। ক'লা আৰু বগা – দুবিধ বাঁহাকা অসমত পোৱা যায়। বগা বাঁহাকাৰ পাত আৰু মূল কফ বিনাশক, বহু মূত্ৰ প্ৰতিষেধক আৰু পিত্তনাশক। বাহাঁকাৰ ফুল উৎকৃষ্ট খাদ্য। বাহাঁকাৰ ফুলৰ লগত কাৱৈ, মাগুৰ, শ'ল আৰু শ'লমাছৰ জুতি লগাই ৰন্ধা আঞ্জা তিৱাসকলৰ বৰ প্ৰিয়। তেওঁলোকে বাহাঁকাৰ পাতো ভাজি অথবা খাৰনি দি খায়। বিভিন্ন তিতা খাদ্যৰূপে ব্যৱহাৰ কৰা বাবেই বোধকৰোঁ জনজাতি লোকসকলৰ মাজত পেটৰ অসুখ, জ্বৰ-জাৰি, বহুমূত্ৰ অথবা উচ্চ ৰক্তচাপ আদি ৰোগৰ প্ৰাধান্য বৰ কম। মহানিম, ভুঁইতিতা, শুকুতা তিতা, কাউৰ তিতা মাটিকাদুৰী, মানিমুনি, আগৰা, নৰসিংহ, শুক্লতি, পাৰ্বতী, বিভিন্ন কচুৰ ঠাৰি, ভেবেলিলতা, খুতুৰা, বিহলঙনি, ঢেকিয়া, ভেকুতি তিতা, পহুশুকুতা, জিলমিল আদি তেওঁলোকে প্ৰচুৰ পৰিমাণে আঞ্জাৰূপে ব্যৱহাৰ কৰে।

## ২৪৯। বাখৰ ঃ

জনজাতিৰ লোকসকলে লাউপানী প্ৰস্তুত কৰিবলৈ আৰৈ চাউলৰ লগত বিভিন্ন তিতাজাতীয় শাক-পাত সংগ্ৰহ কৰি তাক ঢেকীত খুন্দি পিঠাগুৰি তৈয়াৰ কৰে। সেই পিঠাগুৰিৰে মজলীয়া আকাৰৰ ডাঠ ঘিলাপিঠাৰ দৰে পিঠা সাজি মাজেদি একোটা ফুটা কৰি ডলা বা চালনিত কন্‌কনীয়া কৰি শুকুৱায়। ইয়াকে বাখৰ বোলে। লাউপানী প্ৰস্তুত কৰিবৰ বাবে ৰন্ধা চাউলবোৰ ঠাণ্ডা হ'লে চাউলৰ পৰিমাণ অনুপাতে বাখৰ কিমান সানিব লাগে চাই লৈ বাখৰ গুৰি কৰি তাত

ছটিয়াই সানি দিয়ে। নতুন বাখৰ প্ৰস্তুত কৰোঁতে পুৰণা বাখৰ অলপ নিদিলে বাখৰৰ গুণাগুণ কম হয় হেনো। গতিকে একোটা বাখৰত হাজাৰ বছৰৰ বাখৰৰ অস্তিত্ব থাকে।

## ২৫০। ঝাৰু ঃ

যুদ্ধক্ষেত্ৰত তৰোৱাল, কাঁড় অথবা যাঠিৰ আঘাতৰ পৰা নিজক ৰক্ষা কৰিবলৈ বনুৱা বিলাকে ডলাৰ দৰে ঘুৰণীয়া মহৰ, গড়ৰ অথবা হাতীৰ ছালৰ পৰা তৈয়াৰ কৰি লোৱা সঁজুলিক ঢাল বোলে। পদাতিক সৈন্যই দুইহাতৰ পৰা আঢ়ৈহাত দীঘলৰ যাঠিৰ দৰে জোঙা লোৰ সঁজুলি এডাল যুদ্ধত ব্যৱহাৰ কৰে ইয়াৰ নাম ঝাৰু। ইয়াক হতাহতি যুদ্ধত ব্যৱহাৰ কৰা হয়। প্ৰাচীন গ্ৰীকসকলেও যুদ্ধত ঢাল-ঝাৰু ব্যৱহাৰ কৰিছিল। ঝাৰু হ'ল - দেড়হাতমান দীঘল যাঠিৰ দৰে আৰু গেজিৰ ফালে দুটা গজালৰ দৰে ৰাখি লোৰ নালটো ক্ৰমে এফুটমান দীঘল কৰি ৰখা হয়। যাঠি, তৰোৱাল, ধনু-কাঁড়, গদা, মুদগৰ, বৰ্শা, বল্লম - আদিক কনভেনশ্যনেল ওৱেপন বোলে। তিৱাসকলৰ মেলা উৎসৱত ঢাল-ঝাৰু নচুৱাই গোঁসাই উলিওৱা হয়। ঢাল-ঝাৰুৰে কৃত্ৰিম যুদ্ধ (Mock Fight) ৰ খেল দেখুওৱা হয়। কিন্তু আজিকালি ঢাল-ঝাৰু খেলত - ঝাৰুৰ ব্যৱহাৰ নকৰি বেত ব্যৱহাৰ কৰা দেখা যায়। ঝাৰু ব্যৱহাৰ কৰি যুঁজ কৰা লোকক ঝাৰুৱতী বোলে।

## ২৫১। বাঘঢাল ঃ

গৰখীয়া ল'ৰা-ছোৱালীবোৰে গৰু চাৰিবলৈ গ'লে অথবা সৰু সৰু ল'ৰাবোৰে খেল-ধেমালি কৰি থাকোঁতে দুজনে খেলা ইও এক আমোদজনক খেল। এজনে গৰু লয়। এজনে বাঘ লয়। ইয়াত গৰু তিনিটা আৰু বাঘ এটা। গৰু লোৱাজনে কচুৰ ঠাৰি চুটিকৈ কাটি তিনিটুকুৰা লয় - সেয়াই তেওঁৰ গৰু। বাঘলোৱাজনে অলপ দীঘল বাঁহৰ লেকেচি বা গছৰ ঠানি লৈ লয় সেয়াই তেওঁৰ বাঘটো। বাঘঢালখন তিনিকোণীয়া - ত্ৰিভূজাকৃতিৰ। শীৰ্ষবিন্দুৰ পৰা অলপ তললৈ দুইবাহুক কটাকৈ পথালিকৈ এডাল আঁক মাৰি ল'ব লাগে। এই ত্ৰিভূজক দুভাগ কৰিব লাগে। শীৰ্ষবিন্দুৰ পৰা এডাল ঠিয় আঁচ টানি। তলৰ ভূমিৰ সোঁমাজৰ পৰা অন্য এডাল আঁচ তললৈ টানি - পথালিকৈ এডাল সৰলৰেখা টানিব লাগে। ইয়াত তিনিটা বিন্দু হ'ব - সেয়া গৰুৰ অৱস্থান। শীৰ্ষবিন্দুত বাঘৰ স্থান। তিনিটা গৰুৱে বাঘক ফান্দত পেলাই লৰচৰ কৰিব নোৱাৰা কৰিলেই বাঘ মৰে। যদিহে বাঘে এটাও গুটি খায়; তেন্তে বাঘক ফান্দত পেলাই মাৰিব নোৱাৰি।

## ২৫২। বিহুগীত ঃ

বিহু উৎসৱত গোৱা গীতবাবেই সুৰীয়া গীতক বিহুগীত বোলা হয়। ইবোৰ

চহা জীৱনৰ প্ৰেম-প্ৰীতি, আনন্দ-বিষাদৰ ওপৰত ভিত্তি কৰি গোৱা গীত। বিহুগীতবোৰ চহা জীৱনৰ মুকলিমূৰীয়া মনৰ ভাৱৰ প্ৰকাশ। বিহুগীতৰ ওপৰি একেশাৰীৰে লেছেৰী গীত, গদালবৰীয়া গীত আৰু বনগীত সম পৰ্য্যায়ৰ। যেহেতু প্ৰেম-পীৰিতিৰ লগত ই জড়িত, গতিকে ইয়াত কিছু অশ্লীলতা আছে। উদাহৰণ –

হাতত ছুতি লই মই যাম ভাটীলৈ
থাকিবি অকলে শুই;
গাৰ কেঁচা মঙহ কালৈকো নিদিবি
কলিজাত নিদিবি জুই!!

## ২৫৩। বিহু নাচ ঃ

নাচক নৃত্য বোলে। কিন্তু যিকোনো নাচকে নৃত্য বুলি কোৱা নহয়। নৃত্যত ছন্দ আৰু তালৰ সীমাবদ্ধতা বা নীতি নেথাকিলে তাক নৃত্য নুবুলি নৃত্ত বোলে। তিৱাসমাজত নৃত্তৰহে প্ৰচলন আছে। ধ্ৰুপদী নৃত্যৰ প্ৰচলন নাই। ইয়াত নৃত্যৰ যি পৰম্পৰাগত লয়, ঢান, মান আৰু ছন্দৰ প্ৰয়োজন সেয়া বিধিগত স্কেলত প্ৰয়োগ কৰা নহয়। তিৱাসকলৰ বিহু নাচত বুকু, নিতম্ব কঁপাই নচাৰ নিয়ম নাই। তিৱা মহিলা বা পুৰুষসকলে কঁকালৰ ওপৰ অংশ সঞ্চালন কৰিহে নাচে। গতিকে তিৱাসকলৰ বিহু নৃত্যত শৃঙ্গাৰ ৰসৰ প্ৰাধান্য মুঠেও নাই। অঙ্গী-ভঙ্গিত শৃঙ্গাৰৰ ইঙ্গিত জড়িত নেথাকে। বিহুক যৌৱন কালৰ প্ৰতীক বুলিয়েই আজিকালি বিহুনাচত বক্ষ, নিতম্ব সঞ্চালন, কটাক্ষ, অঙ্গী ভঙ্গী আদিৰে সম্পূৰ্ণ শৃঙ্গাৰ ৰসাত্মক নৃত্য প্ৰদৰ্শন কৰাৰ পৃষ্ঠপোষকতা কৰিছে আধুনিক অসমীয়া সংস্কৃতিৰ গৱেষকসকলে। এনে কৰাত পূৰ্বৰ বিহুনাচৰ সৰলতাৰ পৰিবৰ্তে শৃঙ্গাৰ ৰসাত্মক কামৰ প্ৰাধান্য বাঢ়িছে। দলবদ্ধ নাচত শৃঙ্গাৰ প্ৰকাশ সম্ভৱ নহয়।

## ২৫৪। বিৰিখ পূজা ঃ

তিৱাসকল সৰ্বেশ্বৰবাদী। লগতে অন্যান্য জনজাতিৰ লোকসকলো সৰ্বেশ্বৰবাদী। শিল, গছ, সাপ আদি পূজা কৰে বিভিন্ন দেৱতাৰ প্ৰতীক ৰূপত বিশ্বাস কৰি। 'যত' জীৱ, তত' শিৱ' – বোলা কথাষাৰ জনজাতিৰ বিশ্বাসতহে খাটে। বটগছ আৰু আঁহত গছক তিৱাসকলে মহাদেৱ আৰু বুঢ়া ডাঙৰীয়াৰ জিৱণিস্থল বুলি বিশ্বাস কৰে আৰু পূজা কৰে। বড়োসকলে সিজু গছক বাথৌ শিব্ৰাই বা মহাদেউ গোঁসাইৰ প্ৰতীক ৰূপে পূজা কৰে। পাহাৰীয়া তিৱাই লাংখুন পূজাৰে বাঁহগছক, খাপলাং বাৰা পূজাৰে খেৰগছক পূজা কৰে। ইবোৰ প্ৰকৃতিৰ দান লগতে একো একোজন দেৱতাৰূপে সিবিলাকক গণ্য কৰা হয়। এই দেৱতাসকলৰ অনুমতি সাপেক্ষেহে গছ-গছনি, খেৰ-বাঁহ আদি কটাৰ সুযোগ সুবিধা পায় বুলি তিৱাসকলৰ

বিশ্বাস।

## ২৫৫। বুঢ়া ডাঙৰীয়া ঃ

এই গৰাকী দেৱতা মহাদেৱৰ অন্য এক ৰূপ। তিৱাসকলৰ মতে এইগৰাকী দেৱতা ভীষণ ধীৰ আৰু স্থিৰ। মূৰত ঢক্‌ঢকীয়া বগা কাপোৰেৰে মথুৰা পাগ, বগা বস্ত্ৰ পৰিহিত। গহীন ৰাতি ধীৰ গতিৰে গহীন খোজত ভ্ৰমণ কৰে। কাহানিবা শুকুলা ঘোঁৰাত উঠিও ঘূৰি ফুৰে হেনো। এওঁ কাৰো একো অনিষ্ট সাধন নকৰে। পিছে এইজন দেৱতাক দেখিলে মানুহে সাধাৰণতে ভয় খায় বাবেই জ্বৰ-জাৰী হৈ অসুখত ভোগে। পিছত এই দেৱতালৈ ভোগ চৰালেই অসুখ ভাল হয়। এওঁ সাত্বিক দেৱতা হোৱা বাবে মগুমাহ, জহাচাউল, গাখীৰ, কল আগবঢ়ালেই সন্তুষ্ট হয়। এওঁৰ দায়-জগৰ নলগালে কাৰো অনিষ্ট সাধন নকৰে হেনো।

## ২৫৬। বুঢ়ী গোঁসানী / ভগৱতী ঃ

মহাদেৱ আৰু ভগৱতী মহামায়া-দেৱ-দেৱতা সকলৰ ভিতৰত সৰ্বাধিক শ্ৰেষ্ঠ হোৱা বাবেই শিৱক সৰ্বশ্ৰেষ্ঠ দেৱতাৰূপে মহাদেৱ বোলে। সৃষ্টিৰ মূলাধাৰস্বৰূপ ভগৱতী কালিকা গোঁসানীক জগৎ জননী-পতিত পাৱনী মাতাৰূপে; দেৱতা-কিন্নৰ, মনুষ্য-দানব, সকলোৱে সম্মান কৰে। তিৱাসকলে শিৱ আৰু পাৰ্বতীক - বুঢ়াগোঁসাই আৰু বুঢ়ীগোঁসানী বুলি সম্বোধন কৰে আৰু পূজা কৰে। ফামাৰী, কালিকা, কেঁচাইখাতী আদি থানতহে বলিৰ প্ৰচলন আছিল পূৰ্বতে। ভগৱতী, আইথান আদিত সাধাৰণতে বলি নিষেধ বুলি জনা যায়।

বুৰঞ্জীত পোৱা মতে, জয়ন্তাৰ ৰজাই এবিধ বিশেষ পাথৰেৰে নিৰ্মিত বুঢ়ীগোঁসানীক ইষ্টদেৱীৰূপে পূজা কৰে। জয়ন্তাৰ ৰজা ৰামসিংহই ৰুদ্ৰসিংহ ৰজাৰ লগত যুঁজত হাৰি সন্ধি কৰিবলগীয়া হৈছিল। সন্ধিৰ চৰ্তমতে, মনোবাঞ্ছা পূৰণ কাৰিনী জয়ন্তী দেৱী ওৰফে বুঢ়ীগোঁসানীৰ মূৰ্তিটো সৰ্গদেৱ ৰুদ্ৰসিংহক অৰ্পণ কৰি সন্ধি কৰিবলগীয়া হয়। পিছে ৰুদ্ৰসিংহ সৰ্গদেৱে যোৰহাট নগৰত এটি মন্দিৰ সাজি বুঢ়ী-গোঁসানীৰ মূৰ্তিটো স্থাপন কৰি পূজা সেঁৱাভাগ চলাবলৈ পূজাৰীক নিৰ্দেশ দিয়ে আৰু নিজেও দেৱী পূজাত মনোনিৱেশ কৰে।

## ২৫৭। ভকএগ্ৰা ঃ

কামবন নকৰি ধোদচেলাই খোৱা মানুহকে তিৱাসকলে ভকএগ্ৰা বোলে। অন্যহাতে পুৰণি কালত তিৱাসমাজত ৰজাৰ দিনত দেৱ-দেৱীৰ পূজাত নৰবলি হৈছিল। এই বলিবিলাকে নিজেই বছৰৰ শেহত দেৱ-দেৱীৰ পূজাৰ আগমুহূৰ্তত ৰজাৰ ঘৰত অথবা লৰৰ ঘৰত বিশেষ এবিধ বস্তু বিচাৰি আহে। সেই বস্তুপদ দিলে মানুহজন গুছি যাবলৈ ইচ্ছা নকৰে - তাতে থাকে হেনো। লৰই দেৱদেৱীৰ

উদ্দেশ্যে নিজে আত্মবলিদান দিবলৈ অহা বুলি বুজি পায় আৰু ৰজাক গোপনে বিষয়টো জনায়। ৰজাই সেই ব্যক্তিজনৰ যি খুচী তাকে দি ভৰণ-পোষণ চলাই থাকে। পূজাৰ সময়ত পবিত্ৰ পানীৰে স্নান কৰাই, ফুলৰ মালা পিন্ধাই দেব-দেৱীৰ নামত উচৰ্গা কৰায়। একো কাম-বন নকৰি বহি-শুই খাই-বই আৰামেৰে থকা বাবে বলি যাব লগা মানুহক ভকএগা বোলা হৈছিল। তাৰেই জেৰ টানি তিৱাসমাজৰ বুঢ়া-বুঢ়ীসকলে, নিজৰ ল'ৰা-ছোৱালীক কাম-বন নকৰি থিতিঙালি কৰি ফুৰা দেখিলে - খোৱাৰ ভকএগা, ধোদ, উটীয়া আদি ককৰ্থনাযুক্ত শব্দ প্ৰয়োগ কৰি গালি-শপনি দিয়া দেখা যায়।

## ২৫৮। ভটাগুটি খেল ঃ

আজিৰ যুগৰ ক্ৰিকেট খেলৰ অসমীয়া প্ৰাচীন ৰূপ হ'ল ভটাগুটি খেল। ভলুকা বা জাতি বাঁহৰ দেড়হাত বা দুহাত দীঘল একোফাল বাঁহ লই বঠাখনৰ দৰে চাঁচি লয়। এইডালকে আজিৰ যুগৰ বেট বুলিব পাৰি। এই খেল আগতে চেঙেলীয়া ল'ৰাবোৰে খেল দেখা গৈছিল। খেলটোৰ হিচাপ সংখ্যা পাঁচলৈ। সংখ্যা গণনা এনে ধৰণৰ - এঁ, ভেঁ, বৌ, ৰাচ, পাঁচ। আজিকালি এই খেলৰ বিষয়ে জনা মানুহৰ সংখ্যা মুঠেই নগণ্য।

## ২৫৯। ভেদাই লতা ঃ

মজলীয়া ধৰণৰ পাতেৰে লেজুৰা ধৰণৰ বগাই ফুৰা এবিধ লতা। গছৰ পাত বা ডাল আদিত এই লতাৰ পাতৰ ঘঁহনি খালে আকতা গোন্ধ এটা বাহিৰ হয়। ই পেটৰ অসুখৰ এটি মহৌষধ। সোলাহাগুৰীয়া, পেট খলখলাই গৰগৰাই থকা, কাৰৈমূৰীয়া, কোষ্ঠকাঠিন্য আদি ৰোগত এই লতাৰ পাতৰ ৰস উলিয়াই খালে ভাল হয়। ইয়াক আঞ্জাৰূপে খালেও ঔষধিৰ গুণাগুণ পাব পাৰি। বজাৰত এই শাকৰ বিক্ৰী ভাল।

## ২৬০। ভাজনী ঃ

চিৰা, সান্দহ, কৰাই আদি খুন্দিবলৈ হ'লে, ঢেকীশালৰ ঢেকীৰ ওচৰতে জুইশাল এখন ধৰি, খোলাত ধান বা চাউল ভাজি ঢেকীৰ খুবলিত বাকি দিয়া হয়। যিগৰাকী মহিলাই চিৰা, সান্দহ বা কৰাই ভাজে তেওঁকে ভাজনী বোলে। অন্যহাতে চিৰা, সান্দহ আদি ভাজিবলৈ তেলি-বৰগুণী খেৰৰে বাঢ়নিৰ দৰে এডাল লবোৰা সংজুলি তৈয়াৰ কৰি লোৱা হয়। ইয়াকো ভাজনী বোলে। কিন্তু বস্ত্ৰশিল্পত পাকৈত মহিলাকহে ভাজনী বুলি কোৱা হয় আৰু ভাজনী শব্দই বোৱা কটাত পাকৈত তিৰোতাকহে বুজায়। উঘাত সূতা লোৱা, যঁতৰত সূতা কটা, কাপোৰ বোৱা, ফুল তোলা লগতে ঘৰুৱা কাম-কন সকলোতে পাকৈত মহিলাক ভাজনী বা কাজী

তিৰোতা বোলে।

## ২৬১। ভাৰ-ভেটী সধোৱা / সোধনি ভাৰ ঃ

ভাৰভেটী সধোৱা কেইবাটাও অৰ্থত ব্যৱহাৰ হয়। সোধনি ভাৰ বিয়া-বাৰুৰ ক্ষেত্ৰতহে প্ৰযোজ্য। প্ৰয়োগ একেধৰণৰে। খোজা-বঢ়া কৰা ছোৱালী বিয়া দিয়াৰ বিষয়ে মীমাংসা কৰিবলৈ দৰাৰ ঘৰৰ পৰা কইনাৰ ঘৰলৈ নিয়া বস্তু-বেহানিৰ ভাৰখনকে সোধনি ভাৰ বোলে। এইখন ভাৰত পিঠা পনা, চাউল, তামোল-পাণ আৰু লাউপানী থাকে।

তিৱা সমাজত কোনো মানুহৰ ঘৰত ল'ৰা-ছোৱালীৰ জন্ম হৈ অকাল মৃত্যু হোৱা অথবা সতি-সন্ততিৰ আজি ইটো, কালি সিটোকৈ বেমাৰ-আজাৰে লগ এৰা নিদিয়া, কুঠিয়া আৰু নোখোৱা-নিজীয়া ধৰণৰ হ'লে - মাক-বাপেকে হাড়ী, কৈৱৰ্ত, হীৰা আদি সম্প্ৰদায়ৰ মানুহক ল'ৰা-ছোৱালী বেছি দিয়ে। কিনা মানুহজনে তামৰ পাতি পইচা এটা দি ল'ৰা বা ছোৱালীজনীক নিজৰ ঘৰলৈ নি ৰন্ধা-বঢ়া কৰি খুৱাই-ধুৱাই মাক-বাপেকৰ ঘৰত থৈ যায়হি। অথবা ল'ৰা-ছোৱালীৰ মাক-বাপেকে নিজেই ল'ৰা-ছোৱালীক নি অন্নপ্ৰাশন কৰাই আনে। সেইদিনৰে পৰা সেই ল'ৰা বা ছোৱালী কিনোতাজনৰ ল'ৰা বা ছোৱালীৰূপে গণ্য হয়। তেনে ল'ৰা বা ছোৱালীক ধৰ্মপুত্ৰ বা ধৰ্মপুত্ৰী বোলে। লগতে কিনোতা মানুহজন আৰু তেওঁৰ পত্নী গৰাকীক ল'ৰাছোৱালীৰ ধৰ্মপিতা বা ধৰ্মমাতা বোলে। ল'ৰা-ছোৱালী সাবালক হ'লে আচল মাক-বাপেকে সেই ব্যক্তিজনক খবৰ দি ল'ৰা-ছোৱালীক লগত লই পিঠা-পনা, সান্দহ, দৈৰ টেকেলি, মিঠৈৰ টেকেলি, কিছু টকা-পইচা আৰু গলবস্ত্ৰ আদি আগবঢ়াই তামোল-পাণৰ শৰাই আগবঢ়াই মান ধৰে। সন্তান কিনা মানুহজনে সামাজিক নীতি-নিয়মেৰে দুই-চাৰিজন ব্যক্তিক মাতি আনি কথাবোৰ ভাঙি-পাতি সেইদিনাই ল'ৰা-ছোৱালীক মুক্ত কৰি দিয়ে। বিক্ৰীৰ দিনৰ পৰা মুকলি কৰি ননালৈকে কিনোতাজনে বিহুৱে সংক্ৰান্তিয়ে তেওঁৰ ধৰ্মপুত্ৰ বা ধৰ্মপুত্ৰীক লগ ধৰি কানি-কাপোৰ দি যায়হি আপোন সন্তানৰ দৰে। সন্তান মুকলি কৰিবলৈ নিয়া ভাৰখনকে ভাৰভেটী সধোৱা বোলে।

সেই একেদৰে গৰখীয়া ভাৰ সধোৱাটোও একে পৰ্য্যায়ৰে যদিও এইখন ভাৰত লাউপানী নিয়াৰ দস্তুৰ আছে। ইয়াত যিঘৰ গৃহস্থই কামকন কৰা হিচাপে অথবা গৰু-গাই ৰখিবলৈ গৰখীয়া ল'ৰা ৰাখে, তেওঁ গৰখীয়া ল'ৰাটোৰ মাক-বাপেকৰ ঘৰলৈ সান্দহ-পিঠা, লাউপানী, নতুন কাপোৰ-কানি আৰু টকা-সিকা লই ল'ৰাটোক চমজি দিয়ে। লগতে ল'ৰাটোক গৰখীয়া ৰখাৰ পৰা মুক্ত কৰি দি থৈ আহে। যদিহে ল'ৰাটোক পুনঃ ৰাখিবলৈ মন কৰে তেন্তে আকৌ এবছৰ বা দুবছৰৰ বাবে ল'ৰাটোক গৰখীয়া ৰূপে ৰখাৰ বাবে অনুৰোধ জনাই মতামত ল'ব পাৰে।

## ২৬২। ভূঁই আমলখি ঃ

এপ্রিল ফুলৰ পাতৰ দৰে, মাটিৰ পৰা সৰ্বাধিক দহ ইঞ্চিমান ওখ এবিধ বনৌষধি গছ। এই ঔষধি গছৰ পাতৰ গুৰিৰ পৰা আগলৈ ঠাৰিডালত সৰু সৰু গুটি লাগে। ই গ্ৰহণী আৰু জণ্ডিচ ৰোগ নিবাৰণৰ মহৌষধিৰূপে ব্যৱহাৰ হয়। পুৱাৰ ভাগত খালি পেটত চাৰিচামুচ ৰস, মিচিৰি চেনিৰ লগত খাব লাগে কমেও ১৫ দিন।

## ২৬৩। মহযুঁজ ঃ

অসমীয়া মানুহৰ মাজত মাঘবিহুত মহযুঁজ পতাৰ ধুম উঠে। মাঘৰ মাহটোত গোনামহৰ গোৱালৰ কদৰেই বেছি। যাৰ যুঁজাৰু গোনা মহ থাকে, সেই গোৱালসকলে আহিন-কাতি মাহৰ পৰাই পৰ্য্যাপ্ত পৰিমাণৰ দলঘাঁহ খুৱাই পৰিচৰ্য্যা কৰে। কিছুমান মহৰ গলধন ধৰে। গোৱালসকলে বাৰীৰ ওখ ঢাপ অথবা নৈৰ গৰা আদিত মহৰ পিঠিত উঠি শিঙেৰে মাটি খান্দি শিং জোঙা কৰিবলৈ প্ৰশিক্ষণ দিয়ে। সৰু সৰু কলগছৰ টুকুৰা কাটি মহৰ পিঠিত তুলি দি মহ চৰোৱা দলনিত কলগছৰ টুকুৰা পেলাই দি শিঙেৰে খুচিবলৈ জপাই দি যুঁজৰ প্ৰশিক্ষণ দিয়ে। নগাঁও আৰু মৰিগাঁও জিলাৰ কেইবা ঠাইতো ৰাজহুৱাভাৱে মহযুঁজ প্ৰতিযোগিতা পাতি বিজয়ী মহক শ্বিল্ড, কাপ আৰু নগদ ধনেৰে পুৰস্কাৰ প্ৰদান কৰা দেখা গৈছে। আহোম স্বৰ্গদেওসকলৰ দিনৰ পৰাই মহযুঁজ ৰাজকীয় খেল হিচাপে স্বীকৃতি পাই অহা এটি অনুষ্ঠান।

## ২৬৪। মাঘবিহু ঃ

পুহ আৰু মাঘৰ দোমাহীত অসমৰ অজনজাতি অসমীয়াই মাঘবিহু পালন কৰে। খেতি-বাতি চপাই ভৰাঁলত দুমুঠি ধান ভৰাই ভাতমুঠিৰ চিন্তাৰ পৰা সকাহ লয়। এই সময়ছোৱাত পুখুৰী, বিল, ডোঙা আদিত পৰ্য্যাপ্ত পৰিমাণে মাছ পোৱা যায়। ঘাঁহ-বন আদি প্ৰচুৰ হোৱা বাবে গৰু-মহৰ গাখীৰবো উভৈনদী হয়। সেইবাবে অসমৰ অসমীয়াই মাঘবিহুক ভোগালী বিহু বুলি আখ্যা দিছিল। আজিকালি মাঘবিহুক ভোগালী বোলাৰ দিন উকলিছে। কিন্তু এটা সময়ত এনে আছিল - মহৰ এঠা দৈ, টিল-খামুচীয়া নতুন গুড়, বিলে-খালে উভৈনদী মাছ-কাছৰ বাবেই মাঘবিহুক ভোগালী বোলাৰ সাৰ্থক হৈছিল। অন্যান্য অজনজাতি অসমীয়াসকলৰ বিহু উদ্‌যাপনৰ লগত তিৱাসকলৰ বিহু উদ্‌যাপনৰ কিছু পাৰ্থক্য আছে। তেওঁলোকে দোমাহীত বা পুহৰ সংক্ৰান্তিত বিহু নেপাতি মঙলে-বুধেহে বিহু পাতে। যদি কেনেবাকৈ পুহৰ সংক্ৰান্তি মঙলে-বুধে পৰে; তেন্তে তেওঁলোকে এসপ্তাহ বিহু পিছুৱাই পিছৰ মঙলবাৰে উৰুকা মানি বুধবাৰে বিহু পাতে।

বিহুৰ এমাহমানৰ আগৰে পৰাই তিৱা গৰখীয়াসকলে গাঁৱৰ বুঢ়া-মেথাৰ অনুমতি লই ৰাজহুৱা বাৰী, মৰিশালি আদি পৰা ডাঙৰ আৰু মজলীয়া গছৰ ডাল কাটি আনি কুঠাৰ আৰু হাতহীৰে ফালি বিহুতলিত শুকুৱাই ৰাখে। বাওতলি পথাৰৰ পৰা চাই বাছি দীঘল দীঘল নৰা কাটি শুকাবাই দ'ম কৰি ৰাখে, মেজি আৰু ভেলাঘৰ সাজিবলৈ। আজি-কালিৰ ডেকা-চেঙেলীয়াৰ দৰে মেজি ঘৰত ভোজ-ভাত খাবলৈ মানুহৰ জেওৰা-জপনা-তাঁতি ভাঙি চুৰ কৰি বিহু পতা দস্তুৰ এটা সময়ত নাছিল। গাঁও অঞ্চলত এতিয়াও জেওৰা-জপনা চুৰ কৰি বিহুপতা কৃষ্টিটোৰ প্ৰচলন হোৱা নাই। পূৰ্ব প্ৰস্তুতিৰে সৰু সৰু গৰখীয়াৰ পৰা চফল যুৱকলৈকে সকলোৱে কামে-কাজে লাগি পৰে।

বিহুৰ প্ৰায় ১৫ দিনমান আগৰে পৰাই বিহুৰ মেজি সজাৰ কাম আৰম্ভ কৰে গাঁৱৰ গৰখীয়া লৰাইঁতে। বৰগৰখীয়াৰ নেতৃত্বত আৰু নিৰ্দ্দেশত বাকীসকলে বাঁহৰ আৰু তামোলৰ খুঁটা কাটে মেজিৰ বাবে। প্ৰথমেই বিহু আৰম্ভ কৰা ঠাইত মজলীয়া ধৰণৰ ওখ দুটা পুৰুষ-মহিলাৰূপী মেজি সাজে। এই মেজি সাজোঁতে মেজিৰ গাঁতৰ ওচৰত তামোল - পাণ এযোৰ আগবঢ়াই সেৱা সংকাৰ জনাইহে মেজি সাজিব। পিছত বিহুতলিৰ কাষলৈকে সৰু-বৰ কিছু মেজি সাজি যাব। ঘাই মেজিহাল বৰ ওখ। ইয়াক কোনো কোনোৱে দুডালকৈ বাঁহ লগলগাই বান্ধি মেজি সাজে। ঘাই মেজি সজাৰ সময়ত বৰ দ-কৈ দুটা গাঁত খান্দি লোৱা হয়। দুয়োটা গাঁতেতে এযোৰকৈ তামোল-পাণ, মুৰ্গী চৰাইৰ কণী এটাকৈ আৰু এটাকৈ তামৰ পইচা তাত দিয়া হয়। পিছত বৰ গৰখীয়াৰ সৈতে সকলোৱে সেঁৱা জনাই তামোলৰ খুটা দুটা গাঁতত দি থিয় কৰে আৰু মাটি দি ভালদৰে গুজি পুতে। পিছত এমুঠা এমুঠাকৈ নৰা বান্ধি তাত এহাত-দেড়হাত দীঘল নৰাৰে লেজু ৰাখি গৰখীয়াবোৰে যোগান ধৰে। মেজি সজা দুজনে চাৰিওফালে খাপ খুৱাই ধুনীয়াকৈ মেজি দুটা সাজি উলিয়ায়। ঘাই মেজিৰ কাষতে ভেলাঘৰ সাজিব বাঁহৰে। নৰা সাবটাই কামি দি চাৰিওফালে বান্ধিব। ওপৰত চালৰ দৰে সাজি তাতো নৰা দি ঘৰৰ দৰে কৰিব। ওলোৱা সোমোৱা বাট এটা ৰাখিব। ভেলাঘৰৰ বাহিৰত চৌকা খান্দি চাহ অথবা বস্তু-বেহানি ৰান্ধি খাবৰ বাবে তৈয়াৰ কৰিব। ইয়াতে জুই পুৱাবও পাৰিব। বিহুৰ দিনা গৰখীয়াসকলে বয়সস্থ মানুহখিনিক লাউপানী খাবৰ বাবে যোগান ধৰি থাকিব।

বিহুৰ এসপ্তাহ আগৰে পৰাই গৰখীয়াবিলাকে কুমলীয়া জাতিবাঁহৰ দুয়োমূৰে গাথি ৰাখি পাব কাটিব। পিছত এফালে এটা গাঁথিৰ সোঁমাজেদি সাৱধানে দা বা কটাৰীৰ গেজিৰে ফুটা কৰিব। এইদৰে ফুটা কৰি তাত মুখলৈকে পানী ভৰাব। পিছত গছৰ ঠাৰিৰ ঠিলাৰে টানকৈ গজাল মৰাৰ দৰে ফুটাটো বন্ধ কৰিব। প্ৰতিদিনে ১০/১৫ টা মান এনেদৰে পানী ভৰোৱা চুঙা পূৰ্বতে খান্দি থোৱা জালি গাঁতৰ

ওপৰত পথালিকৈ পাৰি দি তলে-ওপৰে শুকান নৰা দি জুই দিব। দীঘল দাঁৰ এডালেৰে ভালেমান দুবৈৰ পৰা নৰা জাপিব। এটা সময়ত এই বাঁহৰ চুঙাবোৰ উত্তপ্ত হৈ গুৰুম্ গুৰুম্ শব্দেৰে ফুটি ওপৰলৈ উৰি যাব। ইয়াকে পানী হিলৈ ফুটোৱা বোলে। পানী হিলৈ ফুটোৱাৰ সময়খিনিতে গৰখীয়াসকলে গাঁৱৰ বৰজেলাৰ অনুমতি সাপেক্ষে প্ৰতিঘৰ গৃহস্থৰ পৰা মজলীয়া বাতিৰে এবাতিকৈ চাউল আৰু বাখৰ চান্দা তুলিব আৰু গাঁও বাৰিকাক জমা দিব। গাঁও বাৰিকাই ওচৰৰ মহিলা দুগৰাকীমানক বিহুৰ বাবে ৪/৫ কলহ লাউপানী ৰান্ধিবলৈ দিব।

বিহুৰ উৰুকা ৰাতিত একোখন চালনিত তামোল-পান দি লগতে সাতোটা বা ন-টাকৈ মাটিৰ চাকি জ্বলাই বিহু আৰম্ভনি কৰিব লগীয়া মেজি দুটাৰ ওচৰত ৰাখিব। তিনিও লোকৰ গৰাকী ত্ৰিগুণ ত্ৰিতত্বৰ মূল মহাদেৱক নমস্কাৰ জনাই স্তুতিগতী আৰু স্তুতি নৃত্য প্ৰদৰ্শন কৰিব গহীন লয়লাসেৰে।

ইয়াৰ পিছত বিহুৰ ওজাজেলাই বিহুগীতৰ ৰাউচি জুৰিব –

আই সৰস্বতী মাগোঁ পাৰেৱতী
তোমালৈ বান্ধি যাওঁ বেল;
পাহৰা পদকে সোঁৱৰাই এ দিবা
যেন মুৰত লোৱা তেল।
জনাই সাজিলেই পাচিলৈ খৰাহী ঐ
নজনাই সাজিলে তমাল;
আই সৰস্বতী জীয়াই থাকোঁমানে
নামৰো নহৈছে কঙাল।
বিহুৰে বিৰিনা পাতে সমনীয়া
বিহুৰে বিৰিনা পাত
বিহু থাকে মানে বিহুকে বিনাবি
বিহু গলে বিনাবি কাক। (*বলাই সেনাপতি*)

ইয়াৰ পিছত ঢুলীয়াই ঢোলত বিহুৰ খাণ্ডি চেওৰ বগৰ তুলিব। পিছত বিহুছেৰৰ ঝুনা মাৰি গা বাইজাই কৰা নাচনিছেও বজাব। এচামে গিৰিপ্ গিৰিপ্কৈ নাচিব। পেঁপা বজোৱাই পেপাঁ বজাব। খুটিতাল বজোৱাই খুটিতাল বজাব। কোনো এজনে আকৌ গাব –

নামৰে কঠিয়া ঈশ্বৰ স্ৰজিলে
ব্ৰহ্মাই সৰজা নাম;
গাঁৱৰ বুঢ়া-মেথা দায় নধৰিব
(বেয়ানাম ওলালে) প্ৰথমেই পীৰিতি গাম।

অন্য এজনে আকৌ লেছেৰি মাৰিব –

পীৰিতি প্ৰেমৰ ধন    বুজিবি লাহৰী
পীৰিতি প্ৰেমৰে জৰী;
এনুৱা পীৰিতি    নেৰিবি লাহৰী
আথানি আবানি কৰি।

এইদৰে বাটত থকা মেজিবোৰ পুৰি পুৰি বিহুতলি পাবহি সকলোৱে। সাধাৰণতে মাঘবিহুত অশ্লীল বিহুগীত গোৱাৰ নিয়মৰ প্ৰচলন আছে। সেইবাবে আধুনিক অসমীয়া সমাজে বিহুনাচ আৰু বিহুগীতক ইতৰ শ্ৰেণীৰ লোকে জুগুপ্সিত হৈ গোৱা গীত আৰু নাচ বুলি ঘিন কৰিছিল। কিন্তু তিৱা সমাজত এটা ডাঙৰ বিশ্বাসৰ প্ৰচলন আছে যে, – মহাদেউ গোঁসাইৰ পাঁচখন মুখ আছিল। চাৰিখন মুখে চাৰি বেদ, চৈধ্য শাস্ত্ৰৰ কীৰ্ত্তন কৰাৰ বিপৰীতে পঞ্চমখন মুখে অশ্লীল গীত-মাত গাইছিল। তাতে অতীষ্ঠ হৈ পঞ্চবক্ৰ মহাদেৱে জোকাৰ মাৰি দিয়াত সেই পঞ্চমমুখ ছিগি মাটিত পৰিল আৰু শালিকা চৰাইৰূপে জন্ম হ'ল। এই চৰাই জনীৰ পৰাই পৃথিৱীত অশ্লীল গীত মাত (বেয়াকথা)ৰ প্ৰচলন হ'ল। তিৱা সমাজত বিশ্বাস, বছৰৰ এই এটা ৰাতিয়েইহে মাথোঁ সকলোৱে মুকলি মুৰীয়াভাৱে অবাইছ/অশ্লীল কথা-গীত আদি গোৱাৰ স্বাধীনতা ভগৱান শঙ্কৰে সকলোকে প্ৰদান কৰিছে। অন্য দিনত অশ্লীল কথা মাত - সুসভ্য সমাজৰ গৰিহণাৰ যোগ্য। অশ্লীল যেন নেলাগিলেও তেনে এটা অশ্লীল গীতৰ নমুনা –

শালিকী চৰায়ে    দদাই বুলি মাতিলে
মই বোলো ভতিজা জী;
এ বেলি হুৰ্বায়    এবেলি কন্দুৱায়
পনিয়ল পিটিকাদি।
হেৰ' সোনাই ঘোপ
জৰৰাই ধৰিম তোক
গুদা নেদেখিবি মোক!!

এইদৰে ওৰেৰাতি গীত-মাত গাই ৰাতি পুৱালেই বুঢ়া-মেথাসকলে বিহুগীত সামৰিব। গৰখীয়া সকলে বিহুতলিৰ কাষতে থকা পুখুৰী বা নদী অথবা বিলত গা-পা ধুই ঘাই মেজিৰ ওচৰত সেঁৱা লবহি। বয়সস্থ সকলে বছৰৰ বিহুটোৱে সকলোৰে মাজত সম্ভাৱ সম্প্ৰীতি বৰ্ত্তাই ৰাখিবলৈ, সকলোটিলৈকে ৰং আনন্দৰ বতৰা বৈ আনিবিলৈ ত্ৰিগুণ ত্ৰিতত্ত্বৰ গৰাকী মহাদেৱৰ স্তুতি কৰিব। বৰগৰখীয়াই তেতিয়া এটা জুমুঠিত জুই লগাই লই দুয়োটা ঘাই মেজিত নমস্কাৰ পূৰ্বক জুই লগাই দিব। মেজি পুৰি শেষ হ'লে ঢোল-পেঁপা-টকা-গগনা বজাই বাট ডোখৰ

নাচি নাচি গাওঁ বাৰিকৰ চোতালত উপস্থিত হ'ব। লাউপানী খাবৰ বাবে। ৰাইজ গৈ পোৱাৰ লগে লগে গৰখীয়া বিলাকে চোতালত খেৰৰ হুতি দিব বহিবলৈ। পিছত সকলোৱে সন্মুখত থোলা দিব। বৰগৰাখীয়াই বাৰিকাৰ সহযোগত তামোল-পাণৰ শৰাই দিব আৰু সকলো গৰখীয়াই ৰাইজৰ ওচৰত আঠু ল'ব। বৰজেলাই হাই-কাজিয়া, দ্বন্দ্ব খৰিয়াল নকৰি সকলোৱে মিলাপ্রীতিৰে থাকিবলৈ আশীবাদ দি লাউপানী খাবলৈ অনুমতি দিব।

দুপৰীয়া সময়ত প্রতিটো বংশৰ জেলাই সান্দহ, পিঠা, কড়াইগুৰি, লাউপানী আৰু তামোল-পান আগবঢ়াই ঘৰদেউ - ঘৰ গোঁসানীৰ লগতে মৃত দেউ-পিতৃ-দাঁতাল-ছিঙালৰ পূজা কৰিব আৰু আশীবাদ বিছাৰিব। ঘৰ ঘৰোৱাহৰ লগতে বংশটোৰ সকলো মানুহৰ বেমাৰ-আজাৰ-বিপদ-বিঘিনি নাইকিয়া কৰিবলৈ, ভড়ালত ধান, বাৰীত তামোল-পান, গোহালিত গৰু হ'বলৈ, জয়জয় ময়ময় কৰি ৰাখিবলৈ ফা-মহাদেউৰ আশীৰ্বাদ বিছাৰিব। পিছত বৰঘৰত উপস্থিত থকা সকলোটিয়ে বিহুৰ পিঠা-পনা আৰু লাউপানী খাই, বংশৰ প্রতিঘৰ মানহলৈ পিঠাপনা দি পঠাব। গধুলি বৰ ঘৰৰ চোতালত ঘৰজেলাৰ নির্দেশত নাঙল, যুঁৱলি, মৈ, মৈ টকা, জবকা, বিন্ধা আদি কৃষিৰ সঁজুলিবোৰ একেঠাইতে দ'ম কৰিব। ঘৰ জেলাই বংশৰ বয়সস্থ অন্যালোক সকলৰ লগত লগ লাগি কৃষিৰ দেৱতা মাহাদেউ আৰু তেওঁৰ অনুচৰ চাৰি ভাই -চাৰি কৰা আৰু লুখুমী দেবী ওৰফে ৰংদশ্বৰী - মাইদ'শ্বৰীৰ নামত এটা বগা চৰাই বলি দিব। তেজবোৰ কৃষিৰ সজুলিবোৰত ছটিয়াই - নতুন বছৰৰ বাবে সজুলিবোৰ কামত লগোৱাৰ অনুমতি বিচাৰিব দেৱতাৰ পৰা। কৃষিৰ কঠিয়া, নৈ-বিল-জান-জুৰিত পানী হ'বলৈ, শস্যত উপদ্রব কাৰী পোক-পৰুৱা নহবলৈ, শস্যে-মৎস্যে নদন - বদন হ'বলৈ আশীৰ্বাদ বিচাৰিব। চৰাইটো পুৰি কাটি ভাজিবলৈ দিব। এই অৱসৰতে ঘৰ জেলাই পানীৰে সৈতে এটা ডাঙৰ বাতিত পিঠাগুৰি গুলি এজনক-বনমলা পাতেৰে প্রতিঘৰ গৃহস্থৰ দুৱাৰত এছাটিকৈ গুলা পিঠাগুৰি ছটিয়াই লখিমি অচলা হোৱাৰ বাবে আশীৰ্ব্বাদ দিবলৈ পঠিয়াই দিব! পিছত ভজা মাংসৰে লাউপানী খাই সকলোটি ঘৰলৈ যাব। প্রতিঘৰ গৃহস্থই গধুলি বন্ধা ভাত-আঞ্জাৰে মৃত পিতৃ-পিতামহলৈ এপাত আগবঢ়াইহে অন্ন ভোজন কৰিব। বিহুৰ এসপ্তাহ পিছত নাঙলেৰে এছাহকৈ হালবাই কৃষিকাৰ্য্যৰ চিয়া ৰাখিব।

## ২৬৫। মালঠাকুৰ পূজা ঃ

পাহাৰৰ তিৱা সকলে লাংখুন পূজা উৎসৱ পাতে। ভৈয়ামৰ তিৱা সকলেও লাংখুন পূজাৰ ভৈয়ামীয়াৰূপ মালঠাকুৰ পূজা পালন কৰে। মালঠাকুৰ আৰু লাখুন পূজাৰ গুণগত আৰু চাৰিত্রিক বৈশিষ্ট্য একেই। বিশদ বিবৰণৰ বাবে লাংখুন

পূজা দ্ৰষ্টব্য।✱ ✱২৭৮ ত চাওক।

## ২৬৬। মাইৰাবা ঃ

তিৱা ভাষাত ধান কটা কামক 'মাইৰাৱা' বোলে। চ'ত মাহৰে পৰা অনেক ধৈৰ্য্যৰে, আঘোণ-পুহত পথাৰত সোণ-বৰণীয়া হৈ থকা ধান কাটিবলৈ যোৱা ডেকা-গাভৰুৱে লখিমি দেবীক নমস্কাৰ জনাই গায় –

ঝিত্‌ল'ছে পিছাকে ফাৰা, বেহানা হালালে ৰাই
আছাক্‌ল' ছাৱানে ফাৰা, বেফাৰা হালানে ৰাই
বেফাৰ্‌ছে জিনিকা, চাত্‌কুনী লুখুমী
বাথিওছে ৰশ্‌জেলা দেই;
বেহাছে জিনিকা, বাৰ'কুনী ফুৰদুমী
ছাৰিওছে জিনিনা দেই। (ইদং আমছি)

<u>অসমীয়া</u> ঃ- চ'তে পাৰে হই বহাগে পালেহি
পথাৰত দিছিলোঁ ঠাই
আহাৰ শাওন মাহ গ'ল যে ভটীয়াই
পালো আই নিজৰে ঠাই।
অ'তনা ধৈৰ্য্যৰে জীৱন জিনিলা
শাৰীত আই হোৱাহি ঠিয়। (ম, দেউৰী)

ধান কাটিবলৈ আমন্ত্ৰণ দিয়া ডেকা-গাভৰুৱে হাতত কাচি লই পকিথকা ধানৰ পথাৰখনক নমস্কাৰ জনাব। গৃহস্থই এগছি শলিতা জ্বলাব। পিছত বিভিন্ন গীতৰ ৰাউচি জুৰি ধান কাটি যাব ডেকা-গাভৰুৱে। এয়াই হ'ল পাহাৰীয়া যুৱক-যুৱতীৰ পৰম্পৰাক্ৰমে চলি অহা ধান কটা ব্যৱস্থা। ইয়াকো উৎসৱৰ দৰেই গণ্য কৰে সিবিলাকে।

## ২৬৭। মাইবথালা ঃ

তিৱা ভাষাত 'মাই বথালা' শব্দই 'মৰণা মৰা' বুজায়। পাহাৰত মৰণা মৰা কামতো গৃহস্থই ডেকা-গাভৰুৰ দলক আমন্ত্ৰণ কৰে। পুহৰ ঠেটুৰৈ ধৰা জাৰক নেউচি ডেকা-গাভৰুৱে - নিহোৰ জাংগ্ৰেবানে জুচা' - খাই মৰণা মাৰিবলৈ উদ্যত হয়। চোতালত দ'ম কৰি থোৱা ধানৰ ডাঙৰীবোৰ 'জাংখালা' এডালেৰে গৃহস্থৰ ঘৰৰ এগৰাকী যুৱতীয়ে নমাই দিয়ে। খ্ৰাম আৰু থোৱাংবাদকে ধীৰে ধীৰে সুৰৰ মূৰ্চনা তোলে। বাদ্যৰ ছেৱে ছেৱে ডেকা-গাভৰুৱে ধানৰ ডাঙৰী খুলি বৃত্তাকাৰে মুঠিবোৰ পাৰি যায়। পিছত ভৰিৰে গচকি মৰণা মাৰে আৰু হাতেৰে খেৰবোৰ

অ'তলগাই পুনৰ জাপি যায়। তেওঁলোকে গৰু-গাইৰে ধানৰ মৰণা নেমাৰে। তেনে কৰিলে লখিমি দেবী অসন্তুষ্ট হয় বুলি ভাবে। এইদৰে ভৰিৰে মোহাৰি যিমান পাৰি সিমান ধান সকওৱাৰ পিছত — খেৰবোৰ নৃত্যৰ ছেৱে ছেৱে এটা ওখ আলিৰ দৰে কৰি তোলে। পিছত হাতত দুহাতমান দীঘল লাঠি লই ডেকা-গাভৰুৱে মৰণা মাৰে। প্ৰথমে লাঠিডাল সোঁফালৰ ওপৰলৈ তুলি প্ৰথম কোৰটো মৰা হয় আৰু দ্বিতীয়বাৰ লাঠিডাল বাওঁফাললৈ তুলি ধানখেৰৰ ওপৰত কোব মৰা হয় একে সময়তে। তৃতীয় কোবটো মাৰোঁতে লাঠিডাল ঘূৰাই নি সোঁভৰিৰ ওচৰত মাৰে লগতে চতুৰ্থ কোবত বাওঁভৰিৰ ফালে খেৰবোৰ ঠেলি দিয়া হয়। প্ৰথম আৰু দ্বিতীয় কোব জোৰত মৰা হয়, তেতিয়া ধানখেৰবোৰ চেপেটা হয়, কিন্তু তৃতীয় আৰু চতুৰ্থ কোবত পুনৰ এটি আলিৰ দৰে ওখ হৈ উঠে। গ্ৰামৰ ছেৱে ছেৱে লাঠি চলোৱা বাবে কাৰো গাত লাঠিৰ কোব নপৰে। মৰণা মৰা ডেকা-গাভৰুক গৃহস্থই মদ ভাত খুৱাই আপ্যায়ন কৰে। মাই বথালা, নৃত্যগীতেৰে ভৰা এটি অনুষ্ঠান। এটি গীতৰ নমুনা —

<u>তিৱা</u> : নিনাব' নিথৰা এ, চাল'ছে পাছুইনে
খনানা খনাথাৱে এ চাজ'ছে খৰ্লানে
ছুনিয়াদন্ খুৰতুলিউ চাত্বুনি লুখুমী
আন্ছে ৰিৱানে নেম্;
ৰুফিয়াদন খুৰ্তুলিউ বাৰ'কুনী লুখুমী
চন্ছে ৰিৱানে নেম্।
(ইদং আম্ছি)

<u>অসমীয়া</u> : তোমাৰে যতন লই নাচে ডেকাবোৰে
তোমাৰে মৰমত নাচে গাভৰুৱে
নাচ গান দেখিব ভাল;
সোণৰে চোতালত মৰম উথলিছে
ৰূপৰে চোতালত চেনেহ উপজিছে
তোমাৰো ধৰিছে আল। — *(মনেশ্বৰ দেউৰী)*

## ২৬৮। মাহাৰি :

মাহাৰী শব্দটো কুল, বংশ আৰু খুটাৰ সমাৰ্থক। লালুংসকলৰ ৬০ টা কুল আছে। প্ৰত্যেককে মাহাৰী বোলে। এই কুল বা মাহাৰিবো বাই-ভনীৰ সম্বন্ধীয় কুল বিদ্যমান। বিবাহ নিষিদ্ধ। যেনে - মূল বংশ - ফাংচ; ইয়াৰ ভনী সদৃশ কুল হ'ল - পুমা বা বোমা, আমছুং। আগাৰ, ছাগাৰ, মাগৰ আদি বাই-ভনীৰ সম্বন্ধ।

## ২৬৯। মুখলগা ঃ

সৰু সৰু ল'ৰা-ছোৱালী অথবা ডাঙৰ মানুহৰো কাহানিবা ভোক-পিয়াহ নোহোৱা হৈ পেট-উফন্দি থাকে। তেতিয়া অজীৰ্ণ বা বদহজম বুলি নিমখৰ লগত আদা খালে অপান বায়ু নিৰ্গত হই পেট জামৰি ভাল হয়। সৰু সৰু ল'ৰা-ছোৱালীক বনিচান্ বা গ্ৰাইপ্ ৱাটাৰ খুৱালেও অজীৰ্ণ বা বদহজম ভাল হয়। কিন্তু তেনে কৰোঁতেও খোৱা-পিয়াত ৰুচি নহ'লে অথবা ভাল নহ'লে, ডালতে শুকাই গ'লে তিৱা সকলে মানুহৰ মুখলগা বুলি সন্দেহ কৰে। ল'ৰা-ছোৱালী, যুৱক-যুৱতী, দেখাই শুনাই আকৰ্ষণীয় হ'লে, পঢ়া-শুনা অথবা কামে-কাজে পাৰ্গত হ'লেও এচাম ঈৰ্ষাপৰায়ণ পুৰুষ-মহিলাৰ কু-দৃষ্টি বা কু-বক্তব্যই মুখলগাব পাৰে। মানুহৰ কু-দৃষ্টি, কু-বচনৰ এনে হেনাচ্ছাৰ প্ৰভাৱত ব্যাক্তিবিশেষৰ শাৰীৰিক আৰু মানিসক ব্যতিক্ৰম ঘটিলে – লগতে ডাক্তৰ-কবিৰাজৰ ঔষধে কোনো কাম নিদিলে কোনো বিশেষ ৰোগৰ চিনাক্ত নহ'লে, তাকে খোৱা-খুবী লগা, হুনা লগা বা মুখলগা বোলে। এনে হ'লে, নিৰাময়ৰ বাবে বেজৰ ওচৰ চাপিলে খোৱা-খুবী মন্ত্ৰৰে জাৰি পানী খাবলৈ দিয়ে। অথবা চূণৰ পানী জাৰিও খাবলৈ দিয়ে। বহুতে নানান বধ-শপতেৰে শকা ফিৰিঙি জলকীয়া লুচি জুইত পুৰি দিয়ে।

## ২৭০। মুখ ভঙ্গা ঃ

মানুহৰ কু-দৃষ্টি আৰু কুবচনৰ পৰা মুখলাগি অসুখ অশান্তিত ভুগি থাকিলে; এবাঁ ছোৱালীৰ হতুৱাই পানী তুলি ঘৰৰ চালৰ খেৰ, কলপাতৰ থোৰ অথবা কাঁচিৰে মুখভঙ্গা মন্ত্ৰৰে পানী জাৰে। এই টেকেলি বা কলহত সোণ, ৰূপ, তাম, তুলসী, দুবৰি, আৰৈ চাউল আৰু তিল লগতে অলপ এবাঁ গাখীৰো দিয়ে। এই জৰা পানী সংশ্লিষ্ট ব্যক্তিজনক অলপ খাবলৈ দি বাকিখিনি পানীৰে গা ধুৱাই দিয়ে। এনে কৰাকে মুখভঙ্গা বোলে আৰু উক্ত মন্ত্ৰখিনিক মুখভঙ্গা মন্ত্ৰ বোলে।

## ২৭১। মুগাচোঙ্গ / মুগাচুঙ্গীয়া ঃ

মঙ্গোলইদ্ প্ৰজাতিৰ সকলো সম্প্ৰদায়ৰে মাজত মুগা, পাট আৰু এড়িপলু পোহাৰ অভ্যাস আছিল আৰু আছে। বিশেষকৈ মুগা আৰু পাট কাপোৰ অতিশয় আদৰৰ আৰু সম্মানৰ কাৰক হোৱা বাবে এই দুবিধ শিল্পৰ সমাজত বৰ কদৰ। মুগা আৰু পাটপলু দেওলগা বুলি তিৱাসকলে ভাবে। সেইবাবে ইয়াক বৰ সাৱধানে ৰক্ষণাবেক্ষণ দিয়ে। পলৰীয়া মুগাপলু দেওমুগা আৰু পাটপলুক দেওপাট বোলে। মুগা বা পাটপলুক অথবা এড়িপলু কাউৰী, চিলনী অথবা বাদুলী আদিয়ে বৰ খেপ কৰে আৰু চোঁ মাৰি খাবলৈ খেদি আহে। সেইবাবে দিনত আৰু ৰাতি মুগাপলুবোৰক

ইবিলাকৰ পৰা ৰক্ষা কৰিবলৈ মানুহে হাতত ধনু-কাঁড় আৰু বাটলু গুটি লৈ পৰ দিয়ে। ৰাতি হ'লে ডাঙৰ ডাঙৰ বাদুলী জাকে জাকে খেদি আহে। ৰখীয়াই বাটলু গুটিৰে সিহঁতক খেদি পঠায়। বহুতে বিশ্বাস কৰে যে দেও ভূত বোৰেও মুগা পলুবোৰ খাবলৈ আহে। সেইবাবে মুগা থকা মুগা গছ অথবা শঙালু গছক চাৰিওফালৰ পৰা মাছমৰা জালেৰে আবৰি ৰাখে। মুগাবোৰক উপদ্ৰৱৰ পৰা ৰক্ষা কৰিবলৈ নিয়োজিত মানুহখিনিক মুগা চুঙ্গীয়া বোলে আৰু মুগা পোহা পামক মুগাচোঙ্গ বোলে। এই উপাধি পিছে আহোমে দিয়াহে। ৰজাঘৰীয়া মুগা পোহাসকলকহে মুগাচুঙ্গীয়া বোলে।

## ২৭২। মেলা বা গোঁসাই উলিওৱা উৎসৱ ঃ

বহাগ বিহুৰ এসপ্তাহৰ পিছৰে পৰাই নগাঁও আৰু মৰিগাঁও জিলাৰ পাঁচোৰজীয়া আৰু সাতোৰজীয়া অঞ্চলসমূহত লগতে ইবোৰৰ আউতি ঠাইসমূহত মেলা বা গোঁসাই উলিওৱা উৎসৱ পালন কৰা হয়। টোপাকুছিয়া ৰজাৰ আউতি ফুলগুৰি, বৰক'লা, কাকমাৰি আৰু ৰাইদঙ্গীয়া। এওঁলোকেও সুকীয়াকৈ মেলা উৎসৱ পালন কৰে বেলেগ দিনত। এই মেলা উৎসৱ পালনৰ বিষয়ে আমি পোৱা দুটা উৎস এনে ধৰণৰ।

আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহই গঙ্গা উপত্যকা আহোমৰ অধীনলৈ আনিবলৈ মানস কৰি, মোগলৰ বিৰুদ্ধে এটি অভিযান চলাবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে। সেই মৰ্মে এটি বৃহৎ সৈন্য বাহিনী গঠনৰ প্ৰস্তুতি চলাই আহোমৰ কৰদ মিত্ৰৰাজ্য সমূহৰ ৰজা সকললৈ সন্দেশ পঠালে। জয়ন্তা, খৈৰাম, গোভা. ডিমৰুৱা, ৰাণী, লুকি, বেলতলা, নেলি, খলা, চহৰী লগতে সাতোৰজীয়া আৰু পাঁচোৰজীয়া সকলোৱে সৰ্গদেৱৰ আহ্বানত গা-চালি দি সৈন্য সামন্তৰে সঁহাৰি দিলে। স্বৰ্গদেৱে গুৱাহাটীত সৈন্যৰ বাহৰ পাতি ৰছদ-পাতি যোগাই প্ৰায় এমাহ কাল যুদ্ধৰ আখৰা কৰিলে। এদিন এখন ডাঙৰ দৰবাৰ পাতি সৈন্য বাহিনীৰ যুদ্ধৰ আখৰা চাই প্ৰত্যেক ৰজাকে বঁটা বাহন দি মিত্ৰতা দৃঢ় কৰিলে। দুৰ্ভাগ্যক্ৰমে স্বৰ্গদেৱৰ অসুখ হোৱাত যুদ্ধ অভিযান স্থগিত হ'ল। পিছে উক্ত ৰজাসকলে স্বৰ্গদেৱৰ এই প্ৰীতিৰ চানেকি যুগমীয়া কৰাৰ মানসেৰে বহাগ বিহুৰ পিছতে মেলা বা গোসাঁই উলিওৱা উৎসৱ পালন কৰে বুলি তথ্যাদি পোৱা গৈছে। পাঁচোৰজীয়া সকলৰ মাজত এযাৰ কথাৰ প্ৰচলন আছে বোলে-- 'পাঁচোৰজীয়াৰ মাহ-চাউল, ৰহীয়াল ৰুৱাৰ সবাহ'। ইয়াৰ তাৎপৰ্য এয়ে যে, পাঁচোৰজীয়াসকলৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰখা ৰহিয়াল বৰুৱাই মেলা উৎসৱত উপস্থিত থাকি ঢাল-বাৰু আদিৰে কৰা যুঁজৰ আখৰা চাই সিবিলাকৰ পৰা বাৰ্ষিক কৰ-কাটল তুলিছিল। কৰ কাটলৰূপে শাল মাছৰ পোনা, বাঁহৰ গাজ,

খৰিচা, এৰাল, আলু-কচু-হালধি আদিও কৰ-কাটল ৰূপে আগবঢ়োৱাৰ তথ্য আছে।

'মনি কোঁৱৰ আখ্যান' প্ৰণেত, মৰিগাঁও জিলাৰ বুৰঞ্জী অনুসন্ধানকাৰী, দমাল ৰাজ্যৰ শেষ ৰজা প্ৰয়াত লক্ষ্মীসিংহ ডেকাদেৱে আগবঢ়োৱা তথ্য মতে— মেলা বা গোসাঁই উলিওৱা উৎসৱ পোনপটীয়াকৈ কোঁচৰজা মহাৰজা নৰনাৰায়ণৰ লগত জড়িত। গৌড়ৰাজ্য আক্ৰমণ কৰি মহাবীৰ চিলাৰায় গৌড়ত বন্দী হ'ব লগা হ'ল। ভায়েকক বন্দীত্বৰ পৰা মোকলাই আনিবলৈ ওপৰত উল্লেখ কৰা ২০ জন জনজাতীয় ৰজাৰ সাহায্য বিচাৰিলে। এই ৰজা পোৱালীসকলেও সৈন্য সামন্ত লই মহাৰাজ নৰনাৰায়ণে বাহৰ পাতি থকা কামৰূপ জিলাৰ নগাঁও নামে ঠাইত উপস্থিত হ'লগৈ। মহাৰাজে এই বৃহৎ সৈন্য বাহিনীৰ ৰছদ-পাতিৰ যোগান ধৰি যুদ্ধৰ আখৰা পৰিদৰ্শন কৰিলে। ইতিমধ্যে গৌড়ৰ নবাবৰ মাকক সাপে খোটাৰ চিকিৎসা কৰি আৰোগ্য কৰাত তেওঁক মুক্তি দিয়াত গুছি আহিল। মহাৰাজে ভায়েকৰ মুক্তিৰ আপাহতে এখন বৃহৎ দৰবাৰ পাতি সকলো ৰজাকে বটা বাহন দি মিত্ৰতা সূত্ৰে আবদ্ধ হ'ল। তেওঁলোক সকলোকে এইদিনটোৰ স্মৃতি যুগমীয়া কৰি ৰাখিবলৈ একোটাকৈ সাতোলা মূৰ্ত্তি প্ৰদান কৰিলে। তেওঁলোকে বহাগ মাহৰ প্ৰথম সপ্তাহৰ পৰাই এই সাতোলা মুৰ্ত্তি উলিয়াই মেলা উৎসৱ পাতিবলৈ ল'লে। আমিও মাননীয় ডেকাদেৱৰ যুক্তি গ্ৰহণযোগ্য বুলি ভাবোঁ। কোঁচ-কমতাৰ প্ৰাধান্যৰ পিছত এই উৎসৱত আহোমৰ বা-বিষয়াৰ উপস্থিতিৰ তাৎপৰ্যৰ কাৰণ সেই সময়ত অসমত মূল ৰাজশক্তিৰূপে আহোমসকলহে আছিল।

মেলা উৎসৱত পোনপটীয়াকৈ জড়িত সম্প্ৰদায়কেইটা হ'ল কোঁচ, কাৰ্বি আৰু লালুংসকলহে। পাচোঁৰজীয়াৰ অঞ্চলত টোপাকুছিৰ ৰজাই উলিওৱা মেলাক 'বুঢ়া মেলা' বুলি কোৱা হয়। টোপাকুছি মেলাই প্ৰথম আৰম্ভ হয়। তাৰ পিছত পৰ্যায়ক্ৰমে বাৰপূজীয়া, মিকিৰগাঁৱা কাকমাৰি, ফুলগুৰি, সৰাগাঁও, খাইগড় আৰু চৰাইৰাহীৰ মেলা উলিওৱা হয়। মৰিগাঁও জিলাৰ দন্দুৱা মেলাই শেহতীয়া জেঠৰ ৯ তাৰিখে উদ্‌যাপন কৰা হয়। পাচোঁৰজীয়াসকলৰ টোপাকুছিৰ মেলা অগ্ৰগন্য আৰু সন্মানীয়। কিবা কাৰণত টোপাকুছিৰ মেলা পিছুৱাই গ'লে বাকী মেলাবোৰো পিছুৱাই নি-পূৰ্বৰ ক্ৰম অনুপাতে পালন কৰে।

মেলা উৎসৱৰ সপ্তাহ দিন আগৰ পৰাই ৰজাৰ ঘৰত মেলা উৎসৱৰ বিষয়বৰীয়াসকলে ৰজাৰ লগত আলচ কৰি সকলো কাম-কাজৰ ব্যৱস্থা লয়। মেলাৰ আগদিনা ৰজাৰ অধিবাস আৰু উপবাস। সেইদিনাই ৰাতি অস্ত্ৰ-শস্ত্ৰসমূহৰ নীৰাজনা বিধি (অস্ত্ৰ-শস্ত্ৰ ধাৰ দি পূজা কৰা) পালন কৰে ৰজাই। তেওঁক দুয়োটা দিনতে নোৱাই ধুৱাই সমাজত বহুৱায়। মেলাৰ দিনা ঢাল-তৰোৱাল আৰু ঢাল-বাৰু

লই বাৰব্ৰতীয়ে নাচি নাচি সবাতকৈ আগত যায়। তেওঁলোকৰ পিছে পিছে বৰঢোল বজাই এদলে বাৰব্ৰতীসকলক নচুৱাই আগবাঢ়ে। অন্য এটা দলে পাতিঢোল, পেঁপা বজাই নাচি নাচি আগবাঢ়ে। কেইজনমানে আকৌ কাঠ-বাঁহৰে তৈয়াৰ কৰা 'চৰাই লৌ' বুলি এটি নাচনী চৰাই নচুৱাই আগবাঢ়ে। তেওঁলোকৰ পিছত ৰজাঘৰীয়া সাতোলা (গোঁসাই) মুৰ্ত্তি কান্ধত লই দুজন লোক, তেওঁলোকৰ পিছত গায়ন-বায়নসকলে খোল, তাল, ডবা নাগৰা বজাই আগবাঢ়ে। তেওঁলোকৰো পিছত ডেকাৰজাই হাতেৰে ধৰি মেলি যোৱা ছাতিৰ তলত মূৰত মথুৰা পাগমাৰি ৰজা সোঁকাষে দলৈ আৰু পিছত অন্যান্য বিষয়া। একেবাৰে শেহত আয়তীসকলে নাম গাই যায়।

মেলাৰ থলিত পুৱাতেই কলপাতেৰে এখন সৰু ৰভা সজাই ৰখা হয়।। ইয়াকে ঠাট্ বোলে। ইয়াৰ পূবদিশত মাটিৰে এখন ওখ বেদী সজা হয় সাতোলা মূৰ্তিটো স্থাপন কৰিবলৈ। এই বেদী অলপ পিছুৱাই বাওঁহাতে ৰজা আৰু পাৰিষদসকল বহিবৰ বাবে অন্য এখন বেদী সজা হয়। ৰজাৰ সোঁহাতে ডেকাৰজা আৰু বাওঁহাতে দলৈৰ আসন। মেলাৰ থলিত সাতোলা মূৰ্ত্তিৰ সন্মুখত গায়ন-বায়ন আৰু আয়তীসকলে নাম প্ৰসঙ্গ কৰে। ডেকা ৰজাৰ নিৰ্দেশত বাৰব্ৰতীসকলে এডোখৰ চক্ৰাকাৰ ঠাই উলিয়ায়। ডেকাৰজাৰ নিৰ্দেশ ক্ৰমে বৰঢোল বাদকে প্ৰথমে ধীৰে ধীৰে পিছত কিছু খৰ ছেৱত বৰঢোল বজায়। বৰঢোলৰ ছেৱে ছেৱে সোঁহাতত এডাল তিনি-চাৰিহাত দীঘল বেত লই, বাওঁহাতে ঢাল লই দুজনে ঢাল বাৰু কেলে। এনেদৰে পালপাতি তিনি চাৰি জোৰা মানুহে ঢাল বাৰু খেলাৰ পিছত খেল সামৰা হয়। ই যুদ্ধৰ আখৰা— ইয়াত তৰোৱাল আৰুবাৰু ব্যৱহাৰ কৰিবলৈ দিয়া নহয়। কিবা অঘটন ঘটাৰভয়ত। গধূলি হোৱাৰ লগে লগে ৰজাৰ নিৰ্দেশত মেলালৈ যোৱাৰ লেখিয়াকৈ পৰিপাটীকৈ সকলোটি সাতোলা মূৰ্ত্তি আগত লৈ ৰজাক লগত লৈ ঘৰলৈ ওভতে। সাতোলা মূৰ্তিটো ৰজাৰ নামঘৰত স্থাপন কৰে। গধূলি সকলো প্ৰজাই পদুলিমুখত চাকি বন্তি জ্বলায়।

## ২৭৩। মৈদং ঃ

দুই আঙুলমান ডাঠ, দু আঙুলমান বহল আৰু চাৰি আঙুল দীঘল গাহৰীৰ চৰ্বিৰে তৈয়াৰী মঙহ। ইয়াক বিশেষ ধৰণেৰে কাটি উলিওৱা হয়। এই মাংসবোৰত কিঞ্চিৎ লোণ ছটিয়াই ভাজি অলপ ক্ৰিম ৰঙৰ কৰা হয়। তিৱাসকলৰ শ্ৰাদ্ধ ওৰফে কৰমতহে মৈদং দিয়াৰ প্ৰথা আছে। খেলৰ বৰজেলা, জেলা, গিয়াতী আৰু অন্যান্য সন্মানীয় লোককহে শ্ৰাদ্ধৰ ভোজভাত খাওঁতে মৈদং পৰিৱেশন কৰাৰ নিয়ম আছে।

## ২৭৪। মোহিনী বান / মোহিনী মন্ত্ৰ ঃ

কেৱল তিৱা সমাজতে নহয়, অসমৰ সকলো সম্প্ৰদায়ৰ মাজতে মোহিনী বান বা মোহিনী মন্ত্ৰৰ জৰিয়তে অমূৰি-আখতি কৰি থকা লোকৰ মন পোনাবলৈ মোহিনী মন্ত্ৰৰ প্ৰয়োগ কৰা হয়। ৰাজ মোহিনী, সমাজ মোহিনী, পুৰুষ মোহিনী, স্ত্ৰী মোহিনী আদি নানা বিধ ভাগত মোহিনী মন্ত্ৰৰ প্ৰয়োগ হয় হেনো। মোহিনী মন্ত্ৰৰ কথা ক'লেই সাধাৰণতে ডেকা ল'ৰা আৰু গাভৰু ছোৱালীক অনিচ্ছা স্বত্বেও পৰস্পৰক আসক্ত কৰিবলৈ কৰা মন্ত্ৰপূত ব্যৱস্থাৰ কথাহে মনলৈ আহে। মন্ত্ৰপূত তামোল পান, খিলিপান, মন্ত্ৰপূত ৰচী বা তাবিজ ধাৰণ কৰা, আদিৰ দ্বাৰা ল'ৰা বা ছোৱালীক বশ কৰিবলৈ কৰা ই এক তান্ত্ৰিক ব্যৱস্থা। আজিকালি এনে মোহিনী মন্ত্ৰই কাম দিয়েনে নিদিয়ে নেজানিলেও, পূৰ্বৰ কালছোৱাত মোহিনী মন্ত্ৰৰ দ্বাৰা এনে অসাধ্য সাধন কৰাৰ কথা শুনা যায়। মোহিনী মন্ত্ৰ বৰ বেছি দীঘল নহয়। ছোৱালীক বশ কৰিবলৈ কৰা মোহিনী মন্ত্ৰ সংগ্ৰহ এনেধৰণৰ—

শীতল পুখুৰী পিছল পানী
তাতে আছে কুম্ভকৰণী;
কুম্ভকৰ্ণে বোলে বাক,
অমুকীক আনি দিয়া মোক।
আহে হাতত ধৰি আন,
নাহে চুলিত ধৰি আন।
নধৰিবা চুলিত মই আপুনি যাওঁ
মই অমুকীয়ে অমুকাৰ লগ সঙ্গ কেতেবেলি পাওঁ। ইত্যাদি

## ২৭৫। যঁতৰ ঃ

কপাহ খেতি অসমৰ অসমীয়াসকলৰ একালৰ ব্যক্তিগত উদ্যোগৰ দৰে আছিল। পুৰঠ হ'লে কপাহৰ গুটিৰ পৰা কপাহবোৰ আঁতৰাই ৰ'দত দি শুকুৱায়। পিছত তুলাধুনা চাটনিৰে ধুনি পাজি বটে। এই পাজি যঁতৰত সূতা কাটি পাকৰি বটে।

যঁতৰ হ'ল— গোটা কাঠ এটুকুৰা গোলাকাৰকৈ কাটি-চেপেটা কৰি সোঁমাজতে চাৰিচুকীয়াকৈ এটি মজলীয়া ধৰণৰ ফুটা কৰে। গোলাকাৰ চক্ৰৰ পৰিধিৰ সোঁমাজেদি দুই চেণ্টিমিটাৰ দ'কৈ এটি সিৰলি কটা হয়। ইয়াত এডাল ৰচী দিয়া হয়। ৰচীডালক মালজৰী বুলি কোৱা হয়। চক্ৰটিৰ সোঁমাজৰ চাৰিচুকীয়া ফুটাইদি কাঠৰ গোটা এডাল শলখা চাঁচি কুণ্ডাই ভৰাই দিয়ে। হাতেৰেধৰিব পৰাকৈ ইংৰাজী এচ (S) আখৰটোৰ দৰে অন্য এডাল সঁজুলি দণ্ডডালত লগাই টানকৈ মাৰি দিয়া হয়।

দুহাতমান দীঘল, ছয় ইঞ্চিমান বহল এচটা কাঠত যঁতৰটো ৰাখিবৰ বাবে এফুটমান ওখ দুচটা কাঠ সংযোগ কৰি তাকো খুলি লোৱা হয়- সোঁহাতৰ মূৰত। বাওঁহাতৰমূৰতো যঁতৰৰ শলা স্থাপন কৰিবৰ বাবে চাৰি-ছয় ইঞ্চিমান ওখকৈ দুচটা কাঠ পূৰ্বৰ পথালি কাঠ চটাৰ ওপৰত স্থাপন কৰা হয়। পিছত মালজৰীডাল যঁতৰৰ পৰিধিৰ খাজত আৰু শলাডালৰ মাজভাগত দি হাতেৰে ঘূৰালেই সূতাকটাৰ উপযোগী যঁতৰটো হৈ পৰিব। এইটোৱেই অসমীয়াসকলৰ প্ৰাচীন যঁতৰৰ নমুনা। আজিকালি চাইকেলৰ ৰিঙৰ ব্যৱহাৰ কৰিও যঁতৰ তৈয়াৰ কৰা দেখা গৈছে। কোনো কোনোৱে মহাদেৱৰ ডম্বৰুটোৰ লেখিয়াকৈ বাহৰ কামিৰে অথবা কাঠিৰে বৈয়ো যঁতৰ তৈয়াৰ কৰি সূতা কাটিবলৈ দিয়া দেখা গৈছে।

## ২৭৬। যমলাখুটি ঃ

এবিধ জোপোহা ঔষধি গছ। ইয়াৰ পাত আৰু শিপা জণ্ডিচ ৰোগৰ মহৌষধ। তিৱাসকলে সাৰ বেমাৰত অৰ্থাৎ জণ্ডিচ ৰোগত যমলাখুটি আৰু ভুপৰ টেঙা ঔষধৰূপে ব্যৱহাৰ কৰে।

## ২৭৭। যোৰাই দিয়া ঃ

শালীনতা বিহীন অৰ্থত যোৰাই দিয়া এই খণ্ডবাক্যৰ প্ৰয়োগ হয়। কোনো আত্মীয় লোকক কোনো আত্মীয় মহিলাৰ সৈতে অশ্লীল সম্পৰ্ক থকা বুলি কৈ গালি-গালাজ পৰাকে যোৰাই দিয়া বুলি কয়। যেনে- অমুকক অমুকীৰ পৈয়েক যোৰাই দিছে, অথবা অমুকীক অমুকৰ ঘৈণীয়েক যোৰাই দিছে। ই গ্ৰাম্য সমাজত প্ৰচলিত এটি শালীনতাবিহীন খণ্ডবাক্য ইয়াৰ দ্বাৰা ব্যক্তিক সমাজত অপদস্থ কৰা হয়।

## ২৭৮। যোৰানাম ঃ

গাঁৱলীয়া ডেকা-গাভৰুৰ মাজত হোৱা প্ৰতিযোগিতা মূলক বিহুগীতৰ প্ৰচলনকে নামৰ যোৰা লগা বোলে আৰু গীতসমূহক যোৰানাম বোলে। ধান, মৰাপাট চিকুণাওঁতে, ধান কাটোতে গাভৰুসকলৰ নিজৰ মাজতো নামৰ যোৰা লাগে। কেতিয়াবা ডেকা-গাভৰুৰ মাজতো নামৰ যোৰা লাগে। এই যোৰা নামত ডেকাই গাভৰুক আৰু গাভৰুৱে ডেকাক গীতৰ মাধ্যমেৰে জব্দ কৰে; আৰু গীতৰ মাধ্যমেৰে মোকলায়। ই এবিধ গীতৰ প্ৰতিযোগিতা। অধিক গীত পৰিৱেশন কৰি বিপক্ষক ব্যতিব্যস্ত কৰি পৰাস্ত কৰিব পৰাজনেই প্ৰতিযোগিতাত জয়ী হয়। বিহু বা অন্য উৎসৱত আকৌ ডেকা গাভৰুৰ মাজত বিহুগীতৰে বন্ধা আৰু মোকলোৱা পদ্ধতিৰে যোৰানাম গোৱা হয়। ৰাতি সেৱাৰ সচঞ্চতো ভকতসকলৰ মা স্ত ভকতীয়া

গীতৰ মাধ্যমেৰে বন্ধা-মেলা কৰা যোৰানাম গোৱা হয়। বিয়ানামৰ দক্ষতাৰ ওপৰত যোৰা লাগে। আগৰ কালছোৱাত ডেকা-গাভৰুৰ মাজত হোৱা যোৰানামত গাভৰুক নামত হৰুৱাই লৈ আহি বিয়া কৰোৱা, যোৰানামত গাভৰুৱে ঘৰ জোঁৱাই ৰখাৰ অনেক উদাহৰণ আছে। ৰামধেনুৰ যুগৰে বৰ্ষীয়ান তিৱা লেখক আৰু গীতিকাৰ শ্ৰীবলাইৰাম সেনাপতিৰ সংগ্ৰহৰ পৰা চাৰিটা যোৰানামৰ বন্ধা আৰু মোকোলোৱাৰ উদাহৰণ চোৱা যাওক। ৰাতি সেৱাৰ সচণ্ডত গোৱা যোৰানামঃ

ভকত ঃ (প্ৰশ্ন) কোন থানৰ চাকৰি আহিছা বাগৰি
সাঁজৰ গুৰি কথা কোৱা;
সাঁজৰ গুৰি কথা ক'ব যদি নোৱাৰা
হাতৰ সাঁজ মাটিতে থোৱা।

চাকৰি (উত্তৰ) শঙ্কৰৰ জীয়ৰী মাধৱৰ বোৱাৰী
মোৰে নিজেমতী নাওঁ;
ৰসেপুৰ নগৰৰ ৰসে নমাই আনি
গুৰুৰে চৰণত থওঁ।

চাকৰি (প্ৰশ্ন) ওলাই জিকমিকে হাবিৰ বনকুকুৰা
ওলাই জিকেমিকে তৰা;
ওলাই জিকেমিকে আমাৰে বন্ধুদেউ
আহিছে কোনখিনিৰ পৰা। ইত্যাদি

ডেকা-গাভৰুউৰ মাজত হোৱা বিহুগীতৰ যোৰাৰ দুটা উদাহৰণ—
কেঁচা তামোলটোৰ কিমান টান বাকলি
লেচেৰাই কাটিব পাৰোঁ;
ক'ৰ যম্বা আহিছ ভয়ঙ্কৰ নামতী
যেঁচা যেন কৰিব পাৰোঁ।

গাভৰু (উত্তৰ) এখুজি দুখুজি দিওঁতে তিনিকুজি
লৰিল ক'লাফুলৰ মঙহ;
কেটেৰানো মাৰি জোকাই তই নলবি
আমি কেঁচাই খোৱাৰ বঙহ।

ডেকাঃ (প্ৰশ্ন) বাঁহৰে আগলৈ চাই পঠিয়ালো
বাঁহৰ কোনডালি পোন;
শপত খাই কচোন মৰমৰ বহনা
তই ভালপোৱা কোন?

গাভৰু ঃ (উত্তৰ) তিনি যোৰা দিয়া কাঠৰে নাঙলটি

তিনি যোৰা দিয়া ফাল;
তিনি যোৰা দিয়া গাঁৱৰে চলাইতাৰ
এটাকো নেপালোঁ ভাল।

**২৭৯। লাংখুন পূজা ঃ**

ভৈয়ামৰ তিৱাসকলে মঙ্গল আৰু বুধবাৰে দুদিনীয়াকৈ মালকুঠাৰ পূজা উৎসৱ পালন কৰে। এওঁলোকৰ উৎসৱত গীত মাতৰ পয়োভৰ নাই। পূজা সম্পন্ন হোৱাৰ পিছত ফুলাই লোৱা মালবাৰী হাতত লৈ মানুহৰ নঙলা-জেওৰা-জপনাত কোবাই অশৰীৰি দেৱতাক খেদি নি পূৰ্বৰ মালবাৰীবোৰ পেলোৱা ঠাইত মালবাৰীসমূহ পেলাই দিয়েগৈ। লগতে মালঠাকুৰ দেৱতাৰ বাবে সজা বেদীখনো চাৰিজন লোকে কান্ধত লই আগবাঢ়ে। দেৱতাই উক্ত বেদীত ভৰ কৰিলে বহু ওজন হয় হেনো। মালঠাকুৰ দেৱতাৰ পূজা কৰিলে গাঁৱৰ পৰা শনি-ৰাহু-কেতুৰ কুদৃষ্টি, অপদেৱতাৰ উপদ্ৰৱৰ পৰা ৰাইজ ৰক্ষা কৰে বুলি বিশ্বাস।

অন্যহাতে পাহাৰীয়া আৰু দাঁতিয়লীয়া তিৱাই পালন কৰা মালঠাকুৰ পূজা ওৰফে লাংখুন পূজা আৰম্ভণিৰে পৰা গীত-মাতৰে পৰিপূৰ্ণ। পাহাৰীয়া তিৱাই কাতি মাহৰ শেহত অথবা আঘোন মাহৰ আৰম্ভণিতে চাৰিদিন ধৰি লাংখুন পূজা পালন কৰে। পূজা সোমবাৰে আৰম্ভ কৰি বৃহস্পতি বাৰে সামৰণি মাৰে। উৎসৱ আৰম্ভ কৰাৰ আগৰ শনিবাৰৰ দিনা চাংদলৈ, চাংমাজি, কৰাইমাজি, দলৈ, হাতাৰী, লৰ প্ৰভৃতি ডেকাচাঙৰ বিষয়ববীয়াসকলে দেউৰীৰ ঘৰত গোটখাই লাংখুন পূজা উৎসৱৰ আলোচনা কৰে। পিছদিনা লৰ', চাংমাজি প্ৰমুখ্যে চামাদিৰ ডেকাসকলৰ সৈতে পাহাৰৰ এজোপা ধুনীয়া বিজুলী বাঁহ বিচাৰি উলিয়ায়। তাৰ তলখন কোৰেৰে চাফা কৰি চাচি-চুৰুকি কলপাত এজাপ পাৰি তাৰ ওপৰত সাতখন তামোল-পান দি লগত নিয়া লাউৰ পৰা অলপ মদ বাকি দি বাঁহৰ সৃষ্টিকাৰী দেৱতা আৰু বাঁহৰ ৰজা ছালজাক, বিজুলী কুঁৱৰীক আনিবলৈ অনুমতি বিচাৰি স্তুতি কৰে। বাঁহ কটাৰ অনুমতি দিছেনে নাই জানিবৰ বাবে দুছটা ফলা বাঁহ মহাদেৱৰ নামলৈ ওপৰলৈ মাৰি পঠাব। বাঁহ দুফাল চিত্ হৈ পৰিলেই ঈশ্বৰৰ পৰা অনুমতি পোৱা বুলি জানিব আৰু ডেকাসকলক বাঁহ কাটিবলৈ লৰই আদেশ দিব। তেওঁলোকে ধুনীয়া চাই আগেৰে সৈতে ১৮ ডাল বাঁহ কাটি আনিব। ওচৰে পাজৰে থকা মদাৰ গছ বিচাৰি ১৮ টা ডাল কাটি কটলাই আনি চাংঘৰ পোৱা বহি। দেওবাৰৰ দিনা পূজা কৰা ঠাইখিনি চাঁচি-চুৰুকি পৰিষ্কাৰ কৰিব। পাহাৰৰ পৰা গুকান খৰি বিচাৰি আনিব। পানী আৰু লাউপানী খাবৰ বাবে বাঁহৰ চুঙা কাটি প্ৰস্তুত কৰি থ'ব।

সোমবাৰে নিচেই পুৱাতে ডেকাসকলে চামাদিত ৰাখি থোৱা ১৮ডাল

বাঁহৰ আখিবোৰ কাটি পাবৰ পৰা গাঁঠিৰ ওচৰলৈ ওভোতাকৈ চাঁচি ফুলাই পেলায়। ইয়াত গছ্-পাত খুন্দি, হালধি চূণ আদি একত্ৰিত কৰি বিভিন্ন ৰং কৰি তাত ঘঁহি চিত্ৰিত কৰে। মদাৰ গছৰ ঠালবোৰো বাকলি গুচাই চাঁচি ফুলাই তাতো ছাই, হালধি, চূণ আদিৰে তৈয়াৰ কৰা ৰঙেৰে বোলাই পেলায়। ফুলাই ৰখা বাঁহৰ লাখুটি কেইডালক কোৱা হয় লাংখুন আৰু চাৰিহাতমান দীঘলকৈ কাটি ফুলাই লোৱা মদাৰৰ লাখুটি কেইডালক মালবাৰি বোলে। লাংখুন কেইডাল ডেকাচাঙৰ চতিত তুলি থ'ব আৰু মালবাৰীবোৰ ডেকাচাঙৰ পূব দিশত শাৰী শাৰীকৈ মাটিত পুতি থ'ব।

আবেলি খাই বই আহি চামাদিৰ বিষয়ববীয়া, ডেকা-বুঢ়া সকলোটিয়ে চাংঘৰত গোট খাব। চাংদলৈ-চাংমাজিয়ে এলাউ মদ আৰু তামোল পান এবটা দেউৰীক আগবঢ়াই দি খ্ৰাম, থোৰাং আদি বাদ্যসমূহ খুজি ডেকাচাঙলৈ আনিব। ডেকাসকলে চামাদিত নৃত্য গীত কৰি ৰাতিটো কটাব। পিছদিনা মঙ্গলবাৰে দোক মোকালিতে ডেকাসকলে হাতে-হাতে মালবাৰীবোৰ লৈ আদামবাৰ' দি উকিয়াই গাঁৱৰ গৃহস্থসকলৰ ঘৰৰ বেৰ, জেওৰা-জপনা, নঙলা-তাঁতি আদিত কোবাই কেনেবাকৈ অপদেৱতাই ঘৰত থিতাপি লৈছে যদি সিবিলাকক কোবাই খেদি নিয়াৰ দৰে লৈ যায় আৰু গাঁৱৰ পশ্চিমমূৰত পূৰ্বতে পেলাই দি থৈ অহা ঠাইত বধ শপত দি মালবাৰীবোৰ পেলাই দিয়েগৈ। তিৱা সকলে বিশ্বাস কৰে যে, – তেনে কৰিলে গাঁৱত থিতাপি লোৱা ভূত -প্ৰেত, অপদেৱতাবোৰ পলাই যাবলৈ বাধ্য হয়। সেই দিনাও গধূলী ডেকাসকলে চামাদিত নৃত্যগীত কৰে।

বুধবাৰে পুৱা ১০ মান বজাত লৰ', দেউৰী, চাংদলৈ, চাংমাজি আদি বিষয়াসকলে প্ৰতিঘৰ মানুহৰ পৰা একোটাকৈ ডেকেহুৱা মগলা চৰাই এলাউকৈ মদ লই পূৰ্বতে চাঁচি-চুৰুকি থোৱা ঠাই খিনিলৈ যায়গৈ। পৰিস্কাৰ কৰা ঠাইত লৰই ঊনৈশ জাপ কলপাত আৰু চাৰিভাই - চাৰি কৰাৰ নামত বেলেগে এজাপ কৌপাত পাৰিব। চাৰিভাই চাৰি কৰাৰ পাতত চাউল ওপচাই দি তাত এটা ৰূপৰ আঙুঠি দিব আৰু আঙুঠিটোৰ ওপৰত এটা চৰাইৰ কণী থাপিব। বাকীবোৰ পাতত কমকৈ চাউল, তামোল পান দিব। একেবাৰে সোঁমাজত মহাদেউ সোঁসাইৰ পাতজাপ থাকিব। ইয়াৰ আগত এখন দলিচাৰ দৰে বাঁহৰ কাঠিৰে চাং সাজি খুটি পুতি ৰাখিব। প্ৰথমেই ফা-মহাদেউ আৰু পিছত চাৰি-ভাই চাৰি কৰা, বাঘদেউ আদি নামে নামে পূজা কৰি চৰাইবোৰ উচৰ্গা কৰিব। তেজবোৰ উত্তৰৰ পৰা দক্ষিণলৈ পাতবোৰত বাকী দিব। পেটফালি তাৰ পেটুবোৰেৰে মঙল চাই পেটুবোৰ দীঘলে দীঘলে উত্তৰৰ পৰা দক্ষিণলৈ পাতবোৰত পাৰি দিব। চৰাইবোৰ ডেকাসকলক পুৰি-কাটি বাচিবলৈ দিব। ভাণ্ডাৰীয়ে ৰন্ধা-বঢ়াৰ কামবোৰ কৰিব। চৰাইৰ পোৱা

ডেউকা, কলিজা আদি লৰক দিব। লৰই পূজা কৰি দেৱতাৰ পাতে পাতে উচৰ্গিব। পিছত ৰাইজে লাউপানী আৰু পিছত ভাত পানী খাই ঘৰলৈ আহিব। গধুলি ল'ৰাবোৰে নৃত্য কৰে চামাদিত - আগেয়ে চতিত তুলি থোৱা লাংখুনবোৰ হাতে হাতে লই। সেই কেইদিন চামাদিত অহৰহ নৃত্য চলে - খ্ৰাম - থোৰাঙৰ বাদ্যত চামাদি মুখৰিত হৈ থাকে। দোকমোকালি হোৱাৰ লগে লগে লাংখুনবোৰ হাতে হাতে লই নাচি নাচি মালবাৰীবোৰ পেলোৱা ঠাইতে মিন্দাইফা মহাদেউৰ স্তুতি কৰি দেশৰ পৰা অপায়-অমঙ্গল দূৰ কৰি সকলোকে সুখ-শান্তি দিবলৈ প্ৰাৰ্থনা কৰি সেইবোৰ পেলাই দি গুছি আহে।

আবেলি ডেকা-বুঢ়া সকলোৱে চামাদিত গোট খায়। খ্ৰাম, থোৰাং আদি বজাই চামাদিৰ চোতালত নৃত্য কৰে। পিছত চাংদলৈ, লৰ' চাংমাদি আদি বিষয়ববীয়াৰ ঘৰলৈ গৈ নৃত্য কৰি চেনাফলা মাছেৰে লাউপানী খায়। গধুলি চামাদিত নৃত্য গীত কৰি ফা-মাহাদেউ আৰু চাৰি ভাই-চাৰিকবাক স্তুতি কৰি - চাংমাজিৰ সাক্ষাততে সকলোবোৰ বাদ্যযন্ত্ৰ ডেকাচাঙত তুলি থৈ লাংখুন পূজাৰ সামৰণি পেলায়।

## ২৮০। লাহনি/লেহেতি ঃ

কঠিয়া পাৰিবলৈ নাইবা মাছ ধৰিবলৈ পুখুৰী সিচাত লগতে খেতিৰ পথাৰত পানী দিবৰ বাবে আগৰ কালত পানী সিচাত ব্যৱহাৰ কৰা যতনকে লাহনি বা লেহেতি বোলে। ইয়াক বাঁহৰ তমালেৰে ডলা-খৰাহীৰ দৰে বৈ জাকৈখনৰ লেখিয়াকৈ সাজি উলিওৱা হয়। পিছত ডাঙৰ মূৰটোৰ ফালে ভাঁজ কৰি অৰ্দ্ধ চন্দ্ৰাকৃতি কৰি লোৱা হয় — ইয়াত দুছটা মজলীয়া ডাঠ তমালেৰে বান্ধি মুখি লোৱা হয়। এইখিনিতে এডাল বাঁহৰ গোটা শলি মজবুতকৈ বান্ধি দিয়া হয়। এই শলিডালৰ সোঁমাজত পৰাকৈ আগলি বাঁহ অথবা বিজুলী বাঁহৰ তিনি চাৰিহাত দীঘল নাল এটা লগাই বান্ধি দি জোঙা ত্ৰিভূজৰ দৰে অংশৰ লগত নালটো মজবুতকৈ বান্ধি দিয়া হয়। নালত ধৰি নাচাপৰাকৈ পানী সিঁচিব পাৰি। আজি কালি মিঠাতেল বা কেৰাচিন তেলৰ টিন কাটি তিনিকোণীয়া কৰিও লাহনি বা লেহেতি সাজি পানী সিঁচা দেখা যায়।

## ২৮১। লুকালুকি/লুকাভাকু খেল ঃ

সৰু সৰু ল'ৰা-ছোৱালীবোৰে তিনি চাৰিজন লগলাগি লুকালুকি বা লুকাভাকু খেলে। তেওঁলোকে এজনক চকুত হাত দি বা চকুত কাপোৰ বান্ধি থৈ বাকীসকলে ঘৰৰ ভিতৰত বা অন্যঠাইত লুকাই থাকি সুহুৰিয়াই লুকাই হ'ল বুলি জনায়। চকুমুদাই থোৱাজনে কাপোৰ খুলি বাকীসকলক বিচাৰি ফুৰে। যিজন কেইই প্ৰথমে

পায় সেইজন মৰে। পিছত তেওঁ চকুমুদি থকাৰ পাল পৰে। এইদৰে পাল পাতি লুকাভাকু খেল খেলে।

## ২৮২। ৰইনা ঃ

তিৱা লোকসকলে চোতালত ধান মেলা আৰু চপোৱা কাম কৰিবলৈ প্ৰায় এফুটমান দীঘল আৰু চাৰি ইঞ্চিমান বহল লগতে এক ইঞ্চিমান ডাঠ কাঠ এটুকুৰা চাঁচি লয়। ইয়াৰ হাতেৰে ধৰাফাল ডাঠকৈ ৰাখি ধান মেলা বা চপোৱা ফালটো পাতল কৰি অৰ্দ্ধচন্দ্ৰাকৃতি কৰি লয়। মানুহে উখোৱা ধান বা আঁৰৈ ধান ইয়াৰে চপোৱা মেলা কৰা চোতালত। ইয়াকে ৰইনা বোলে। ই ধান-মাহ-সৰিয়হ চপোৱা-মেলা কৰা যতন। কিন্তু সৰহ ধান মাহ-চপোৱা মেলা কৰিবলৈ অলপ মজলীয়া ধৰণৰ এহাতমান দীঘল ৰইনা সাজি তাৰ ডাঠ অংশৰ ফালে আধা ইঞ্চিমান তলত সোঁমাজতে এটি ডাঙৰ ফুটা কৰি বাঁহৰ আগলিৰে চাৰি-পাঁচ ফুট দীঘল এডাল নাল লগাই লয়। চুটি ৰইনাক হাত ৰইনা বোলে।

## ২৮৩। ৰচকী ঃ

মুখত অনবৰতে হাঁহিটো লগাই, ধুন-পেচ মাৰি, তামোলৰ সেলেঙি মুখত লগাই চটৰ-বটৰকৈ ঘূৰি ফুৰা তিৰোতাক ৰচকী তিৰোতা বোলে। খোজকাটল চঞ্চল, কথা-বতৰাত খৰ-পচ এনে পৰ্য্যায়ৰ তিৰোতাক গ্ৰাম্য সমাজত অলপ হেয় দৃষ্টিৰে চোৱা হয়। ৰচকী শব্দটোও অলপ হেয়বাচক।

## ২৮৪। ৰাও ঃ

ৰাও শব্দে চিএৰ-বাখৰ আৰু আটাহ পৰা বুজায়। চিএৰ বাখৰ কৰি অন্য মহিলা বা পুৰুষৰ লগতে সমানে মুখ চলোৱা তিৰোতাক সমাজত ৰাউনী তিৰোতা বোলে। ৰাও, শব্দে ইতৰ প্ৰাণীৰ চিএৰ-বাখৰ বুজালেও দন্দুৰী অৰ্থত মহিলাৰ ক্ষেত্ৰত ৰাউনী শব্দৰ প্ৰয়োগ কৰা হয়। ই ৰাও শব্দৰ পৰা পোনে পোনে অহা স্ত্ৰীলিঙ্গ শব্দ। আমাৰ সমাজত এবাৰ কথাৰ প্ৰচলন আছে বোলে- 'ৰাওতে চিন, শিয়াল পথৰা' অৰ্থাৎ কথাতেই ধৰিব পাৰি ব্যক্তিজন নোমটেঙৰ-চালাক-চতুৰ।

## ২৮৫। ৰাতি সেঁৱা ঃ

ৰাতিসেৱাক ভিতৰ সেঁৱাও বোলে। কোনো কোনো ঠাইত এই সেঁৱাক থেকেৰাফুলীয়া সেঁৱাও বোলে। জনবিশ্বাস প্ৰচলিত যে থেকেৰাফুল ৰাতিহে ফুলে আৰু ৰাতিয়েই সৰি পৰে। মানুহে দেখা নাপায়। ইয়াৰ দ্বাৰা এই সেঁৱাক গোপনে পালন কৰা সেঁৱা বোলে। যদিওবা এই সেঁৱাত শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ

নাম উল্লেখ আছে— ইয়াৰ আদব-কায়দা তান্ত্ৰিক আৰু আমিষ আহাৰৰ ব্যৱস্থা থকা হেতু- বৈষ্ণৱ মাৰ্গী সকলে ইয়াক অৰীতিয়া ধৰ্ম বুলি গন্য কৰে। চুতীয়া, আহোম, ফাকেয়াল আদি লোকৰ মাজতো এই সেঁৱাভাগৰ প্ৰচলন আছে। লালুংসকলৰ বিশ্বাস প্ৰচলিত আছে যে- পূৰ্বাপকৰ মানি চলা এই সেঁৱা নকৰিলে মানুহৰ ঘৰে মাটিয়ে উচন কৰে। বংশত চাকি জ্বলাবলৈ কাকো নেৰাখে। এই শাক্ত পন্থীয়া কেঁচাইখাতী পূজাৰ লেখিয়া।

ৰাতি সেঁৱা বছৰটোত দুবাৰ পতা নিয়ম। অনাড়ম্বৰভাৱে পালন কৰা সেঁৱাটোক আঁৰৈয়া বা ডাঙৰীয়া সেঁৱা বোলে আৰু মূল সেঁৱাক কয়- বৰসেঁৱা। ৰাতি সেঁৱা পালন কৰা ঘৰটোক সচং ঘৰ বোলে। গচংঘৰত কোনো মুৰ্ত্তি নেথাকে। এডাল ওখ কাঠৰ গছাত মিঠাতেলেৰে বন্তি জ্বলায়। এই বন্তিগাছিয়ে উপাস্য দেৱতা আৰু সচঙৰ প্ৰতীক। এই গছাটিক অতি পবিত্ৰ বুলি ধৰা হয়। এই গছাত আনুষ্ঠানিকতাৰে বন্তি জ্বলোৱাকে ধ্বজ জ্বলোৱা বুলি কোৱা হয়। সাধাৰণতে কাতিমাহত আঁৰৈয়া সেঁৱা আৰু জেঠমাহত বৰসেঁৱা পতা হয়।

সচং ঘৰৰ কোঠালি দুটা। ইয়াক সেঁৱা ঘৰো বোলে। এটা কোঠালিত ভকত বহে অন্যটোত ৰন্ধা-বঢ়াৰ কাম চলে। দুয়োটা কোঠাৰ মাজতে এখন বেৰ আৰু ইয়াৰ উত্তৰফালে এখন দুবাৰ থাকে। দুৱাৰমুখত এজন ভকত থাকে; এওঁক ৰখীয়া ভকত বোলে। এওঁৰ মুখামুখিকৈ ধ্বজক সন্মুখত ৰাখি, দক্ষিণ দিশত বুঢ়া ভকত আৰু গুৱাকটীয়া ভকত বহাৰ নিয়ম। এওঁলোকৰ পিছফালে অন্যান্য ভকত সকল বহে। পশ্চিমফালৰ আন এটা শাৰীত কেইগৰাকীমান ভকত বহি মাজৰ ঠাইখিনি খালি কৰি ৰখা হয়। ৰান্ধনিশালৰ কোঠাটোত চাকৰি দুজনা, সাজনী আৰু পাচনিৰ বাহিৰে অন্য কোনো লোক নাথাকে। সেই কোঠাতে সেঁৱাৰ বাবে সাঁজ (মদ) ৰখা হয় আৰু প্ৰসাদ ৰন্ধা হয়।

বৰ সেঁৱাৰ বাবে বুঢ়াভকতৰ নিৰ্দেশত আৰু ৰাইজৰ অনুমতিক্ৰমে চান্দা-বৰঙণি তোলা হয় আৰু তাৰে এটি নিখুঁত ক'লা (গাহৰী) তিনিযোৰা ৰঙা-ৰাঙী পখী (চৰাই), সৰু ৰঙা চৰাই এযোৰ লগতে বগী চৰাই এজনী মুঠ ন-টা পখী, মিঠাতেল, মছলা আদি কিনা হয়। সেঁৱাকাৰ্যৰ ১০/১২ দিনমান আগতেই প্ৰতিঘৰ গৃহস্থৰ পৰা মজলীয়া ধৰণৰ বাতিৰে এবাতিকৈ চাউল পাচনীয়ে সংগ্ৰহ কৰি আনে। সেই চাউলৰে বুঢ়া ভকতে চাকৰি, সাজনী, পাচনী আৰু পাৰিষদ ভকতসকলৰ লগলাগি সাঁজ ৰান্ধে। তাকে সাঁজ মৰা বোলে। সাঁজ মৰাৰ পূৰ্বে পাভতি চাঙত তুলি থোৱা পিতৃধ্বজ আৰু মাতৃধ্বজ, মাটিৰ চাকি দুটা আৰু চৰু নমাই আনি আগলি কলপাতৰ ওপৰত ৰাখে। তেতিয়া কলপাতৰে ধ্বজৰ গুড়িৰ সমানকৈ আঠ কোণীয়াকৈ ছক্ দুটা কটা হয়। এই ছক্ দুটা এটা নিৰ্দিষ্ট ঠাইত পাৰি দিয়া হয়,

তাৰ ওপৰত ধ্বজ স্থাপন কৰা হয়। ধ্বজৰ ওপৰত পুনৰ ছুক্ বহুৱাই দি তাৰ ওপৰত মিঠাতেলৰ চাকিটো বহুৱাই দিয়া হয় শ্ৰদ্ধাসহকাৰে। কোনো মানুহে ৰৰঘৰ বা সেঁৱা ঘৰৰ নামত শপত খালে এযোৰ পখী, এলাউ মদ আৰু এবটা তামোল-পান জৰিমনা দি ৰৰঘৰ বা সেঁৱা ঘৰৰ শপতৰ পৰা মুক্ত হ'ব লাগে। জেলা বা বুঢ়াভকতে ৰৰঘৰ অথবা সেঁৱা ঘৰৰদেৱতাৰ নামত এটি চৰাইৰ কণী কাটিব লাগে। কণী জীৱৰ প্ৰতীক, ইয়াৰ বিনিময়ত শপতগ্ৰহণকাৰীৰ জীৱন ৰখা পৰে অথবা সচংঘৰত প্ৰৱেশ কৰিব পাৰিব। অন্যথা তেনে ব্যক্তিৰ কিবা দুৰ্ঘটনা ঘটিব পাৰে। ইয়াকে 'কিৰা ভঙা' বোলে। পাৰিষদ ভকতসকলে কলডিল পচলা, লাউ, কোমোৰা আদি কুটি-বাছি দিব। নতুন উধান পাতি পিঠা-পনা সাজিব, কৰাই-মাহ ভাজিব। কেইজনমানে কলপটুৱাৰ ডোনা সাজিব। ধ্বজৰ ওচৰতে ডাঙৰ আগলি কলপাতত এথোক পকাকল, ওচৰতে তৰকাৰী, ভজা পিঠা-পনাৰ পাচিৰ ওপৰত কলপাত দি এখন খনীয়া তামোল আৰু এটা জুইৰ জোৰা ৰাখিব। ভজা পিঠাগুৰি, আখৈৰ টোপোলা, পায়স, ভজা গোটা মাটিমাহ, কৰাই আৰু তিনিটা তামোল-পানৰ বটা সজাই থ'ব। ধ্বজৰ দক্ষিণপালে এঁৱা পিঠাগুৰিৰ টোপোলা, জহাচাউল, মগুমাহ, ফুল, কণী এযোৰ, শলিতাৰ বাবে এঁৱা সূতা, পকামিঠৈ তামোল-পান আদি থোৱা হয়।

ৰাতিসেঁৱা নামটোৱেই প্ৰকাশ কৰে— ই গোপনে কৰা অনুষ্ঠান। সচঙৰ ভকতসকলে সুৰ লগাই পূৰ্ণ স্বামী শঙ্কৰ চৰণ তলত ঠাই ভিক্ষা কৰি বিছাৰৰ গীত গায়। এজাপ আগলি কলপাতত শংকৰৰ নামত এযোৰ আৰু মূলৰ নামত এযোৰ গুৱাপাণ দি আগলি কলপাতেৰে ঢাকি দিয়ে। ইয়াৰ চাৰিও চুকত চাৰিটা তামৰ পইছা দিয়ে। ইয়াৰ দক্ষিণ ফালে আগলি কলপাত এজাপত চৰুৰ মাননী ৰূপে এযোৰ গুৱাপাণ আগবঢ়ায়। সেই সময়তে ভিতৰৰ কোঠাত চাকৰিয়ে মাতৃধ্বজ জ্বলাই দিয়ে।

সেই সময়তে কেইজনমান ভকতে সেঁৱাৰপহু (গাহৰী) পখী (চৰাই) কেইটা গা-পা ধুৱাই ভিতৰলৈ আনিব। ধ্বজৰ ওচৰত এখন ডাঙৰ আগলি কলপাতত পহুটি শুৱাই দিব। সেই ঠাইত চাৰিজন ভকত থাকিব। উত্তৰ আৰু দক্ষিণ দিশত ভকতসকলে জুযোৰকৈ পখী হাতত ল'ব। পশ্চিমফালে বহা ভকত এজনে বগী পখীজনীৰ দায়িত্বত থাকিব। এইদৰে উচৰ্গা কৰিব লগা পহু আৰু পখীবোৰ যথাস্থানত ৰাখি পহুৰ মুৰ শিতানত এখনি আগলি কলপাতত এযোৰ তামোল-পান, এগছি শলিতা জ্বলাই দিয়ে। বাকী প্ৰতিটো পখীৰ বাবে একোখনকৈ কটা তামোল-পান আগবঢ়াব। চাকৰি গৰাকীয়ে জলফুলৰ বাত্তি এটা হাতত লই প্ৰথমে পহুৰ মুৰত, পিছত সকলো ভকতে শঙ্কৰ গুৰুৰ ওচৰত ক্ষমা প্ৰাৰ্থনা খুজি জীৱন উৰুৱাব

বিচাৰৰ গীত পৰিবেশন কৰিব। বিচাৰৰ গীত গোৱাৰ লগে লগে পহু আৰু পখীৰ দায়িত্বত থকা ভকতসকলে জীৱক লয় নিয়াবলৈ চেষ্টা কৰিব। বিচাৰ শেষ হোৱাৰ লগে লগে পহু আৰু পখীৰ জীৱ যেতিয়া লয় পায়, তেতিয়া পুনৰ স্তুতি কৰিব আৰু স্তুতি শেষ হোৱাৰ লগে লগে বাহিৰত থকা ভকতসকলে পহু আৰু পখী কেইটা বাহিৰলৈ নি পুৰিকাটি ৰন্ধাৰ বাবে ব্যৱস্থাৰ কৰিব।

ৰন্ধাৰ কাম শেষ হোৱাৰ ওপৰত লগে লগে মুখ্য চাকৰিয়ে এটি কৰণিত চাৰিটা তামোল-পান, তাৰ ওপৰত এগছি শলিতা জ্বলাই বহি বহি ধ্বজৰ ওচৰলৈ যাব। তেওঁ ধ্বজৰ গুৰিত আগলি কলপাত এজোপ পাৰি ভজা পিঠাগুৰি, কলফুলৰ ভজা, পখীৰ ভজা, পায়স, পিঠাপনা ইত্যাদি ওপচাই দিব। ধ্বজৰ পশ্চিমলৈ বুঢ়াভকত, খুটিপতীয়া ভকত আৰু গুৱা কটীয়া ভকতৰ সম্মুখত এঁৱা পিঠাগুৰিৰে পূবা-পশ্চিমাকৈ ন-ডাল আৰু উত্তৰা-দক্ষিণাকৈ ন-ডাল আঁচ টানিব। সেই আঁচৰ ওপৰত ডোনা চাৰিটা বহুৱাই দিব। দক্ষিণৰ ডোনা দুটাত ন ভাগকৈ মাহ-চাউল, ন-চকলকৈ কল আৰু ন টাকৈ গুড় সনা লাডু দি তাৰ ওপৰত ন খনকৈ তামোল পান দিব। তাৰ পিছত সেন্দুৰ সনা কণী দুটা, ডোনা দুটাত বহুৱাই দি ফুল ছটিয়াই দিব। উত্তৰৰ ডোনা দুটাত ভজা বা ৰন্ধা সকলো বস্তুৰে অলপ অলপকৈ দি মূলৰ পখীবোৰ গোটে গোটে ডোনা দুটাত বহুৱাই দিব। তাৰ ওপৰত চাৰিডাল শলিতা জ্বলাব। পিছত তাত থকা সকলো ভকত আৰু ৰাইজে স্তুতি কৰি আশীৰ্বাদ ল'ব আৰু চাৰিজন ভকতে ডোনা চাৰিটা মূৰত লই নিৰ্জন ঠাইৰ এজোপা ডাঙৰ বিৰিখৰ তলত দি থৈ আহিব। তেওঁলোক ঘূৰি অহাৰ পিছত ভকতসকলৰ মাজত ৰন্ধা-বঢ়া কৰা প্ৰসাদ বিতৰণ কৰিব। পিছত স্তুতি গীতৰে সেঁৱাৰ সামৰণি মাৰিব। (বলাই সেনাপতি)।

## ২৮৬। ৱানঝুৱা/পিঠাগুৰি খুন্দা উৎসৱ ঃ

তিৱা ভাষাত 'ৱান' শব্দে পিঠা আৰু পিঠাগুৰি লগতে 'ঝুৱা' শব্দে খুন্দা বজায়। বা গুৰি কৰা বুজায়। পিঠাগুৰি খুন্দা উৎসৱ— কৃষি কাৰ্যৰ লগত জড়িত। এই উৎসৱ আহিন আৰু কাতি মাহৰ ভিতৰতে পালন কৰা হয়। এই উৎসৱটো ব্যয় বহুল আৰু সেয়েহে প্ৰতি পাঁচ বছৰৰ মূৰে মূৰেহে ইয়াক পালন কৰা হয় পাহাৰত।

'ৱান ঝুৱা' বা পিঠাগুৰি খুন্দা উৎসৱৰ ক্ষেত্ৰত, তিৱাসকলৰ মাজত দুটা জনশ্ৰুতিৰ প্ৰচলন আছে। প্ৰথম জনশ্ৰুতিটো এনেধৰণৰ — বাৰ' জন তিৱা যুৱক আৰু বাৰ' গৰাকী তিৱা যুৱতীয়ে এসময়ত কৃষিকাৰ্য সামৰি এটি ভোজখোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে। সেইমৰ্মে চাউল উলিয়ালে, লাউপানী বান্ধিলে আৰু চৰাই-

গাহৰী গোটাই ল'লে। পাহাৰলৈ গৈ বিভিন্ন শাক পাত গোটাই, এটা দিনত পাহাৰৰ কাষৰ জুৰিৰ পাৰত ভোজভাত ৰান্ধিলে। পিছত সকলোৱে লাউপানী খাই নাচি বাগি খাবলৈ বহিল। উদৰ পুৰাই খোৱাৰ পিছত দেখিলে ৰন্ধাবঢ়া কৰা ভাত আঞ্জা একেদৰেই আছে। তেতিয়া তেওঁলোকে ইমানবোৰ ভাত আঞ্জা পেলাই নিদি জ্ঞাতি-ভাই সকলকো মাতি বুলি ৰন্ধা ভাত আঞ্জা খাই শেষ কৰাৰকথা আলচিলে। যেনে কথা তেনে কাম। গ্ৰাম আৰু থোৰাগুত তেওঁলোকে আবহনী সুৰ বজাবলৈ ধৰিলে। গ্ৰাম আৰু থোৰাগুৰ সুৰত দলে দলে ডেকা-গাভৰু, পুৰুষ-মহিলা ভোজখোৱা স্থানত উপস্থিত হ'ল। সকলোৱে প্ৰথমে লাউপানী খাই নৃত্যগীত কৰিলে। পিছত চক্ৰাকাৰে সকলোটি বহি ভাত আঞ্জা খাই শেষ কৰিব পাৰিলে। তেতিয়াৰ পৰাই বান ঝুৱা উৎসৱৰ পাতনি মেলা হ'ল বুলি জনশ্ৰুতি প্ৰচলিত।

অন্যটো জনশ্ৰুতি এনেধৰণৰ। প্ৰাচীন কালত দেৱতা আৰু মানুহৰ মাজত পোনপতীয়া সম্বন্ধ আছিল। এসময়ত দেৱতাসকলৰ অনুৰোধত মানুহে বাৰ'জন ডেকা আৰু বাৰ' গৰাকী যুৱতীক কাম-কাজ শিকিবলৈ দেৱতাৰ খেলত দিছিল। সাংসাৰিক জীৱনৰ সকলো কাম-কাজ শিকি লোৱাৰ পিছত ঘৰসজা বিষয়ক কেন্দ্ৰ কৰি দেৱতা আৰু মানুহৰ মাজত মনোমালিন্য ঘটিল। দেৱতাই মানুহক শাও দিলে বোলে মানুহে আৰু দেৱতাক কাকুতি-মিনতি কৰিলেও সোঁ শৰীৰেৰে কেতিয়াও দেখা দি বুধি পৰামৰ্শ নিদিয়ে! এইবুলি দেৱতাসকল গুছি যোৱাত মানুহে মাখা ক'জা (হিমালয়) ৰ পৰা ভৈয়ামৰ ফালে নামি মাখা খজম, মাধপাৰা, বামুনী, বসুন্ধৰী, খুলচিং মাখা আদি পাহাৰৰ দাঁতিয়ে দাঁতিয়ে আঁৰ কাটি খেতি কৰি আহি থাকিল। খুলচিং মাখাৰ প্ৰান্তভূমিতে তেওঁলোকে দেৱতাৰ দৰে খেল পৰিচালনা কৰাৰ বাবে, বিষয়ববীয়া পাতি লোৱাৰ মনস্থ কৰিলে। কৃষিকাৰ্য্য কৰি উঠি অৱসৰৰ সময়তে খেল সমাজ পৰিচালনাৰ বাবে মুৰব্বী নিৰ্বাচনৰ পৰম্পৰাৰ ৰূপ দিবলৈ চামাদি প্ৰস্তুত কৰি ডেকা তোলা উৎসৱ পাতিলে। চামাদিত মহাদেৱ আৰু শস্যাধিপতি ছ্‌ংখং দেৱতা ওৰফে চাৰি ভাই চাৰি কৰাৰ পূজাও পাতিলে – পথাৰত শস্য নদন-বদন হ'বলৈ, পোক-পৰুৱাৰ উপদ্ৰৱ নাশিবলৈ লগতে চাৰিমুঠি জীৱৰ কল্যাণ কৰিবলৈ - এই অৰ্থে বান ঝুৱা উৎসৱৰ আয়োজন কৰিলে। এই পূজা উৎসৱত পৰ্য্যাপ্ত পৰিমাণৰ পিঠাগুৰিৰ প্ৰয়োজন। এই পিঠাগুৰি আকৌ ডেকাসকলে চামাদিৰ চোতালত দেৱতাৰ স্তুতি গীতেৰেহে খুন্দি উলিয়াব লাগে। সেইবাবে এই উৎসৱক বান্ ঝুৱা বা পিঠাগুৰি খুন্দা উৎসৱ বোলে।

বান ঝুৱা উৎসৱ কোনো এখন গাঁৱে পালন কৰিলেও ওচৰ পাজৰৰ সকলো গাঁৱৰ ডেকাকে মানুহ পঠাই তামোল-পাণৰ বটা দি নিমন্ত্ৰণ কৰে। আমন্ত্ৰণ গ্ৰহণ কৰি সিবিলাকে নিজৰ নিজৰ চামাদিত নৃত্য-গীতৰ আখৰাত লাগে। উৎসৱৰ

আৰম্ভণিৰ দিনা তেওঁলোকে বাদ্য-যন্ত্ৰাদি লৈ উৎসব পালন কৰা গাঁৱৰ ৰাস্তাৰ মূৰত থাকি 'হই হই ঐ' বুলি চিএৰে। তেতিয়াই আমন্ত্ৰণকাৰী গাঁৱৰ চাংদলৈ-চাংমাজি প্ৰমুখ্যে চামাদিৰ ডেকাসকলে তামোল-পাণৰ বঁটা, লাউপানী আৰু চুঙা লৈ ৰৈ থকা ডেকাসকলক তাতেই লাউপানী খাবলৈ দি আদৰে। পিছত সকলোৱে বাদ্য বজাই নৃত্য কৰি শুশ্ৰুষাকাৰী গাঁৱৰ চামাদিলৈ আহে।

পিঠাগুৰি খুন্দা উৎসব আয়োজনকাৰী গাঁৱৰ ডেকাসকলে এবছৰ আগৰে পৰাই আঁৰ কাটি, খেতি কৰি শস্যাদি সংগ্ৰহ কৰে। বয়োবৃদ্ধসকলেও তেওঁলোকৰ সুকীয়া ৰাজহুৱা ভড়ালৰ পৰা সঞ্চিত শস্যাদি উৎসৱৰ চান্দাৰূপে আগবঢ়ায়। চৰাই, গাহৰী, লাউপানী, চাউল, চুঙা, উড়ল, উড়লমাৰি, তথ্ৰা প্ৰভৃতি উভৈনদীকে যোগাৰ কৰি ৰাখে, যাতে সময়ত দুশ্চিন্তাত পৰিব লগা নহয়। ভোজ-ভাত খাবৰ বাবে পানী কঢ়িবলৈ কাক' বাঁহৰ দীঘল দীঘল দং চুঙা, পানী আৰু লাউপানী খাবলৈ চুটি চুটি চুঙা, আমন্ত্ৰিত লোকসকলক বহিবলৈ বাঁহ ফালি তথ্ৰা প্ৰস্তুত কৰি ৰাখে। উৎসব আৰম্ভণিৰ আগদিনা দেওবাৰে গাঁৱৰ লৰ', চাংদলৈ, চাংমাজি, কৰাইমাজি, হুকুমা, ভাণ্ডাৰী, দেউৰী হাতাৰী প্ৰভৃতি বিষয়ববীয়া সমন্বিতে গাঁৱৰ অন্যান্য বয়োজ্যেষ্ঠ লোক আৰু ডেকাসকলৰ এখন মেল বহে। মেলত লৰ' আৰু চাংদলৈয়ে অন্যান্য গাঁৱৰ পৰা অহা ডেকা-গাভৰু আৰু অতিথিসকলৰ সেৱা শুশ্ৰুষাত যাতে ত্ৰুটি নহয়, ব্যৱহাৰত যাতে কোনেও অসন্তুষ্ট নহয় সেইফালে চকু ৰাখিবলৈ সকলোকে উপদেশ দিয়ে। গাঁৱৰ সন্মান হানিকৰ কোনো কামেই যাতে কোনেও নকৰে তাৰ বাবে কঠোৰ ভাৱে সকীয়নি দিয়ে।

পিছদিনা সোমবাৰে চামাদিত ডেকা তোলা উৎসব পালন কৰা হয়। যাৰ যাৰ ঘৰত চামাদিত দিবলগা বয়সৰ ল'ৰা থাকে, সেই সেই ঘৰত ফুৰাখেলৰ মুৰব্বীয়ে (Head of C.I.D.) তেওঁৰ সহকাৰী কেইজনমানক লগত লই প্ৰত্যেকৰ ঘৰৰ দুৱাৰত এজোটাকৈ শুকান চেনা ফলা মাছ ওলমাই থৈ আহিব। এয়া ল'ৰাক চামাদিলৈ পঠোৱাৰ নিৰ্দেশ বুলি সকলোৱে বুজি পাব। চামাদিৰ পুৰণি বিষয়ববীয়াসকলে নিজাববীয়াকৈ একোটাকৈ ডাঙৰ চেনাফলা শুকান মাছ, এলাউকৈ মদ আৰু কৌপাতেৰে বন্ধা একোটাকৈ ডাঙৰ নিমখৰ টোপোলা লৈ পূৰ্বতে গোপনে নিৰ্বাচন কৰি থোৱা চাংদলৈ, চাংমাজি, কৰাইমাজি আৰু হুকুমাৰ ঘৰলৈ গৈ সিবিলাকৰ মাকসকলক বস্তুকেইপদ আগবঢ়াই পুত্ৰসকলক চাং-পাতৰ বিষয়ববীয়া নিৰ্বাচন কৰা হৈছে বুলি জনাব। তেওঁলোকক স্নানাদি কাৰ্য কৰাই, নতুন জাতীয় পোছাক পিন্ধাই চামাদিলৈ আনিব। চামাদিৰ সদস্যসকল, গাঁৱৰ বুঢ়া-মেথা সকলোকে বহুৱাই লৈ চাং পাতৰ নতুন বিষয়ববীয়াৰ নাম ঘোষণা কৰিব লৰই চাংদলৈয়ে

চামাদিৰ পৰম্পৰা আৰু যুৱক সকলৰ কৰ্ত্তব্যাকৰ্ত্তব্যৰ ওপৰত বহলাই ব্যাখ্যা কৰিব। লৰই খেল সমাজৰ আইন-কানুন, পৰম্পৰা ঐক্য সংহতিৰে খেল ছোং পৰিচালনা কৰি যাবলৈ নৱ নিৰ্বাচিত বিষয়াসকলক পৰামৰ্শ দিব। লগতে চামাদিৰ ইতিবৃত্ত ব্যাখ্যা কৰি শুনাব। ডেকাতোলা উৎসৱ সম্পূৰ্ণ হ'লেই সকলোটি চাংমাজিৰ ঘৰলৈ আহিব- য'ত বয়সস্থ মহিলাসকলে নৃত্যগীত কৰি আনন্দ কৰা চাবলৈ। চামাদিৰ যুৱকসকলে সিবিলাকক সেৱা জনাই আশীৰ্বাদ বিচাৰে আৰু মহিলাসকলেও তেওঁলোকক মূৰৰ চুলিৰ সমান আয়ুস হ'বলৈ আৰু চাং পাতৰ মৰ্যাদা ৰাখিবলৈ আশীৰ্বাদ দিয়ে। যুৱকসকলে চাংদলৈৰ ঘৰত যোগাৰ ৰখা লাউপানী, মাংস আৰু ভাত খুৱাই মহিলাসকলক আপ্যায়ন কৰে। ইয়াকে 'আনি-আচী ছান্দেৱানে তিন' অৰ্থাৎ মাহী-পেহী-খুৰী আদিক কৰা অপ্যায়নৰ দিন বোলে। চাংদলৈৰ ঘৰত এই কাৰ্য সম্পাদন কৰি নৃত্য-গীতেৰে ডেকাসকল চামাদিলৈ আহে আৰু অতিথি যুৱকসকলৰ লগত নৃত্যগীত কৰি খাই বই চামাদিতে শুই পৰে।

বুধবাৰৰ দিনা চামাদিৰ চোতালত আশীৰ পৰা এশ পৰ্যন্ত উড়ল তাৰ খাঁজটোলৈকে মাটিত পুতি ৰাখে। প্ৰত্যেকটো উড়লৰ বাবে এডালকৈ উড়ল চাঁচি বৃত্তাকাৰ উড়লৰ মাজত জমা কৰি থোৱা হয়। কেই পাচিমান আৰৈ চাউল খুন্দিবৰ বাবে তিয়াই তাতে জমা কৰি থয়। লৰাই শস্যাধি পতি চাৰি ভাই চাৰি কৰাৰ পূজা কৰে স্তুতি গীতেৰে। খ্ৰাম আৰু থোৰাং বাদকসকলে স্তুতিগীতৰ বোলেৰে বাদ্য পৰিবেশন কৰে। এই কাম সমাধা হ'লহে ৰান বা ঝুৱা উৎসৱৰ আৰম্ভণি হয়। ডেকাসকলে খ্ৰাম আৰু থোৰাঙৰ ছেৱে ছেৱে নাচি নাচি ৰাইজক নমস্কাৰ জনাই উড়ল মাৰি থোৱা ঠাইলৈ আগবাঢ়ি একোডালকৈ উড়লমাৰি হাতত লই প্ৰথমে ধীৰ খোজেৰে নৃত্য কৰি উড়লত উড়লমাৰিৰে চাব মাৰি পিঠাগুৰি খুন্দি যায়। উড়লত চাউল দিবলৈ ভালেকেইজন নিয়োগ কৰা হয়। পিছত খৰকৈ বজোৱা বাজনাৰ ছেৱত খৰকৈ নাচি উড়লত পিঠাগুৰি খুন্দি যায়। ছন্দায়িত ধ্বনিত নাচি যোৱা বাবে কাৰো গাত খুন্দা নেলাগে। এইদৰে ১৫/২০ পাকমান ঘূৰি নচাৰ পিছত পিঠাগুঁৰি খুন্দা শেষ হ'লে ডেকাসকলে উড়লমাৰিবোৰ আগৰ ঠাইত থৈ জিৰণি লয়হি। পিছত ভাণ্ডাৰীৰ নিৰ্দেশত ডেকাসকলে উড়লৰ পৰা পিঠাগুৰিবোৰ তুলি পিঠা ভাজিবলৈ মহিলাসকললৈ পঠাই দিয়ে। পিঠাগুৰি খুন্দি থাকোঁতে ডেকাসকলৰ লগত 'চিকালা' (Joker) বুলি এজন খুহতীয়া ব্যক্তিয়ে হাতত 'ঠকানি' (Stick) লৈ এটি অদ্ভুত পোছাক পিন্ধি ৰাইজক আমোদ দিয়ে।

মহিলাসকলে বিভিন্ন আকাৰৰ পিঠা সাজি-ভাজি চামাদিলৈ পাচিয়ে পাচিয়ে দি পঠায়। ভাণ্ডাৰীৰ তত্ত্বাৱধানত ভাত-মাংসৰ ৰন্ধন চলে। লৰই শস্যাদিপতি চাৰি ভাই চাৰি কৰালৈ পিঠা পনা আগবঢ়াই স্তুতিমন্ত্ৰ মাতে আৰু পথাৰত শস্যাদি নদন-

বদন হ'বলৈ, পোক-পৰুৱাৰ পৰা শস্যাদি ৰক্ষা কৰিবলৈ, প্ৰত্যেকৰে ঘৰত অচলা লক্ষ্মীৰ বাস হ'বলৈ আশীস কমনা কৰে। পিছত চামাদিত থকা সকলোৱে পিঠা-লাউপানী, গাহৰীৰ মাংস আৰু ভাত পানী খাই নৃত্য কৰে। লাউপানীৰ লগত পিঠা খোৱা ব্যবস্থাক 'টুঙাৱান চাৱা' বোলে।

পিছদিনা পুৱা অন্যান্য গাঁৱৰ যুৱকসকলক এটোপোলাকৈ কৌপাতত বন্ধা দাহৰী মাংস, তামোল-পান দি মানে সৎকাৰে বিদায় দিয়ে। লগতে সোধ-পোছৰ বুঢ়াটুটাৰ দোষ মৰিষণ কৰিবলৈ অনুৰোধ জনায়। সিবিলাকক বিদায় দি উৎসৱ পালনকাৰী গাঁৱৰ ডেকাবুঢ়াই চামাদিত লগ হই নব নিৰ্বাচিত বিষয়ববীয়া সকলক খ্ৰাম, থোৰাং, পাংচি, দগৰা আদি চমজি লই ইবোৰ সযতনে ৰাখি তিৱা সংস্কৃতিৰ পৰম্পৰা ৰক্ষা কৰিবলৈ উপদেশ দি, আশীৰ্বাদ সহকাৰে উৎসৱৰ সামৰণি ঘোষণা কৰে।

## ২৮৭। শিঙাল পূজা ঃ

শিঙাল পূজা মৰিগাঁও জিলাৰ মানিপুৰ অঞ্চলত প্ৰতিবছৰৰ চ'ত মাহত উদ্যাপন কৰা হয়। এই পূজাত চৰাই, লাউপানী, কাছ, বিভিন্ন বনৰীয়া শাক আৰু পিঠাপনাৰ প্ৰয়োজন।পূজাৰ চৰাইবোৰ ভৰাই নিয়া খাংবোৰ ম'হৰ শিঙৰ লেখিয়াকৈ সজা। এই পূজাৰ দেৱতাজন হ'ল মহাদেৱ আৰু এওঁকে শিঙাল দেৱতা বোলে। মহেঞ্জোদাৰোৰ চীল মোহৰত পোৱা শিং থকা দেৱতা মহাদেৱৰ দৰে কপিলি উত্যকাৰ বড়ো গোষ্ঠীৰ বুঢ়াদেৱতা শিব্ৰাই বা শিৱৰো শিং আছিল। ই শিব পশুপতিৰ আদি সংস্কৰণ বুলি চাৰ জন মাৰ্শেলে দাবী কৰে। মানিপুৰৰ শিঙাল পূজাই সম্প্ৰদায়টিৰ প্ৰাচীনত্বৰ দাবী কৰে কাৰণ শিঙাল পূজা অসুৰ সংস্কৃতিৰ এক জ্বলন্ত আৰু বলিষ্ঠ নিদৰ্শন।

শিঙাল পূজাৰ উৎস এনেধৰণৰ — আমছ'ৱাই অঞ্চলত থিন্‌মথলং নামে এডোখৰ ঠাই মহাদেৱৰ বাসস্থান বুলি তিৱাসকলে বিশ্বাস কৰে। ফা-মাহাদেৱে সৃষ্টিৰ মানস কৰি নিজ শৰীৰৰ পৰা বালাকণ্ডৰ নামে এজন দেৱতাৰ সৃষ্টি কৰে। তেওঁ কি কৰোঁ কি নকৰোঁ বুলি মূৰে কপালে হাত দি ভাবি থাকোঁতেই দুটা সোণৰ শিং গজিল। শিব তেওঁৰ পিতৃ বুলি জানিলে। পিছে বালাকণ্ডৰ দেৱতাৰ ঔৰষত এটি সন্তান-জন্মিল— নাম থ'লে মাথাৰবালি। তেৰো জন্মতেই এযোৰা সোণালী শিঙৰ গৰাকী হৈ জন্ম পালে। পিছে লোক গঞ্জনাৰ ভয়ত তেওঁ পাগুৰী মাৰি শিং দুটা লোক চক্ষুৰ পৰা লুকুৱাই ৰাখিছিল।

আমছ'ৱাইৰ তিৱা ৰজাজনৰ নাম ক্যফাং। ৰজা ৰুকাণ্ডৰ আগাৰবালি নামেৰে এজন শক্তিমন্ত্ৰ জেলা আছিল। ৰাজ্যৰ অপায়-অমঙ্গল নাশ কৰিবলৈ কোন দেৱতাক

পূজা কৰা হ'ব, এই আলোচনাত শিঙাল দেৱতাৰ নাম বাছনিত উঠিল। কিন্তু জেলা নিৰ্বাচনত আগাৰবালি আৰু মাথাৰবালিৰ ফৈদৰ মাজত বিতৰ্ক হ'ল। আগাৰবালিয়ে মাথাৰবালিক দ্বন্দ্বযুদ্ধলৈ আহ্বান কৰিলে আৰু মাথাৰবালিৰ সোণালী শিং দুটা উঘালি পেলালে। শিঙাল দেৱতাৰ ঔৰষত জন্ম হোৱা বাবে মাথাৰবালি নমৰিল। কিন্তু ৰজাই বিচাৰ কৰি আগাৰবালিক দোষী সাব্যস্ত কৰি ফাটেকত থ'লে। দেৱতাৰ ঔৰষত জন্ম হোৱাত মাথাৰবালিৰ অহঙ্কাৰ হৈছিল বাবেই দেৱতাই তেওঁক সহায় নকৰিলে।

ৰাজধানীৰ একেবাৰে আওঁহতীয়া ঠাইত এটি পঁজা ঘৰত আগাৰবালি জেলাক নজৰ বন্দী কৰি ৰখা হ'ল। ভালেদিন যোৱাৰ পিছত আগাৰবালিয়ে বন্দীজীৱনৰ পৰা মুক্তি পোৱাৰ উপায় বিচাৰি মাদাৰফাঙৰে থুনাখুটা কাটি মহাদেৱক পূজা কৰিলে। সন্তুষ্ট হৈ ফা-মাহাদেৱে আগাৰবালিক স্বপ্নত দেখা দি দুপদ বস্তু সাজি ল'বলৈ উপদেশ দিলে আৰু তাৰ জৰিয়তে তেওঁৰ মুক্তি হ'ব বুলি কৈ অন্তৰ্ধ্যান হ'ল। সাৰপাই জেলাই বস্তু দুপদৰআকৃতি প্ৰকৃতিৰ বিষয়ে ভাবি থাকোঁতে ৰাতি পুৱাল। আবেলি ৰূফাং ৰজাৰ বেটী এজনীয়ে হাতত ডাঁৰ এডাল লৈ পাত কাটিবলৈ আহিছিল। জেলাই লিগিৰীক কৈ ডাঁৰডালৰ আগৰ পৰা এপাব বাঁহ কাটি কাঁচিৰ গেজিৰে সাতোটা ফুটা কৰি কাঁচিখনে ডাঁৰডালে ওভোতাই দিলে। সেইদিনাৰ পৰাই ৰূফাং ৰজাৰ ৰাজ্যত সাতদিন সাতৰাতি ধাৰাসাৰ বৰষুণ হ'ল। অষ্টম দিনা ৰাতি পুৱাই জেলাই ৰজাৰ কঠিয়াতলিৰ ফালে ওলাই গ'ল। কঠিয়াতলিৰ কাষতে ধোন্দে খাই দুয়োফালে ফুটা কৰি থোৱা এটুকুৰা কাঠ পালে। তাকো লৈ আহোঁতে বাঘে খাই এৰি থৈ যোৱা জন্তুৰ ছাল এখনো পাই লৈ আহিল। খোলোং থকা গোটা কাঠৰ টুকুৰাৰ দুয়োমুৰে জন্তুৰ ছালখন ঘূৰণীয়াকৈ কাটি ৰচীৰে বান্ধি বেৰত ওলোমাই থৈ ৰাতি শুই থাকিল। চিলমিলকৈ টোপনি যোৱাত কাঠৰ যন্ত্ৰটোৰ পৰা গিৰিং গিৰিংকৈ উঠা শব্দত সাৰ পাই চকু মেলিলে। কাঠৰ বস্তুটোৱে মাত লগালে—

'ঐ— নাকি থাইদ'মা দেই
আমছাই ৰাজানে, ঠেল লাই পাৰেৱা
হাকুতি সে হংদ' দেই।'

অৰ্থাৎ 'হেৰা তুমি কি আছিলা জানানে। আমছ'ৱাই ৰজাৰ লিগিৰীজনীয়ে কলপাত কটা ডাঁৰ এডালহে আছিলা।' ইয়াৰ উত্তৰত বাঁহৰ বস্তুপদে মাত লগালে—

'ঐ— নাকি থাইদমা দেই,
আমছাই ৰাজানে, খুইদাথলিউ
খেলাং ঢংঢং কুই।'

অর্থাৎ— 'লোকক যে হাঁহিছা, তুমিনো কি আছিলা বুলি ভাবিছা? তুমি আমচৈ ৰজাৰ কঠিয়াতলিত পৰি থকা ঢং ঢং কৈ ফুটা থকা এটুকুৰা কাঠহে আছিলা- জানিবা।' বস্তু দুপদৰ তৰ্কাতৰ্কি শুনি জেলাই কাঁহ এটা মাৰি উঠি বহিল। সিহঁত মনে মনে ৰ'ল। জেলাই উঠি গৈ বাঁহৰ বস্তুপদ লৈ মুখেৰে ফুঁক দিয়াত, কফাং ৰজাৰ ৰাজ্যৰ গছ-গছনিবোৰ কঁপি উঠিল আৰু পাতবোৰ জৰ্‌জৰ্‌কৈ সৰি মাটিত পৰিল। পিছত কাঠৰ যতনটো লই দুহাতেৰে আঘাত কৰাত মেঘৰ দৰে গৰ্জন কৰি উঠিল আৰু তাৰ ছন্দায়িত লয়ত পাতবোৰ লাহে লাহে ওপৰলৈ উঠি গছত লাগি আগৰ দৰে হৈ পৰিল। জেলাই বাঁহৰ বস্তুপদৰ নাম থ'লে থোৰাং আৰু কাঠৰ বস্তুপদৰ নাম ৰাখিলে খ্ৰাম। খ্ৰাম আৰু থোৰাঙৰ জন্ম কাহিনী এইটোৱেই। পিছে পৰীয়াই এই ঘটনা ৰজাক জনোৱাত পিছগিনা দৰবাৰ পাতি- বিষয়া পাৰিষদৰ সন্মুখতে পুনৰ সেই ঘটনাৰ পুনৰাবৃত্তি কৰাত দেৱতাৰ কৃপাধন্য ভাবি আগাৰবালিৰ বন্দীজীৱন নাকচ কৰি জেলাৰ দায়িত্ব দিলে, লগতে শিঙাল পূজাৰ প্ৰস্তুতি চলালে।

শিঙাল পূজাত কাছ, চৰাই, বনৰীয়া শাক-পাচলি, ফুল, আৰৈ চাউল, লাউপানী, তামোল-পান, পাতেৰে সৈতে বাঁহৰ লেকেচি এডাল, চিপ্‌চিপিয়া আগেৰে পাতযুক্ত আঁখি থকা এডাল বাঁহ; লাউপানী খাবলৈ পৰ্যাপ্ত পৰিমাণৰ থোলা, চৰাই ভৰাই ৰখা ম'হৰ শিঙৰ দৰে কৰি সজা বাঁহৰ খাঙৰ প্ৰয়োজন। লৰ', চাংদলৈ, চাংমাজি প্ৰভৃতিয়ে এলাউ মদ লৈ পাহাৰত বিজুলী বাঁহ কাটিবলৈ যায়— বাঁহীৰ বাবে। চামাদিত মৃত লৰৰ বাবে একোটাহঁত মজলীয়া আকৃতিৰ ক'লা শিল ৰখা হয়। শিঙাল পূজাৰ আগত কোনোবা লৰ'ৰ মৃত্যু হ'লে নিয়ম-নীতি সহকাৰে বঘৰা পাহাৰৰ পৰা মৃতকৰ প্ৰতীকৰূপে এটা শিল আনি চামাদিত স্থাপন কৰে। মূল পূজাৰ আগদিনা গাঁওসমূহৰ পুৰুষ-মহিলা নিৰ্বিশেষে সকলোৱে উপবাসে থকা নিয়ম। সেইদিনা গাঁৱৰ প্ৰতিটো কুলৰ পৰা একোগৰাকী মহিলা আৰু এজনকৈ পুৰুষ— এলাউ মদ লই পাহাৰত বনৰীয়া শাক বিচাৰি যায়। পাহাৰৰ পৰা খুতুৰা, লাইজাবৰী, ভেবেলীলতা, মাটিকাদুৰী, বঙালী মেমেধু, আগৰা, ঢেকীয়া, মানিমুনি, পাৰ্বতী শুকলতি, গেন্ধুৰা বনৰ পাত আদি আহৰণ কৰি লৰৰ ঘৰত জমা দিয়ে। পূজাৰ আগদিনা গধূলি লৰৰ ঘৰত শাকবোৰ ভাজে বাইজৰ নিৰ্দিষ্ট বান্ধনিসকলে। পিছত বুঢ়া-বুঢ়ী- ডেকা-গাভৰু সকলোৱে লৰৰ ঘৰৰ চোতালত চক্ৰাকাৰে বহি লয়। মহিলাসকলে তৈয়াৰ কৰি ৰখা পিঠাৰ পাচিবোৰ সমাজৰ মাজত থোৱা হয়। শিঙাল দেউলৈ আগলি কলপাতত ইয়াৰে ভাগ যোগ দি সকলোৱে পিঠা আৰু শাক-পাচলি ভাজি খাই উপবাস ভঙ্গ কৰে।

মূল পূজাৰ দিনা প্ৰত্যেকটো কুলৰ পৰা একোটাকৈ চৰাই শিঙাল পূজাৰ বাবে দিব লাগে। চৰাই ভৰাই অনা খাঙৰ দুয়োমূৰে ম'হৰ শিঙৰ দ'ৰৰৈ জোঙা

কৰিব লাগে। ই শিঙাল দেৱতাৰ প্ৰতীক। পূজাস্থলিৰ পূব দিশত সোঁমাজত মহাদেউ, সোঁফালে চাৰি ভাই চাৰি কৰা, বাওঁফালে ভগৱতী কালিমা কামাখ্যা, জলথল দেৱতা, বাঘদেউ আৰু গৰখীয়া দেউৰ নামত একেশাৰীতে দীঘল আগলি কলপাত পাৰি পূজাৰ উপকৰণ দিয়া হয়। দেৱতাৰ বেদীৰ ঠিক দুহাতমান পিছুৱাই, ওখ কলগছৰ টুকুৰা এটা কাটি মাটিত পোতা হয়। ইয়াৰ ওপৰত ওপৰ মূৰাকৈ পূজাৰ বাবে অনা কাছটো ৰখা হয়। লৰই বিভিন্ন বস্তুবোৰ আগবঢ়াই দিয়াৰপিছত সমজুৱাক লাউপানী বিতৰণ কৰা হয়। লৰই শিঙাল দেৱতাৰ নামত আদামবাৰ' দি লাউপানী খাবলৈ দিয়ে। পিছত হাতত লাংকৈ লই দেৱতাৰ স্তুতি কৰি কাছটো উচৰ্গা কৰে দেউৰীয়ে। লৰই কাছটোৰ গাৰি ডোখৰ লই তাৰ তেজবোৰ বাওঁহাতৰ পৰা সকলোবোৰ পাতত বাকি দিয়ে। সেইদৰে চৰাইবোৰ খাওৰ পৰা উলিয়াই দেৱতাৰ নামত উচৰ্গা কৰি তেজবোৰ পাতবোৰত বাকিদিয়ে। চৰাইৰ পেটুবোৰ উলিয়াই তাৰে মণ্ডল চাই দীঘলে দীঘলে পাতবোৰত পাৰি দিয়ে। খালি হোৱা চৰাইৰ খাওবোৰ আগেয়ে পুতি ৰখা বাঁহডালৰ আখিবোৰত ওলোমাই থয়। কাছ-চৰাই আদি কুটি-বাছি ৰান্ধিবৰ বাবে পঠাই দিয়ে। এই কাম হোৱাৰ পিছত সকলোৱে বহি লাউপানী খায়। পিছত পুতি থোৱা বাঁহডালৰ গুৰিত দুটা চুঙাত চাউল আৰু পানী সমানে দি সাঁফৰ মাৰি আদামবাৰ' দি পুতি থয়। ৰন্ধা-বঢ়া শেষ হ'লে ভাত-আঞ্জা দেৱতালৈ আগবঢ়াই পূজা কৰি পিছত ৰাইজে অন্ন গ্ৰহণ কৰে। আহাৰৰ পিছত শ্ৰাম থোৱাং বজাই সকলোটি ঘৰলৈ আহে।

পিছদিনা পুৱা ডেকাসকলে চামাদিৰ পৰা ওলাই লৰৰ ঘৰৰ এডোখৰ মাটি কোৰেৰে চহাই দি পুনৰ চামাদিলৈ আহি নৃত্য কৰে। আবেলি ডেকা বুঢ়া সকলোটিয়ে শিঙাল পূজাৰ থানলৈ যায়গৈ। তাত আদামবাৰ' দি ঈশ্বৰৰ নাম লৈ পুতি থোৱা চাউল আৰু পানীৰ চুঙা দুটা খান্দি উলিয়ায়। চাউল আৰু পানী সমানে চপ্‌চপীয়া হৈ থাকিলে প্ৰয়োজনমতে পানী হোৱা বুলি জনাব। যদিহে চাউলতকৈ আৰু পানী অধিক হয় তেতিয়া বানপানী হৈ নাজল-নাথল হ'ব। আৰু যদিহে চাউলতকৈ পানী কম হয়, তেতিয়া খৰাং বতৰ হ'ব বুলি ৰাইজক জনাব। পিছত সকলোটি চামাদিলৈ আহি থুনাথুটা পূজা কৰি, বাদ্যযন্ত্ৰবোৰ সামৰি পূজাৰ সামৰণি পেলায়।

## ২৮৮। শিঙিমূৰীয়া ৰোগ ঃ

শিঙিমাছে বিন্ধিলে বৰ বিষায়। শিঙিমাছৰ মূৰৰ ওপৰত গলধনৰ কাষলৈকে দুডাল সৰু শিৰা থাকে, ই মূৰৰ দুকাষে থকা শিং দুডালৰ লগত সংযুক্ত। ইয়াত বিষ জমা থাকে। আত্মৰক্ষাৰ বাবে শিঙিমাছে তাৰ শিং দুডাল ব্যৱহাৰ কৰাৰ লগে লগে, শিৰা দুডালৰ পৰা তৎক্ষণাত বিষ সঞ্চালন হৈ আহি বিন্ধা ঠাইত পৰেহি।

সেই বিষ তেজত মিহলি হৈ মানুহৰ হাত বা ভৰিত অত্যন্ত বিষ কৰে। তেনে কৰিলে বহুতে সতকাই বিষ ভাল নহ'লে বেজৰ হতুৱাই শিঙিমুৰীয়া মন্ত্ৰেৰে জাৰি, ফটাকানি পুৰি তাৰ ছাই বিন্ধা ঠাইত লগাই দিয়ে। অথবা যিটো শিঙিমাছে বিন্ধিছে, তাৰ শিং দুটা জুইত পুৰি দিলেই বিষৰ উপশম হয় হেনো। আমাৰ সমাজত এনে বিশ্বাস প্ৰচলন আছে যে, শিঙিমাছৰ ভাগত একৰতিহে বিষ পৰিছিল। সেইবাবে শিঙিয়ে বিন্ধিলেও সমগ্ৰ শৰীৰত তেজ সঞ্চালন হওঁতে সেই বিষ তেজত মিহলি হৈ তাৰ তীব্ৰতা কমি যায় আৰু চাৰি-পাঁচ ঘণ্টাৰ ভিতৰত বেদনাৰ উপশম ঘটে।

শিঙিমাছৰ হুলে বিন্ধাৰ দৰে পেট বা শৰীৰত হুনা খোচা বিষৰ অনুভৱ হ'লে, ঔষ.ধ পাতি সেৱন কৰিও উপকাৰ নাপালে বেজ বা কবিৰাজসকলে শিঙিমাছৰ সৈতে বনদৰৱ প্ৰস্তুত কৰি ৰোগীক খাবলৈ দি আৰোগ্য কৰে। এনে ৰোগকে শিঙিমুৰীয়া ৰোগ বোলে।

## ২৮৯। শুকুতা ঃ

আহাৰ আৰু শাওণ মাহত জাতি মৰাপাটৰ পাতবোৰ পুৰঠ হ'লে তিৱাসকলে গছৰ পৰা পাত ছিঙি আনি, ভালদৰে ধুই ৰ'দত কনকনীয়াকৈ শুকুৱাই খালৈ বা তপাত ভৰাই থয়। ইয়াকে শুকুতা বোলে। বহুতে মৰাপাট কাটি পোলা বান্ধি, কেই পোলামান ঘৰলৈআনি চোতালত থৈ দিয়ে। দুদিনমানৰ পিছত ৰ'দৰ তাপত পাতবোৰ গাপ লাগে আৰু পোলাবোৰ জোকাৰি দিলেই পাতবোৰ জৰ্জৰকৈ সৰি পৰে। এই পাতবোৰ শুকুৱাই খালৈ, বস্তা বা তপাত ভৰাই ৰাখি বছৰটোলৈ আঞ্জা খায়। এনেদৰে সংগ্ৰহ কৰা শুকুতাৰ পাতবোৰ স্বাস্থ্যসন্মত নহয়। গেলা পচা পাতো ইয়াত থাকি যায়। গছৰ পৰা পোনে পোনে সংগ্ৰহ কৰা পাতবোৰ পৰিস্কাৰ পৰিছন্ন হয়।

তিৱাসকলে গাহৰীৰ মাংসৰ লগত শুকুতা পাত বৰকৈ ব্যৱহাৰ কৰে। কাৰণ, শুকুতা পাতে গাহৰী মাংসৰ চৰ্বি বহুলাংশে কমাই পেলায়। গাহৰীৰ পেটুকাবোৰ পৰিস্কাৰ কৰি, মৰাপাটৰ লগত কলাখাৰ দি অথবা বতনগুৰি দি আঞ্জা ৰান্ধি খায়। শুকুতা পাতৰ আঞ্জাৰ লগত শ'ল, শাল, বৰালী, কাৱৈ, শিঙি আৰু মাগুৰ মাছ দিলে - সেই আঞ্জাৰ স্বাদ সৰ্বাধিক হয়। পিছে জালুক আৰু জলকীয়া নিদিলে আঞ্জাৰ পক্ নুঠে। শুকুতা পাত পানীত তিয়াই ৰাখি - চেপি; পিয়াজ কাটি শুকানে তেলত ভাজি মৰ্মৰীয়াকৈ খাবলৈ ভাল। ইয়াৰ স্বাদ হ'ল তিতিকি মিঠা - তিতিকি মিঠা ধৰণৰ। শুকুতা খোৱা মানুহৰ পেটৰ অসুখ নহয় বুলি ক'লেও বঢ়াই কোৱা নহয়। পেটৰ বিষত চেণ্ডালুটি পাৰি থকা লোকক শুকুতা পাতৰ নিৰ্জলা ৰস একাপ অকণমান নিমখৰ লগত খুৱাই দিলে নিমিষতে বিষ নোহোৱা হয়। পিছে আজিকালি চিকিৎসকসকলে পেটৰ অসুখত শুকুতাৰ আঞ্জা খাবলৈ নিদিয়ে। উৰ্দ্ধবায়ু আৰু চক্ৰবায়ু (High Pressure) ৰোগত শুকুতাৰ আঞ্জা অপক ়া সেইকথা

সঁচা। শুকুতা তিতা এবিধ শীতল খাদ্য; ই পেট ঠাণ্ডা কৰি ৰাখে আৰু গেছ জমা হ'বলৈ নিদিয়ে।

২৯০। **শুকতি ঃ** (ভা-ম্লাং দ্ৰষ্টব্য)

২৯১। **শুকলতি ঃ**

এবিধ সুগন্ধি শাক। কচু ঠাৰিৰ লগত জ্বাল খাবলৈ হ'লে তিৱাসকলে এইবিধ শাক কচুৰ লগত ব্যৱহাৰ কৰে। ই কচুৰ আঞ্জাখন জুতিলগা কৰে আৰু সুগন্ধিযুক্ত কৰি তোলে। ল'ৰা অৰ্থাৎ আধাগেলা মাছৰ লগত শুকলতি দি ভাজিলে মাছৰ দুৰ্গন্ধ আঁতৰে। শুকলতি, পেটৰ বাবেও ভাল ঔষধ। ই খাদ্য হজম কৰাত বৰকৈ সহায় কৰে। কচু শাকৰ লগত — (ঠাৰি বা আলু) শুকলতি, গেন্ধুবা বন ওৰফে বঙালী বাখৰ, পাৰ্বতী আৰু নৰসিংহ একেলগে দি ৰান্ধিখোৱা তিৱাসকলৰ দস্তুৰ। এই গোটেই কেইবিধ শাকেই পেটৰ মহৌষধ।

২৯২। **সচং ঃ**

সৎসঙ্গ > সশ্চঙ্গ > সচং। অৰ্থাৎ সৎলোকসকলৰ একত্ৰে কৰা আসন গ্ৰহণ অথবা একত্ৰে বহা আসন। তিৱাই ভিতৰসেঁৱাক সচং বোলে। সেঁৱা পালন কৰা ঘৰটোক সচংঘৰ বোলে। বৈষ্ণৱ ভকতসকলে অৰীতিয়া মাৰ্গত চলা লোকসকলৰ সমূহক সচং বোলে। পিছে তান্ত্ৰিক-বৈষ্ণৱ সকলো অৰীতিয়া মাৰ্গত চলা লোকেই। এওঁলোকেও পঞ্চমকাৰৰ সেঁৱা কৰিছিল এটাসময়ত। অসমত "অভ্যুত্থানং অধৰ্ম্মস্য বুলি কওঁতে মহাপুৰুষসকলে কেৱল শৈৱ-শাক্ত বামাচাৰী সকলৰেই যে নিৰ্দেশনা দিছিল এনে নহয় - বেদ-উপনিষদ-গীতা ভাগৱত শাস্ত্ৰাদি অধ্যয়ন অনুশীলন কৰিও মদ্য-মাংস-মৎস্য-মুদ্ৰা-মৈথুনৰে ভোগীৰ জীৱন কটোৱা বৈষ্ণৱ সকলৰ কাৰ্য্যাৱলীৰো সমালোচনা কৰিছিল। এওঁলোককেই বোলা হৈছিল তান্ত্ৰিক বৈষ্ণৱ। অনন্ত কন্দলিয়ে ভাগৱতত ই সকলক "কপট বৈষ্ণৱ" বুলিছে। মাধৱদেৱে হৰিনামক ধ্বজা কৰি, বেদপন্থ পৰিহৰি, অৰীতিয়া মাৰ্গত চলাসকলক পাষণ্ড বুলিছে।

অন্ন যোনি কিছু নকৰে বিচাৰ
জাতি কুল ভৈল ভ্ৰষ্ট;
বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়
বেদ পথ কৰি নষ্ট।। *নামঘোষা / ২৯৫ / মাধৱদেৱ*

অনন্ত কন্দলিয়ে কৈছে —
কপট বৈষ্ণৱ ক্ৰমো আছে নানামত।

ৰাত্রি দিনে পঢ়ে শুনে গীতা-ভাগৱত।।
গুপ্ত কৰি কৰে অন্য দেৱক পূজন।
নুহি সিটো বৈষ্ণৱ জানিবা সাধুজন।।
দিৱসত ফুৰে অন্য বেশ অনুসৰি।
ৰঙা বস্ত্র পিন্ধি দণ্ড কমণ্ডলু ধৰি।।
তুলসীৰ অক্ষমালা পিন্ধি জোকাজোক।
বৈষ্ণৱ বুলিয়া তাঙ্ক প্রণাময় লোক।।
ৰাত্রি ভৈলে বেশ্যাৰ গৃহত লয় বাস।
মদ্যে-মাংসে-মৎস্যে যে কৰয় মহাগ্রাস।।

*(ভাগৱত/৬/৫৮২৬-২৭ অনন্ত কন্দলি)*

তান্ত্রিক বৈষ্ণৱ সকলৰ দ্বাৰাই গোপনে কৰা - সেঁৱা পূজাটোক আৰু অনুষ্ঠানক সচং বোলা হৈছে বুলি ক'ব পৰা যায়। পিছলৈ ইয়াত শাক্ত-পন্থীলোকৰো সমাগম ঘটে। সচঙত গোৱা বিচাৰ গীতত - শ্রীমন্ত শঙ্কৰদেৱ আৰু তেওঁৰ প্রধান শিষ্য মাধৱদেৱৰ নাম জড়িত হৈ থকাৰ মূলতে - এই অনুষ্ঠানটো যে মহাপুৰুষ দুজনাৰ দ্বাৰা স্বীকৃত — আৰু ইয়াৰ মৰ্য্যাদা প্রদান অথবা সকলোৱে গ্রহণযোগ্য কৰাৰ এক প্রয়াস থকা বুলি ভাবিব পাৰি। এই কামো বিষ্ণু উপাসকসকলৰে এচামৰ বুলি ক'ব পাৰি।

## ২৯৩। সজাতি ঃ

তিৱাসমাজত ছোৱালী পলুৱাই অনাত কেইটামান পৰম্পৰাক্রমে চলি অহা কাম কৰিব লাগে। প্রথমটো হ'ল - ধৰমঘৰ দিয়া আৰু তাৰ পিছৰটো হ'ল কন্যাৰ ঘৰলৈ সজাতি পঠোৱা।

ল'ৰা-ছোৱালীহালক ধৰমঘৰ দিয়াৰ দিনাই - গৃহস্থই খেলৰ দুজন বয়োজ্যেষ্ঠ লোকক সজাতি পঠাবলৈ - তাত উপস্থিত থকা খেলৰ বৰমূৰীয়াসকলক তামোল-পাণৰ বঁটা আগবঢ়াই অনুৰোধ জনায়। খেলৰ নির্দেশত পিছদিনা লাওপানীৰ কলহ এটা, পিঠা পনাৰ টোপোলা এটা, তামোল এথোক, পাণ পাঁচ গুছি, জুমাইলাউ এটাৰে এখন ভাৰ দি এজন ল'ৰাক লগত লই দুজন লোক কন্যাৰ ঘৰলৈ যাত্রা কৰে। এওঁলোকক দৰাঘৰৰ সজাতি বোলে। ছোৱালীজনীৰযে হৰণ-ভগন হোৱা নাই, লগতে নিজা সম্প্রদায়ৰে এঘৰ মানুহৰ ঘৰত ভৱিষ্যত জীৱনৰ আশ্রয় বিচাৰি তাতে নিৰাপদে আছেগৈ, লগতে এজনক জীৱনৰ লগৰীয়া বাছি লৈছে এইকথা জনাই গৃহস্থৰৰক আশ্বস্ত কৰাৰ বাবে - ল'ৰাৰ ঘৰৰ পৰা বয়োজ্যেষ্ঠ দুজন সমাজৰ ধৰণীস্বৰূপ ব্যক্তিক পঠায়। তিৱাসকলে সজাতিক "সীমাৰ বিৰিশা" বোলে। কাৰণ

এওঁলোকে দুখন গাঁৱৰ অথবা দুঘৰ গৃহস্থৰ মাজত পাৰস্পৰিক সম্বন্ধ ঘটোৱাত আগভাগ লয়। জোৰোণ বিয়া, ৰৰবিয়া আদিতো - মূলবিয়াৰ আগত সজাতি পঠোৱাৰ নিয়ম আছে। এওঁলোকে কৰা দৌত্যকৰ্মত - পৰস্পৰৰ মাজত চলা কথোপকথন বৰ আকৰ্ষণীয় আৰু অৰ্থপূৰ্ণ।

## ২৯৪। সৰিয়হ জৰা মন্ত্ৰ ঃ

ভূত-প্ৰেত খেদিবলৈ অথবা ভূত-প্ৰেতে ঘৰৰ চৌহদত প্ৰৱেশ কৰিব নোৱাৰাকৈ বগা সৰিয়হ মন্ত্ৰৰে জাৰি ঘৰৰ ভিতৰত আৰু চৌহদত ছটিয়াই মানুহ বহুলাংশে আশ্বস্ত হয়। আমাৰ সমাজত এনে বিশ্বাসৰ প্ৰচলন আছে যে - ভূত-প্ৰেত-দাইনী-যখিনী আদিয়ে সৰিয়হলৈ বৰ ভয় কৰে। সেইবাবে কেঁচুৱা পোৱাতীৰ ঘৰৰ কোঠাতো সৰিয়হ ছটিয়াই থয়। আমাৰ সংগ্ৰহৰ পৰা সৰিয়হ জৰা মন্ত্ৰৰ কিঞ্চিৎ ইয়াত দিয়া হ'ল। যথা

একদিনা কাৰ্তিক গণপতিৰ জন্ম ভৈলা।
জন্ম হুৱা দুয়ো যক্ষ ৰূপক দেখিলা।।
ৰূপ দেখি মোহিত ভৈলা মন।
দুইকো যাই লঙিঘলা তেখন।।
সৰিষা গুটি সৰিষা মুঠি।
দেবী আনি দিলা সৰিষা মুঠি।।
সেহি সৰিষাৰে জাৰিলো তেল।
ক্ষেত্ৰ-বীৰা-যক্ষৰ ভাঙিলা মেল।।
শুন শুন সৰিষা তোৰ কহোঁ জন্ম জাতি।
মলয়াগিৰি পৰ্বতত ভৈলিহি উৎপত্তি।।
সোণৰ নাঙল ৰূপৰ ফাল।
মহাদেউ গোঁসায়ে জুৰিলা হাল।।
হাল বাহন্তে উঠিলা মাটি।
গজিলা সৰিষা মেদিনী ফাটি।।
চল সৰিষা চল দেবী আইৰ বৰ।
যৈত আছে ক্ষেত্ৰবীৰা তাঙ্ক খেদি ধৰ।।
তাহাঙ্ক এৰি যদি আনক খাস।
গঙ্গাতীৰে বত্ৰিশ কপিলা বধস।।
পঞ্চ পাণ্ডৱৰ শৰত পৰি মৰস।
মহাদেউ গোঁসাইৰ জটা ছিণ্ডস।।

এহি বাক্যক যদি লৰস চৰস।
কালিকা দেৱীৰ চক্ৰত পৰি মৰস।। — ইত্যাদি।

## ২৯৫। সাঁজ/সাঁজপানী ঃ

মিছিং, নৰা, ফাকেয়াল আৰু আহোমে লাউপানীক সাঁজ বা সাঁজপানী বোলে। তিৱাসকলে লাউপানীক মদ বা জু-হে বোলে। কিন্তু ৰাতি সেঁৱা পূজাত ব্যৱহাৰ কৰা লাউপানীক সাঁজ বুলি তিৱাসকলেও কয়। গাৰ্হস্থ্য জীৱনত সাঁজপানীৰ সতে তিৱাসকলৰ অঙ্গাঙ্গী সম্বন্ধ। আলহী-অতিথি আহিলে, মাছ-মাংসেৰে উভেনদীকে খুৱাব নোৱাৰিলেও ঘৰত সাঁজপানীকণ থাকিলে গৃহস্থৰ সম্মান বাছে বুলি তিৱালোকসকলে বিশ্বাস কৰে। আলহী-অতিথিসকলেও আপ্যায়নৰ বেলিকা অন্যান্য খাদ্যদ্ৰব্যৰ ওপৰত বৰকৈ গুৰুত্ব আৰোপ নকৰে। সাজপানীকণ মুখত দিবলৈ পালেই তেওঁলোকে অমৃত খোৱা যেন পায় আৰু গৃহস্থৰ প্ৰশংসাত পঞ্চমুখ হয়। বিহু-সংক্ৰান্তি আদিত এই পানীয়বিধ নহ'লে বিহু উকা বুলি তেওঁলোকে গণ্য কৰে।

## ২৯৬। সাতশাকী ঃ

অসমীয়া সমাজত ব'হাগ বিহুত সাতশাকী খোৱাৰ অভ্যাস আছে। পিছে সাতশাকী অৰ্থে সাতবিধ শাকৰ কথাহে ইয়াত উল্লেখ কৰিছে বুলি ভাবিলে ভুল হ'ব। ব'হাগ মাহত, বিহু সাতদিনলৈকে পালন কৰে বাবে — সাতবিহু বোলে। ব'হাগ বিহুৰ এই সাতোটা দিনতে শাকৰ আঞ্জা খোৱাটো এক পৰম্পৰা বুলি গণ্য হৈ আহিছে। গৰু বিহুৰ দিনা আবেলি তিৱা মহিলাসকলে কুৰি বিধমান বনৰীয়া শাক গোটাই একত্ৰে ৰান্ধি বা ভাজি ঘৰৰ লোকসকলক খুৱায়। এই প্ৰথাকে সাতশাকী খোৱা নিয়ম বোলে।

তিৱা বয়সস্থ মহিলাই বছৰটোত পেটৰ অসুখ অশান্তি নহ'বৰ বাবে আৰু সৰ্পদংশনৰ পৰা নিস্তাৰ পাবৰ কাৰণে কঠালৰ মুচি, নীলিকণ্ঠ, লং, জালুক আদি একেলগে বটি একোটাকৈ বড়ি খাবলৈ দিয়ে। এয়া খালে হেনো সৰ্বশৰীৰ তিতা হয় আৰু সৰ্পই দংশন কৰিলেও একো নহয়। ই হেনো মধুমেহ (Diabetes) ৰোগটো কাম কৰে। বাহাকাক তিতাৰ ৰজা আৰু মৰলীয়াক শাকৰ ৰজা বুলি কোৱা হয়। দুয়োবিধেই ঔষধি গছ। সেয়েহে আমাৰ গাঁৱলীয়া প্ৰবচনত 'বাহি শাক মৰলীয়া' বুলি এষাৰ কথাৰ প্ৰচলন মনকৰিবলগীয়া।

## ২৯৭। সৈয়া ঃ

অত্যন্ত কঠিন কাম কৰাত পিছ নোহোঁহকা মানুহকে সৈয়া বোলে। সৈয়া শব্দে টান বুজায়। ব'হাগ বিহুত ল'ৰা-ডেকা আনকি আদহীয়া লোবে ও জুম বান্ধি

হাতত কণী লৈ যুঁজায়। এই কণীযুঁজ বিহু উৰুবালৈকে অৰ্থাৎ সাতদিন পৰ্য্যন্ত থাকে। কণীযুঁজত সাধাৰণতে পাতিহাঁহৰ কণীহে যুঁজায়। সতকাই নভঙা টান কণীক সৈয়াকণী বোলে। বিহুত সাতদিনলৈকে একেটা কণীকে যুঁজাইয়ো নাভাঙিলে সেই কণীক 'সাত বিহুৰ সৈয়া' কণী বোলে।

## ২৯৮। হাঁচতি ঃ

আজিকালি ডেকা-গাভৰু নিৰ্বিশেষে সকলোৱে মুখ মচিবলৈ বৰ্গক্ষেত্ৰাকাৰ একোখন সৰু কাপোৰ জেপত অথবা ভেনীটি বেগত লৈ ফুৰে। ইয়াকে হাঁচতি, উৰ্মাল বা ৰুমাল বোলে। বিভিন্ন ডিজাইনৰে কাজ কৰি, ফুল তুলি উৰ্মাল তৈয়াৰ কৰি জেপত বা ভেনীটি বেগত ৰাখি মুখৰ ঘাম মচাৰ ই এক আহিলাৰূপে ব্যৱহাৰ কৰা বস্ত্ৰ। পুৰণিকালত ইয়াক বোলা হৈছিল হাঁচতি। এই হাঁচতিত তামোল-পাণ, চুণৰ সৰু টেমা, লগতে এখন সৰু ডাব-কটাৰী বান্ধি লই ফুৰা হয়। গাভৰুৱে ভালপোবাৰ চিনস্বৰূপে নিজহাতে বোৱা উৰ্মাল লুকুৱাই ডেকাক দিয়াৰ দস্তুৰ আছিল — সপোনৰ ফুল বাছি। মৰমৰ চিনস্বৰূপে উৰ্মালৰ আশাত বন্দী ডেকাই উৰ্মাল নোপোৱাৰ দুখত বিহু মাৰে এইদৰে —

হাতে মেলি হাঁচতি বলি ঐ বহনা
ভৰি মেলি হাঁচতি বলি;
দিবৰে সময়ত এখনো নিদিলি
কালৈনো সামৰি থলি।।

## ২৯৯। হাঁচকালি ঃ

মাছ মাৰিবলৈ টিনৰ পৰা সাজি লোৱা এবিধ জোঙা যতন। মিঠাতেল বা কেৰাচিন তেলৰ টিনৰ পাতৰ পৰা দুই বা আঢ়ৈ ইঞ্চিমান দীঘল ত্ৰিকোণাকৃতি কৰি কাটি, জোঙা গোটা শলিবাৰী ভৰাই হাতুৰীৰে পিটি আগটো জোঙা কৰি পিছৰফালে ডাঙৰ গাঁতৰ দৰে কৰি ৰখা হয়। ইয়াকে হাঁচকালি বোলে। বাঁহৰ দীঘল শলিবাৰী চাঁচি, গুৰিৰফালে অলপ ডাঙৰকৈ ৰাখি হাঁচকালি লগাবৰ ফালে সৰু কৰি লোৱা হয়। ইয়াক জাং কোৱা হয়। হাঁচকালিৰ ভিতৰত লা গৰম কৰি দি বাঁহৰে সজা ডাঙৰ আগটো ভৰাই দিলে আঁতখাই পৰে। ইয়াৰে মাছ হানিবলৈ তৈয়াৰ কৰি লোৱা যতনটোকে পচা বোলে।

আগৰ কালত হিলৈ ফুটাবলৈকো হাঁচকালিৰ ব্যৱহাৰ কৰা হৈছিল। বিয়া সবাহ আৰু ভাওঁনাত, হাঁচকালিত খাৰ ভৰাই টান কাঠত জোঙা আগটো পুতি, খাৰৰ ওপৰত লোৰ ডাঙৰ গজালৰ টুপীটো বহুৱাই কুঠাৰ বা হাতুৰীৰে কোব মাৰি

দিলেই গুৰুম্ গুৰুম্‌কৈ শব্দ হয়।

## ৩০০। হাথাম/মৰিশালী ঃ

জনজাতি, ইচলামধৰ্মী আৰু খ্ৰীষ্টানধৰ্মী লোকসকলৰহে পদ্ধতিগত মৰিশালি দেখা যায়। ভাৰতীয় সাহিত্যত বা শাস্ত্ৰত 'শৱানাম শয়নম্ ইতি শ্মশানম্' বুলি একেঠাইতে শৱ দাহন কৰা ঠাইক বুজাইছিল। কিন্তু সাম্প্ৰতিক কালছোৱাত অসমৰ অজনজাতি লোকসকলৰ ক্ষেত্ৰত দেখা যায় যে, তেওঁলোকৰ তেনে পদ্ধতিগত শ্মশান বা মৰিশালি নাই। তেওঁলোকে নিজৰ বাৰী বা পথাৰৰ এচুকত মৃতকৰ শৱ দাহন কৰে।

তিৱাসকলে মৃতকক দাহন কৰিবৰ বাবে পৰম্পৰাগত ৰূপত পিতৃ-পিতামহসকলে মানি চলা নীতি-নিয়মেৰে মৰিশালি পাতি লয়। মৰিশালিক মাংখৰ বা হাথাম বোলে। নতুনকৈ মাংখৰ বা হাথাম পাতিবলৈ হ'লে বাৰ' বাংঠাই মাতি লাউপানী উলিয়াই ফা-মাহাদেউৰ নামত লাউপানী তৰ্পন কৰি গ্ৰহণ কৰিব। তাৰ পিছত কণী মাৰি যি ঠাইত কণী ভাঙিব সেইঠাইতে এটা গাত খান্দি তাত শিল, শামুক, তামোল-পাণ আৰু এটা তামৰ পইচা পুতিব। এইখন ঠায়েই হ'ব জীৱৰ মৃত্যুৰ পিছত আত্মাই জিৰণি লোৱা পবিত্ৰ ঠাই। বাৰ' বাংঠাইকে ধৰি বাৰ'কুলৰ জেলাই স্বীকৃতি দিয়া মৃতকসকলৰ শৱ-দাহনৰ পবিত্ৰ ঠাই। ৰাজহুৱা শ্মশান হ'লে কুলভেদে মাংখৰৰ স্থান নিৰ্বাচন কৰি দিয়ে। হাথামৰ উত্তৰ দিশত - য'ত শিল-শামুক পোতা হৈছিল তাৰ উত্তৰত শিৱৰ জিৰণিৰ স্থানৰূপে আহঁত গছ ৰোপন কৰিব। কোনো কাৰণতে তিৱাসকলে হাথাম এৰি মৃতকক ব্যক্তিগত বাৰী বা পথাৰৰ এচুকত শেষকৃত্য সমাধা নকৰে। সেইবাবে তিৱাসকলৰ শ্মশানক পদ্ধতিগত বুলি কোৱা হৈছে।

## ৩০১। হাজোৱালি ঃ

তিৱা ভাষাত হা- শব্দে মাটি, জু/ছু শব্দে ওখ আৰু পাহাৰো বুজায়। থল শব্দে পথাৰ বা সমতল বুজায়। গতিকে ওখ পাহাৰত বসবাস কৰা লোকক হাজোৱালি বোলে। থল বা ভৈয়ামত বাস কৰা লোকক থলুৱালি বা ভৈয়ামীয়া বোলে তিৱাসকলে পাহাৰত বাস কৰা তিৱাসকলক হাজোৱালি তিৱা বোলে আৰু থলত বাস কৰাসকলক থলুৱালি তিৱা বোলে।

## ৩০২। হুঁচৰি ঃ

বহাগ বিহুত অসমৰ অসমীয়াই ৰাতি হুঁচৰি গায়। হুঁচৰি গীতত একাধাৰে

ধৰ্মীয় নাম-গুণ-পদ-ঘোষা আৰু লৌকিক গীত মাতো গোৱা হয়। ল'ৰা-ডেকা-বুঢ়া নির্বিশেষে প্রতিঘৰ গৃহস্থৰ ঘৰে ঘৰে গৈ বিহুৰ আশীৰ্বাদ দি হুঁচৰি গোৱা নিয়মৰ প্ৰচলন আছে। বহুতে হুঁচৰি প্ৰথাটোক আহোম ৰজাসকলৰ অৱদান বুলি ক'ব খোজে যদিও কথাষাৰ সম্পূৰ্ণ শুদ্ধ নহয়। তিৱা সকলেও বহাগ মাহৰ দ্বিতীয় দিনা গধুলিৰ পৰা মানুহৰ ঘৰে ঘৰে হুঁচৰি গায়। লৌকিক হুঁচৰিৰ চানেকি এনেকুৱা–

(১) লহ্ ঔ দদাই হাতত কাঁড়েফাই
মাৰ ঐ মাৰ ঐ বালি চৰাই।

(২) হুঁচৰি এ সৰগৰ তৰা
চাই থাক্ চাই থাক্ ঐ নিগলৰ পৰা।

(৩) কানাই গ'ল ফুলে পাৰিবলৈ
হাততে হাকুটি লই হে।
কানাই ফুলে পাৰে
ইডালে সিডালে
চম্পা ফুলে পাৰে লেখি হে।
কানাই ফুল পাৰোঁতে
ধৰিলে পানী পিয়াহ
পুখুৰী কিমানৰ দূৰেহে!! ইত্যাদি।

## ৩০৩। হোৰা ঃ

তিৱা ভাষাত হোৰাক 'খ' বোলে। ই হ'ল দুই ফুটৰ পৰা আঢ়ৈফুট ওখ বাঁহৰ তমালেৰে বোৱা গোলাকৃতি অথবা তিনি কোণীয়া এবিধ ওখ পাচিৰ দৰে বয়বস্তু কঢ়িওৱা যতন। ইয়াক মাটিত ঠিয়কৈ ৰাখিবলৈ তিনিডাল বা চাৰিডাল বাঁহৰ খুটি লগাই মজবুতকৈ বান্ধি ৰখা হয়। পিঠিত ওলোমাই নিবৰ সুবিধাৰ বাবে ইয়াঁত পাহাৰীয়া ওদাল গছৰ ছালেৰে একোছটা চামৰাৰ বেল্টৰ দৰে ৰচী লগাই লোৱা হয়। কপালত বা ডিঙিৰ তলত ফিটাডাল লগাই গৈ পিঠিৰ ফালে ওলোমাই বস্তু বেহানি ভৰাই পাহাৰ বগোৱাত এই হোৰা বৰ উপকাৰী বস্তু। কেবল তিৱাই নহয়, পাহাৰীয়া জনজাতি প্ৰায় সকলৰ হোৰা ব্যৱহাৰ কৰা অভ্যাস। পাহাৰৰ পৰা খৰি, কাঠ পানী কঢ়িওৱা দংচুঙা, গাহৰী, চৰাই, আলু-কচু, জালুক-জলকীয়া আদি কঢ়িওৱাও ইয়াক ব্যৱহাৰ কৰা হয়।

— সমাপ্ত —